# বিজ্ঞান

বনাম

# অন্ধবিশ্বাস

প্রসেনজিৎ চৌধুরী






পাণবজার : গুৱাহাটী-১

# বিজ্ঞান বনাম অন্ধবিশ্বাস
# BIGGYAN BANAM ANDHA BISWAS

প্ৰসেনজিৎ চৌধুৰী

॥ প্ৰকাশক : ইলা শৰ্মা : জ্যোতি প্ৰকাশন : গুৱাহাটী ॥
॥ প্ৰথম প্ৰকাশ : যোৰহাট গ্ৰন্থমেলা : ১৯৯৩ ॥

॥ বেটুপাত : ত্ৰৈলোক্য দত্ত : গুৱাহাটী-১ ॥
॥ ছপা : পি. আৰ. প্ৰিণ্টাৰ্চ—মঙ্গলদৈ আৰু
নেচনেল টেক্‌নো প্ৰিণ্টাৰ্চ, কুমাৰপাৰা, গুৱাহাটী ॥
॥ মূল্য : ৩৫'০০ টকা মাত্ৰ ॥

সত্যজিতৰ

সৰু সুকোমল হাতত দিলোঁ।

সত্য-অন্বেষণৰ এই অক্ষম অসম্পূৰ্ণ প্ৰয়াস

## ॥ বিষয়-সূচী ॥

# ১. অন্ধবিশ্বাস ঃ সংজ্ঞা আৰু আনুষঙ্গিক কিছু কথা

A B R A C A D A B R A
A B R A C A D A B R
A B R A C A D A B
A B R A C A D A
A B R A C A D
A B R A C A
A B R A C
A B R A
A B R
A B
A

তুমি নিশ্চয় থমকি বৈছা। হয়তো ভাবিছা, তোমাৰ আদেশ-অনুৰোধ আওকাণ কৰি চাহাবী কায়দাৰে তন্ত্ৰ-মন্ত্ৰৰ গুহ্য-তত্ত্বৰ বিষয়ে আলোচনাৰ পাতনি মেলাৰ হাবিয়াস কৰিছোঁ। পিছে, তোমাক আশ্বাস দিছো, কৌশলেৰে প্ৰসংগান্তৰলৈ যোৱাৰ উদ্দেশ্যে চিঠিখন তোমালৈ লিখা নাই। তোমাৰ আগ্ৰহ আন্তৰিকতা আৰু অনুসন্ধিৎসাৰ কথা বাৰুকৈ জানো। গতিকে তোমাৰ অনুৰোধৰ ওচৰত আত্মসমৰ্পণ কৰাৰ বাহিৰে অন্য উপায় নাই। এই চিঠিখনে সেই আত্মসমৰ্পণৰ কথাকেই সূচাইছে।

পত্ৰালাপৰ সহায়ত অন্ধবিশ্বাসৰ উৎস, স্বৰূপ, ভূমিকা আৰু ভৱিষ্যতৰ বিষয়ে কিছু আলোচনা-বিলোচনা কৰিব লাগে। -এয়ে তোমাৰ শেহতীয়া অনুৰোধৰ মৰ্মবস্তু। তোমাৰ অনুৰোধটি নিঃসন্দেহে সাধু আৰু সময়োপযোগী আৰু সেই নিমিত্তে নিজৰ বিচাৰ-বুদ্ধি তথা অধ্যয়ন-অভিজ্ঞতাৰ শোচনীয় সীমাবদ্ধতাৰ কথা জানিও তোমাৰ

অনুৰোধক্ৰমে আলোচনা আৰম্ভ কৰিছোঁ। অন্ধবিশ্বাসৰ অন্ধকাৰ পৃথিৱীখনত বিজ্ঞানৰ বহুমুখী আৰু বিচিত্ৰ পোহৰ পেলাই পৰীক্ষা কৰি চোৱাৰ প্ৰয়াসেই হ'ব আমাৰ এই পত্ৰালাপৰ ঘাই উদ্দেশ্য।

তোমাৰ মনটো নিশ্চয় উচ্-পিচ্ কৰি আছে। বাৰেপতি চাগৈ মনলৈ এটাই প্ৰশ্ন আহিছে: পত্ৰালাপৰ শীৰ্ষত থকা সেই অদ্ভুত অৰ্থহীন ত্ৰৈকোণিক 'বস্তু'টো নো কি? সেইটো আচলতে এবিধ পশ্চিমীয়া যাদু-মন্ত্ৰ (Charm) -যাৰ সহায়ত মানুহে নিজকে অসুখ-বিসুখৰ পৰা ৰক্ষা কৰিব পাৰে বুলি বিশ্বাস কৰা হৈছিল। দ্বিতীয় খৃষ্টাব্দৰ জনৈক ৰোমান চিকিৎসকৰ ৰচনাতো এই ৰোগনাশক মন্ত্ৰৰ উল্লেখ পোৱা যায়। এই মন্ত্ৰৰ একাধিক ব্যাখ্যা আছে। এটা ব্যাখ্যা অনুযায়ী ABRACADABRA এটা অধুনা-বিস্মৃত প্ৰাচীন দৈত্যৰ নাম। একালত মানুহে হয়তো ভাবিছিল যে এই শক্তিশালী দৈত্যৰ নামটোৱেই ৰোগৰ বিৰুদ্ধে এক ধৰণৰ ৰক্ষা কবচ। বহুতেই এই নামটো বা মন্ত্ৰৰ মৰ্য্যাদা লাভ কৰা এই নামটো এটুকুৰা চামৰাৰ ওপৰত লিখি ডিঙিত পিন্ধিছিল। উদ্দেশ্য-নিশ্চিত আৰোগ্য লাভ। অৱশ্যে কোৱা বাহুল্য যে মন্ত্ৰটো লিখাৰ বিশেষ এটা নিয়ম আছিল। তুমি নিশ্চয় লক্ষ্য কৰিছা যে দৈত্যটোৰ নাম লিখাৰ প্যাটাৰ্ণটো ত্ৰৈকোণিক। ইয়াৰো এটা গূঢ়াৰ্থ আছে। মানুহে বিশ্বাস কৰিছিল যে প্ৰতিটো শাৰীত ABRACADABRA শব্দটোৰ পৰা যেনেকৈ এটাকৈ আখৰ কমি আহিছে ঠিক তেনেকৈ ৰোগীৰ ওপৰতো অপকাৰী শক্তিৰ নিয়ন্ত্ৰণ লাহে লাহে কমি আহিব। R. Brasch নামৰ এগৰাকী লেখকৰ How Did It Begin? শীৰ্ষক চিত্তাকৰ্ষক কিতাপখনৰ ১৫৯-১৬০ পৃষ্ঠাত ABRACADABRA-ৰ বিষয়ে তোমাক জনোৱা এই তথ্যখিনি আছে। কিতাপখনত অন্যান্য কেইবাটাও অন্ধবিশ্বাসৰ সুন্দৰ ব্যাখ্যা আছে।

অন্ধবিশ্বাসৰ পৃথিৱীখন কিমান বিচিত্ৰ আৰু ব্যাপক তাৰ আভাস দিবলৈ তোমাক পত্ৰালোচনাৰ আৰম্ভণিতেই এই পশ্চিমীয়া

মন্ত্রটো উপহাৰ দিলো। এই ধৰণৰ আৰু অসংখ্য বিশ্বাস আৰু অনুষ্ঠানৰ কথা আলোচনা প্ৰসংগত আমি উনুকিয়াম। সেইবোৰৰ উদ্ভট চৰিত্ৰ দেখি কেতিয়াবা তোমাৰ হাঁহি উঠিব, কেতিয়াবা হ'বা বিস্মিত আৰু কোনো অসতৰ্ক মুহূৰ্তত হয়তো তোমাৰ বিজ্ঞানোৎসাহী মনটো হ'ব বিৰক্ত অথবা বিক্ষুব্ধ।

কেৰেলাতকৈ গুটি ডাঙৰ হোৱাৰ ভয়ত ভূমিকা বাদ দি তুমি আলোচনা কৰিব বিচৰা বিষয়টোলৈ আহোঁ, পোনছাটেই।

### ১.ক শব্দ আৰু শব্দাৰ্থৰ অন্বেষণ

The Oxford English Dictionary-ৰ দশম খণ্ডৰ পাত লুটিয়ালে তুমি দেখিবা যে আমি হকৰা আড্ডা বা গহীন-গম্ভীৰ আলোচনাত সঘনে ব্যৱহাৰ কৰা 'Superstition' শব্দটোৰ একাধিক অৰ্থ দিয়া আছে। এই অৰ্থবোৰৰ ভিতৰত দুটা আমাৰ বৰ্তমান আলোচনাৰ বাবে বিশেষভাবে প্ৰাসংগিক :

1. ............religious belief on practice founded upon fear or ignorance.
2. Irrational or unfounded belief in general.

কোনো কোনো ক্ষেত্ৰত এই প্ৰকাৰ অভিধানিক অৰ্থৰ বিশেষ কেতবোৰ সীমাবদ্ধতা থাকে। অন্ধবিশ্বাসৰ সংজ্ঞাৰ বিষয়ে তোমালৈ লিখোঁতে এই সীমাবদ্ধতাৰ আভাস দিবলৈ যত্ন কৰিম। তাৰ আগতে বহু ব্যৱহৃত ইংৰাজী শব্দ 'Superstition'-ৰ পৰিৱৰ্তে কোনটো অসমীয়া শব্দ ব্যৱহাৰ কৰা উচিত আৰু সুবিধাজনক হ'ব সেই বিষয়ে তোমাক বুজাবাৰ জনোৱা সমীচীন হ'ব বুলি ভাবিছোঁ। 'Superstition' বুজাবলৈ সচৰাচৰ আমি দুটা শব্দ ব্যৱহাৰ কৰোঁ -'অন্ধবিশ্বাস' আৰু 'কু-সংস্কাৰ'। 'হেমকোষ'ত এই বহু প্ৰচলিত শব্দ দুটাৰ অৰ্থ এই প্ৰকাৰে দিয়া হৈছে :

অন্ধবিশ্বাস : কণাৰ দৰে, অৰ্থাৎ বিবেচনা নকৰাকৈ কৰা বিশ্বাস (প্ৰায়ে ধৰ্মত খাটে); blind faith, bigotry.

**কু-সংস্কাৰ :** কুবুদ্ধি কৰা সিদ্ধান্ত, prejudice ; মিছা বস্তুক সঁচা বুলি কৰা বিশ্বাস, অন্ধবিশ্বাস, superstition. যুক্তি নথকা নীতি বা ধৰ্ম বিশ্বাস wrong notion.

**'হেমকোষ'**ত 'কু-সংস্কাৰ'ৰ আৰু এটা অৰ্থ দিয়া হৈছে : 'বেয়া বা অসৎ শিক্ষা, বেয়াকৈ পোৱা শিক্ষা অসৎ মনোবৃত্তি'। **'চন্দ্ৰকান্ত অভিধান'**ত অৱশ্যে 'কু-সংস্কাৰ'-ৰ এই অৰ্থ দিয়া হোৱা নাই। হলেও 'বেয়া বা অসৎ শিক্ষা'ৰ সতে সম্পৰ্কিত হোৱাৰ বাবে কু সংস্কাৰ শব্দটো বহুতে পছন্দ নকৰিব পাৰে। হয়তো বহুতৰ বাবে শব্দটো বৰ বেছি value burdened. 'অন্ধবিশ্বাস' শব্দটো value free বা প্ৰমূল্য মুক্ত নহলেও বিশেষ এটা বিশ্বাসৰ ওপৰত শব্দটোৱে 'কু' বা 'সু' বুলি ছাপ মাৰি নিদিয়ে। তাৰ মানে 'অন্ধবিশ্বাস' শব্দটো বহুলাংশে নৈতিকভাৱে নিৰপেক্ষ-ethically neutral. বিশ্বাসৰ ভিত্তিহীনতাহে বৰং শব্দটোৱে সুন্দৰভাৱে উদঙাই দেখুৱায়। এইবোৰ কথা চালি-জাৰি চাই বৰ্তমান আলোচনাত আমি 'অন্ধবিশ্বাস' শব্দটো সচৰাচৰ ব্যৱহাৰ কৰাৰ কথা ভাবিছোঁ।

পিছে শব্দ এটা ব্যৱহাৰ কৰিম বুলি ভাবিলেই জানো লেঠা ছিগে ? The Oxford English Dictionary-ৰ দশম খণ্ডৰ পৰা ওপৰত 'Superstition'-ৰ যি দুটা অৰ্থ আমি উদ্ধৃত কৰিছোঁ তাৰ প্ৰথমটোতহে কেৱল 'Practice' বা আচাৰ অনুষ্ঠানৰ কথা আছে। William Scott ৰ Dictionary of Sociology-তো 'Superstition' ৰ অৰ্থ পৰিষ্কাৰভাৱে বিশ্বাসৰ পৃথিৱীতেই আবদ্ধ আছে। James Dreven-ৰ Dictionary of Psychology-তো বিশ্বাসৰ ওপৰতেই সৰ্বাধিক গুৰুত্ব দিয়া হৈছে। স্বাভাৱিকতে তুমি প্ৰশ্ন কৰিব পাৰা : Superstition শব্দটো কেৱল বিশ্বাসৰ ক্ষেত্ৰতহে প্ৰযোজ্য নে ?

Encyclopaedia Britannica-ত থকা সংজ্ঞা পঢ়িলে অৱশ্যে তোমাৰ মনত এই ধৰণৰ প্ৰশ্নই ভুমুকি মৰাৰ সম্ভাৱনা নাথাকে। এই সুপ্ৰসিদ্ধ বিশ্বকোষখনৰ একবিংশ খণ্ডত 'Superstition' ৰ সংজ্ঞা দিয়া হৈছে এইদৰে :

........the acceptance of belief or practices groundless in themselves and inconsistent with the degree of enlightement reached by the community to which one belong. ( P. 577 )

এই ধৰণৰ সংজ্ঞা বিতৰ্কাতীত নহয় আৰু লেখকে নিজেও কৈছে যে 'a certain element of vagueness is unavoidable'। বৰ্তমান প্ৰসংগত অৱশ্যে সংজ্ঞাৰ সাৰমৰ্ম আমাৰ বিচাৰ্য্য নহয়। আমি কেৱল দেখুৱাবলৈ বিচাৰিছোঁ যে 'Superstition' শব্দটোৱে বিশ্বাস আৰু আচাৰ-অনুষ্ঠান দুয়োটাকে সাঙুৰি লোৱাৰ নিৰ্ভৰযোগ্য দৃষ্টান্ত আছে। এটা পৰিচিত উদাহৰণ দিলে কথাটো বোধহয় পৰিষ্কাৰকৈ বুজাত তোমাৰ সহায় হ'ব। আমাৰ বহুতেই বিশ্বাস কৰে, গাত দুৰ্ভাগ্যক্ৰমে ভূত লম্ভিলে মানুহৰ বিশেষ কেতবোৰ অসুখ হয়। ই এটা বিশ্বাস, যাক আমি Superstition বুলি অনায়াসে ক'ব পাৰোঁ। কিন্তু কেৱল বিশ্বাসকেই নহয়, ভূত খেদাবলৈ যিবোৰ আচাৰ-অনুষ্ঠানৰ ব্যৱস্থা কৰা হয় সেইবোৰকো Superstition শব্দটোৱে সাঙুৰি লয়। অৰ্থাৎ, 'belief', আৰু 'practice' দুয়োটা অৰ্থতেই শব্দটো ব্যৱহাৰ কৰিব পাৰি।

আমাৰ 'অন্ধবিশ্বাস' শব্দটোৰ অৰ্থত এই ব্যাপ্তি নাই—এনে মৃদু অভিযোগ উঠিব পাৰে বুলিয়েই তোমালৈ এই কথাখিনি লিখিছোঁ। কিয়নো 'অন্ধবিশ্বাস' শব্দটোৱে—আৰু তাৰ অভিধানিক অৰ্থ ইও—প্ৰতীয়মান কৰে যে শব্দটো যাইকৈ বিশ্বাসৰ ক্ষেত্ৰতহে প্ৰযোজ্য। যদি এই যুক্তিটো মানি লোৱা তেন্তে অন্ধবিশ্বাসীৰ কাৰ্য্য-কলাপক তুমি অন্ধ আচৰণ বা অন্ধাচৰণ বোলা উচিত আৰু যুক্তিযুক্ত হব। বৰ্তমান আলোচনাত আমি অৱশ্যে 'অন্ধবিশ্বাস' শব্দটো বহুলাৰ্থত ব্যৱহাৰ কৰিছোঁ—ই বিশ্বাসপ্ৰসূত উদ্ভট বা অৰ্থহীন আচাৰ অনুষ্ঠানকো বুজাইছে। (প্ৰসংগতঃ তোমাক জনাই থওঁ যে অনমনীয় ( rigid ) অৰ্থত ব্যৱহাৰ কৰিলেও 'অন্ধবিশ্বাস' শব্দটোৱে বিশেষ

অসুবিধাৰ সৃষ্টি নকৰিব। কিয়নো অলপ দকৈ গমি চালে দেখিবা যে সকলো উদ্ভট আৰু অৰ্থহীন আচাৰ-অনুষ্ঠানৰ আঁৰত এটা বা একাধিক অন্ধবিশ্বাস সক্ৰিয় থাকিবই। যেনে, তাবিজ পিন্ধা কাৰ্যৰ আঁৰত থাকে ভূতৰ অস্তিত্ব বা মন্ত্ৰৰ ক্ষমতা সম্পৰ্কে বদ্ধমূল অন্ধবিশ্বাস। অৱশ্যে ইয়াৰ অৰ্থ এই নহয় যে সকলো অন্ধবিশ্বাসে বিশেষ কিছুমান আচাৰ-অনুষ্ঠানৰ জন্ম দিয়ে। যেনে, মহিলাৰ ওঁঠৰ ওপৰত গোঁফৰ আভাস থাকিলে সেই মহিলাৰ বৈধব্য যোগ থকা বুলি বিশ্বাস এটা আমাৰ সমাজত প্ৰচলিত আছে। নিঃসংশয়ে ক'ব পাৰি যে ই অন্ধ-বিশ্বাস ; কিন্তু এই অন্ধবিশ্বাসে জানো সংশ্লিষ্ট আচাৰ-অনুষ্ঠানৰ জন্ম দিছে ? থোৰতে কব পাৰি, উদ্ভট আৰু অৰ্থহীন আচাৰ-অনুষ্ঠানৰ নেপথ্যত সদায়ে অন্ধবিশ্বাস থাকে, যদিও সকলো ক্ষেত্ৰত অন্ধবিশ্বাসে এনেধৰণৰ আচাৰ-অনুষ্ঠানৰ জন্ম নিদিয়ে। )

## ১. খ লোকবিশ্বাস আৰু অন্ধবিশ্বাস ঃ

তোমালোকৰ দেওবৰীয়া 'আড্ডা'ত লোককৃষ্টিৰ চৰিত্ৰৰ বিষয়ে আলোচনা-বিলোচনা হৈছে বুলি জানি ভাল পালোঁ। লোককৃষ্টি সম্পৰ্কে তোমাৰ ব্যক্তিগত আগ্ৰহ অনুসন্ধিৎসাৰ কথা ভালকৈ জানো। সেই গতিকে তোমাৰ প্ৰশ্নটো পঢ়ি অকণো আচৰিত হোৱা নাই। কেৱল সেয়ে নহয়, তোমাৰ প্ৰশ্নটোৱে নতুন কিছু কথা আলোচনা কৰাৰ সুযোগ দিয়াৰ বাবে ভালহে পাইছোঁ। পিছে লোক-বিশ্বাস ( folk belief ) আৰু অন্ধবিশ্বাসৰ বিষয়ে আলোচনা কৰাৰ আগতে কথা এবাৰ তোমাক জনাই থোৱা উচিত হ'ব।

Encyclopaedia Britannica ত অন্ধবিশ্বাসৰ বিষয়ে লিখিবলৈ গৈ লেখকগৰাকীয়ে মন্তব্য কৰিছে : 'To call a person superstitious, however regularly implies move or less definite moral or mental deficiency'. অৰ্থাৎ 'অন্ধবিশ্বাস', 'অন্ধবিশ্বাসী আদি শব্দৰ অন্তৰালত তুচ্ছাৰ্থ বা

নিন্দাসূচক অৰ্থ এটা সদায় নিহিত থাকে। কথাষাৰ একেবাৰে মিছা বুলিও ক'ব নোৱাৰি। পিছে বৰ্তমান আলোচনাত আমি যেতিয়া আদিম আৰু/বা অজ্ঞ লোক-সমাজত প্ৰচলিত অন্ধবিশ্বাসৰ কথা উল্লেখ বা আলচ কৰিম তেতিয়া কিন্তু শব্দটোৰ নেপথ্যত তুচ্ছজ্ঞান বা নিন্দা কৰাৰ কোনো মনোভাব আছে বুলি ভুলতো নাভাবিবা। আদিম মানুহে আত্মা আছে বুলি বিশ্বাস কৰিছিল। তেওঁলোকে ভাবিছিল, নিদ্ৰাৱস্থাত এই আত্মাটো শৰীৰৰ বাহিৰলৈ গৈ নানা কাম কৰে আৰু সেইবোৰকে তেওঁলোকে সপোনত দেখে। এই ধৰণৰ ভিত্তিহীন ধ্যান-ধাৰণাসমূহ অৱশ্যেই অন্ধবিশ্বাস। কিন্তু এনে ক্ষেত্ৰত আমি 'অন্ধবিশ্বাস' শব্দটো নিন্দাসূচক শব্দ হিচাপে ব্যৱহাৰ কৰাৰ কোনো যুক্তি নাই। কিয়নো বিকল্প বৈজ্ঞানিক বা বাস্তৱধৰ্মী ব্যাখ্যাৰ অবিহনে আদিম যুগৰ অজ্ঞ মানুহে উদ্ভট কিছুমান বিশ্বাসৰ সহায়ত নিজৰ অনুসন্ধিৎসাৰ চৰিতাৰ্থ কৰিবলৈ চেষ্টা কৰাটো খুবেই স্বাভাৱিক। ইয়াৰ ফলত এনে কেতবোৰ লোক-বিশ্বাসৰ সৃষ্টি হৈছিল যিবোৰক আজি আমি অন্ধবিশ্বাস বুলিছোঁ—অৱশ্যে সতৰ্কতা সহকাৰে। (উল্লেখ্য যে আত্মাৰ শান্তি তথা মুক্তিৰ বাবে নানা তৰহৰ আচাৰ অনুষ্ঠান কৰা এজন শিক্ষিত লোকক যেতিয়া আমি অন্ধবিশ্বাসী বুলিম তেতিয়া কিন্তু শব্দটো সম্পূৰ্ণভাৱে নিন্দামুক্ত অৰ্থত ব্যৱহাৰ কৰাটো সম্ভৱ নহয়। কোনো লুকঢাক নকৰাকৈ কথাটো তোমাক জনাই থলোঁ।)

কৈফিয়তৰ পৰ্ব শেষ কৰি এতিয়া আচল প্ৰসংগলৈ আহোঁ। তুমি প্ৰশ্ন কৰিছা : লোককৃষ্টিৰ লগতে অন্ধবিশ্বাসৰ সম্পৰ্ক কি? এই বিষয়ে কিঞ্চিৎ বহলাই আলচ কৰা যাওঁক। লোককৃষ্টিৰ এক গুৰুত্বপূৰ্ণ অংগ লোকবিশ্বাস। কিন্তু সকলো লোকবিশ্বাস অন্ধবিশ্বাস নে? আমাৰ বহুতেই বিশ্বাস কৰে যে যাত্ৰাৰ সময়ত কাউৰীয়ে মতাটো অমংগলৰ চিন। বহুতে আকৌ ক'লা মেকুৰীৰ লগত ভূত-প্ৰেতৰ সম্পৰ্ক আছে বুলি ভাবে। এই লোকবিশ্বাসবোৰক অৱশ্যে অন্ধ

নিন্দাসূচক মনোভাব পৰিহাৰ কৰি অন্ধবিশ্বাস বুলি ক'লে অত্যুক্তি কৰা হ'ব বুলি মনে নধৰে ।

বস্তুতে অৱশ্যে সকলো লোকবিশ্বাসকেই উদ্ভট বা ভিত্তিহীন বুলি পেংলাই কৰিব খোজে । লোকসমাজৰ প্ৰতি শ্ৰদ্ধাৰ অভাৱেই এনে দৃষ্টিভংগীৰ এটা ঘাই কাৰণ বুলি অনুমান কৰিব পাৰি । এচাম মানুহে যেন পাকে-প্ৰকাৰে কব বিচাৰে—লোকবিশ্বাসবোৰ নিৰক্ষৰ গাঁৱলীয়া সমাজৰ আৱৰ্জনা, গতিকে সেইবোৰৰ ভিত্তি তথা মূল্য-সম্পৰ্কে সশ্ৰদ্ধ বিচাৰ-ব্যাখ্যাৰ বিশেষ প্ৰয়োজন নাই । এওঁলোকে পাহৰি যায়, অথবা অশ্ৰদ্ধাজনিত অনীহাৰ বাবে লক্ষ্য নকৰে যে সুদীৰ্ঘ অভিজ্ঞতা আৰু নিৰলস পৰ্য্যবেক্ষণৰ ফলত আদিম আৰু/বা অজ্ঞলোকসমাজত এনে কেতবোৰ লোকবিশ্বাসৰ জন্ম হৈছিল যিবোৰ যৌক্তিক ভিত্তি উপেক্ষণীয় নহয় । উদাহৰণ হিচাপে আমি গ্লোচেষ্টাৰৰ এটি লোকবিশ্বাসৰ কথা উল্লেখ কৰিব পাৰো ।

গ্লোচেষ্টাৰত প্ৰচলিত এই বিশ্বাস অনুযায়ী গো-বসন্তৰ দ্বাৰা আক্ৰান্ত লোকক বৰ আই বা ভয়ংকৰ ধৰণৰ বসন্ত ৰোগে আক্ৰমণ নকৰে । বসন্ত ৰোগৰ প্ৰতিষেধকমূলক টীকাৰ আৱিষ্কাৰক জেনাৰে ( Jenner ) কৈশোৰতে এই বিশ্বাসৰ কথা শুনিছিল আৰু খুব সম্ভৱ জেনাৰৰ পৰৱৰ্তী কালৰ গৱেষণাত এই বিদগ্ধ জনউপেক্ষিত লোকবিশ্বাসটোৱে প্ৰেৰণামূলক ইন্ধন যোগাইছিল ।

গ্লোচেষ্টাৰৰ পৰা আমাৰ উত্তৰ-পূব ভাৰতলৈ প্ৰত্যাৱৰ্তন কৰিলেও আমি একে অভিজ্ঞতাৰেই সন্মুখীন হম । তাৰ মানে, ইয়াতো এনে কেতবোৰ লোকবিশ্বাস আছে যিবোৰক ভিত্তিহীন বুলি উলাই কৰাটো সম্ভৱ নহয় । নমুনা হিচাপে ৰাঙ্খুসকলৰ মাজত প্ৰচলিত এটা ৰূপকথা তোমাক শুনাব পাৰোঁ । এই ৰূপকথাটো দৰাচলতে জুইৰ উৎপত্তি সংক্ৰান্ত লোকবিশ্বাসৰেই কাহিনী-ৰূপ । এই ৰাঙ্খু ৰূপকথাৰ মতে—

যেতিয়া জুই নাছিল তেতিয়া জন্তু-জানোৱাৰৰ দৰে মানুহে

অৰণ্যত বাস কৰিছিল। এদিনাখন গছ-গছনি কাটি অৰণ্য পৰিষ্কাৰ কৰি থাকোতে এজন লোকে চৰাই এটালৈ শিলগুটি এটা মাৰি পঠিয়ালে। শিলগুটিটোৱে পাথৰত আঘাত কৰাত তাৰ পৰা ফিৰিঙতি ওলাল। মানুহজনে পুনৰ এটা শিলগুটি দলিয়ালে আৰু তাৰ ফলত ওলোৱা ফিৰিঙতিৰ পৰা কাষৰ শুকান জোপোহাত জুই লাগিল। এনেকৈয়ে মানুহৰ মাজলৈ জুই আহিল।

আপাতদৃষ্টিত এই ৰূপকথাটো তেনেই সহজ আৰু সাধাৰণ। পিছে ভালদৰে গমি চালে দেখিবা যে এই ৰূপকথাটোৰ নেপথ্যত সক্ৰিয় থকা লোকবিশ্বাসটোক কোনো প্ৰকাৰেই অন্ধবিশ্বাস বুলিব নোৱাৰি। এই লোকবিশ্বাসটোৱে দৰাচলতে লোককৃষ্টিৰ যৌক্তিক ধাৰাটোক প্ৰতিনিধিত্ব কৰিছে। কিয়নো জুইৰ উৎপত্তি ব্যাখ্যা কৰোতে বিশ্বাসটোৱে কোনো ধৰণৰ কাল্পনিক কাৰ্য্যকাৰণ সম্পৰ্কৰ আশ্ৰয় লোৱা নাই। পাহাৰে-পৰ্বতে, হাবিয়ে-বননিয়ে ঘূৰি ফুৰোতে আদিম মানুহৰ যি পৰ্য্যবেক্ষণলব্ধ অভিজ্ঞতা হৈছিল তাৰ ভিত্তিতেই ৰাভা লোকমানসে জুইৰ জন্ম-বৃত্তান্ত দাঙি ধৰিছে। অত্যুক্তি যেন লাগিলেও এইখিনিতে তোমাক এষাৰ কথা কওঁ: ৰাভা ৰূপকথাৰ এই অজ্ঞ নায়কজনৰ মাজতেই তুমি বিচাৰি পাবা আজিৰ বিজ্ঞানীৰ পূৰ্বপুৰুষৰ প্ৰতিচ্ছবি। কিয়নো, প্ৰথমবাৰ ফিৰিঙতি ওলোৱাৰ পাছত ভূতপ্ৰেত বুলি সন্ত্ৰস্ত হৈ মানুহজন পলাই যোৱা নাই। তেওঁ দ্বিতীয়বাৰ পৰীক্ষা কৰি চাইছে—সাহসেৰে, পৰীক্ষাপ্ৰৱণ মনোভাবেৰে।

লোকবিশ্বাসৰ বিপুল আৰু বিচিত্ৰ পৃথিৱীখনত তুমি এনে কিছুমান বিশ্বাস পাবা যিবোৰক ঠিক যৌক্তিক বিশ্বাসও বুলিব নোৱাৰি, আকৌ অন্ধবিশ্বাস বুলিও ডাঠি ক'ব নোৱাৰি। উদাহৰণ হিচাপে উত্তৰ-পূব ভাৰতৰ বহুতো জনজাতিৰ মাজত প্ৰচলিত এটি পৰম্পৰাগত লোকবিশ্বাসৰ উল্লেখ কৰিব পাৰি। উক্ত বিশ্বাস অনুযায়ী এই জনজাতিসমূহৰ এসময়ত লিখিত ভাষা আছিল; কিন্তু

দৈবদুর্বিপাকত পৰি কিবা কাৰণে তেওঁলোকে সেই ভাষা হেৰুৱালে। এই লোকবিশ্বাসটোক তুমি কি বুলিবা ? যৌক্তিক নহলেও এই বিশ্বাসটোক জানো অন্ধবিশ্বাস বুলিব পাৰি ? মুঠ কথা আলোচনাৰ বৰ্তমান পৰ্যায়ত আমি লোকবিশ্বাসক তলত দিয়া ধৰণে ভাগ কৰিব পাৰো :




ইতিমধ্যে আমি উন্নুকিয়াই আহিছোঁ, লোকবিশ্বাস মাত্রেই অন্ধবিশ্বাস নহয়। পিছে বিপৰীত এটা প্ৰৱণতাৰ কথাও এই প্ৰসংগতে তোমাক জনাই থোৱা ভাল হব। লোক সমাজক আদৰ্শায়িত কৰাৰ উদ্দেশ্যে বা অন্ধবিশ্বাসৰ সপক্ষে যুক্তি উদ্ভাৱনার্থে বিভিন্ন ধৰণৰ ভিত্তিহীন বিশ্বাসৰ স্বৰূপ নেদেখা বা দেখিও নেদেখাৰ ভাও জোৰা বুদ্ধিমানৰ কাম নহয়। এনে প্ৰৱণতাই কেৱল লোক-কৃষ্টিৰ চৰিত্র বুজাতেই বাধাৰ সৃষ্টি নকৰে, ই অন্ধবিশ্বাসক যুক্তিৰ পোছাক পিন্ধাই তাৰ নিৰ্ভৰযোগ্যতা সম্পৰ্কে ভুল ধাৰণাৰ সৃষ্টি কৰে।

নৃতত্ত্বৰ পোহৰত অন্ধবিশ্বাসৰ উৎস সম্পৰ্কে আলোচনা কৰোতে বিভিন্ন ধৰণৰ লোকবিশ্বাসৰ কথা তোমাক কিছু বিশদভাৱে জনাম ! তেতিয়া দেখিবা আমাৰ মাজত প্ৰচলিত বহুতো অন্ধবিশ্বাসৰ জন্ম সেই তাহানিতেই— প্ৰাগৈতিহাসিক যুগতেই। সদ্যহতে সেই আলোচনালৈ নগৈ অন্ধবিশ্বাসৰ অৰ্থ-বৈচিত্র্য আৰু সংজ্ঞা সম্পৰ্কে চুআবাৰ কথা উন্নুকিয়াব বিচাৰিছোঁ।

## ১. গ অৰ্থ-বৈচিত্ৰ্য আৰু ভাবাদৰ্শ

পত্ৰালোচনাৰ আৰম্ভণিতেই ABRACADABRA-ৰ বিষয়ে

থুলমূলকৈ তোমালৈ লিখা কথাখিনি পঢ়ি তুমি একেচাবে ক'ব পাৰা : 'ই অন্ধবিশ্বাস, কোনো সন্দেহ থাকিবই নোৱাৰে।' আমাৰ দেশতো ABRACADABRA-ৰ দৰে মন্ত্ৰ আছে। এই মন্ত্ৰবোৰ তাবিজত সুমুৱাই ডিঙি, হাত বা কঁকালত ধাৰণ কৰি বহুতো অজ্ঞ ধৈৰ্য্যহীন আৰু বিভ্ৰান্ত লোকে ভূত-প্ৰেত খেদাই ৰোগ দূৰ কৰাৰ যত্ন কৰা দেখা যায়। এইবোৰেও যে অন্ধবিশ্বাস সেই বিষয়ে নিশ্চয় কোনো সন্দেহ থাকিব নোৱাৰে। (যদিও তোমাৰ এই সিদ্ধান্তৰ শুদ্ধতাৰ সম্পৰ্কে এচাম লোকে সংশয় প্ৰকাশ কৰাটো খুবেই স্বাভাৱিক।)

এনেবোৰ ক্ষেত্ৰত সাধাৰণতে অন্ধবিশ্বাৰ অৰ্থ-বৈচিত্ৰ্য প্ৰকাশ নাপায়। মন্ত্ৰ-মাদুলীক কোনোবাই অন্ধবিশ্বাস বুলিলে আমি অকণো আচৰিত নহওঁ। কিন্তু যেতিয়া কোনোবাই বিবাহ আৰু বিবাহ-বিচ্ছেদ সম্পৰ্কীয় আইন-কানুনক নিৰ্দ্বিধায় অন্ধবিশ্বাস বোলে তেতিয়া এই বহু ব্যৱহৃত—আৰু ক্ষেত্ৰ বিশেষে অপব্যৱহৃত শব্দটোৰ অৰ্থ বৈচিত্ৰ্যই স্বাভাৱিকতে আমাক বিস্মিত কৰে। তুমি হয়তো ভাবিছা কাল্পনিক দৃষ্টান্তৰ সহায়ত কথাষাৰ তোমাক বুজাবলৈ যত্ন কৰিছোঁ। পিছে বিশ্বাস কৰা দৃষ্টান্তটো মুঠেও কাল্পনিক নহয়। Gustav Jahoda-ৰ The Psychology of Superstition নামৰ চিত্তাকৰ্ষক কিতাপখনৰ পৰা আমি জানিব পাৰো যে ১৮৯৫ চনত প্ৰকাশিত Studies of Contemporary Superstition শীৰ্ষক কিতাপ এখনত কেৱল বিবাহ আৰু বিবাহ-বিচ্ছেদ সম্পৰ্কীয় আইনকেই নহয়, ফেবিয়ান সমাজবাদ আৰু অজ্ঞেয়বাদকো অন্ধবিশ্বাস বা কুসংস্কাৰ বুলি পৰিহণা দিয়া হৈছিল। Jahoda-ৰ কিতাপৰ দ্বিতীয় পৃষ্ঠাতেই এই তথ্যটো আছে। 'অন্ধবিশ্বাস'ৰ অভিধানিক অৰ্থৰ ওপৰত সম্পূৰ্ণভাৱে নিৰ্ভৰ কৰি যে আলোচনা-বিলোচনা সম্ভৱ নহয় তাৰ আভাস দিবলৈ লেখকে এই তথ্যটো উল্লেখ কৰিছে।

অলপ দকৈ গমি চালে দেখিবা এনেবোৰ অৰ্থ-বৈচিত্ৰ্যৰ নেপথ্যত সাধাৰণতে সক্ৰিয় থাকে একোটা ভাৱাদৰ্শ। বহু ক্ষেত্ৰত ভাৱাদৰ্শগত

অৱস্থানে নির্ণয় কৰি দিয়ে কোনবোৰ বিশ্বাসক অন্ধবিশ্বাসে সামৰি লব। Studies of contemporary superstition-ৰ লেখকে কি ধৰণৰ চিন্তা আৰু আইনক অন্ধবিশ্বাস বুলি গৰিহণা দিছে তাৰ পৰাই বুজিব পাৰি তেওঁৰ ভাৱাদর্শগত ৰক্ষণশীলতা।

ভাৱাদর্শগত অৱস্থানৰ বাবে অন্ধবিশ্বাসৰ পৰম্পৰাগত অর্থক বিসর্জন দি সম্পূর্ণ বিপৰীত এটা অর্থত শব্দটো ব্যৱহাৰ কৰাৰ দেশীয় দৃষ্টান্তও আছে। আমি জানো আন্তঃভোজন আৰু আন্তঃবিবাহ যুক্তিবাদী তথা গণতান্ত্রিক চেতনাৰ সামাজিক অভিব্যক্তি। দেশপ্রেমিক লোকে জাতীয় বিকাশৰ স্বার্থত এনে অভিব্যক্তিক আদৰণি জনোৱা বা উদগনি দিয়া খুবেই স্বাভাৱিক। গান্ধীৰ মতে কিন্তু জাতীয় বিকাশৰ কাৰণে আন্তঃভোজন আৰু আন্তবিবাহৰ প্রয়োজন বুলি ভবাটো একধৰণৰ অন্ধবিশ্বাসৰ বাহিৰে আন একো নহয়। এই গৰাকী বহুজন পূজ্য জাতিৰ জনকে স্পষ্টভাৱে কৈছে: In my opinion the idea that interdining and intermarrying is necessary for national growth is a superstition borrowed from the west.' ( দ্রঃ K. Damodaran, 'Indian Thought : A critical survey, P. 437 ). বর্ণ ব্যৱস্থাৰ প্রতি গান্ধীৰ মোহ আৰু সমর্থনৰ কথা তুমি ভালদৰেই জানা। গতিকে কি ধৰণৰ ভাৱাদর্শগত অৱস্থানৰ কাৰণে গান্ধীয়ে যুক্তিবাদী আৰু গণতান্ত্রিক চেতনাৰ সামাজিক অভিব্যক্তিক নির্দ্বিধায় বহিৰাগত 'Superstition' বুলি গৰিহণা দিছে তাৰ স্বৰূপ জানো তোমাক উদঙাই দেখুৱাৰ দৰকাৰ আছে?

অন্ধবিশ্বাসৰ অর্থ-বৈচিত্র্যৰ আলোচনা প্রসংগত আমি ধর্মাশ্রিত ব্যাখ্যাৰ কথাও উল্লেখ কৰা উচিত হ'ব। ইতিমধ্যে তোমাক জনাইছো যে The Oxford English Dictionary-ৰ মতে 'Superstition' ৰ এটা অর্থ 'religious belief or practice founded upon fear or ignorance'। এই ধৰণৰ ধর্মাশ্রিত সংজ্ঞাই

কিন্তু অন্ধবিশ্বাসক বৈজ্ঞানিকভাৱে সংজ্ঞাযিত কৰাত অকণো সহায় নকৰে। কেৱল সহায় নকৰাই নহয়, ই বোধহয় আৰু খেলিমেলিৰহে সৃষ্টি কৰিব। কিয়নো, প্ৰতিজন নিষ্ঠাবান ধাৰ্মিক লোকে নিজৰ বাদে আনৰ ধৰ্ম বিশ্বাসক অন্ধবিশ্বাস বুলি অভিহিত কৰাৰ সম্ভাৱনা খুব বেছি। মিশ্যনেৰীসকলৰ ৰচনাত এই প্ৰৱণতাৰ বিস্তৰ সাক্ষ্য আছে। ঊনৈছ শতিকাৰ নৈষ্ঠিক ব্ৰাহ্মণসকলে হিন্দুসকলক প্ৰায়ে একে দৃষ্টিৰেই চাইছিল। এনেবোৰ ক্ষেত্ৰত সাধাৰণতে অন্ধবিশ্বাসৰ অৰ্থ নিৰ্ণয় কৰি দিয়ে ধৰ্মীয় ভাৱাদৰ্শৰ বিশেষ চৰিত্ৰই।

অন্ধবিশ্বাসৰ ধৰ্মাশ্ৰিত সংজ্ঞাৰ অন্যপ্ৰকাৰ গুৰুত্বপূৰ্ণ সীমাৱদ্ধতাও আছে। তোমাৰ বন্ধু-বান্ধৱীৰ মাজত নিশ্চয় এনে কিছু ডেকা-গাভৰু আছে যিসকলে পৰীক্ষাৰ দিনা কনী খাবলৈ ইচ্ছা নকৰে বা নাখায়। ভয়, কনী খালে জানোচা পৰীক্ষাত শূন্য পায়! মজাৰ কথা এই যে লোকবিশ্বাস অনুযায়ী কনী কিন্তু উৰ্বৰতাৰ প্ৰতীক। আৰু সেই নিমিত্তে অসমীয়াৰ বিয়াত দৰা-কইনা নোঙৰাৰ বেইৰ তলত দুটা কনী পুতি থোৱাৰ নিয়ম। বহাগ বিহুৰ সময়ত বহুতেই কনীযুঁজ খেলা তুমি নিশ্চয় দেখিছা। আদিতে এই খেলা কনীকেন্দ্ৰিক উৰ্বৰতাকামী উৎসৱ আছিল বুলি ভবাৰ যথেষ্ট থল আছে। কেৱল অসমতেই নহয়, পৃথিৱীৰ অন্যান্য দেশৰ লোকবিশ্বাসতো কনী উৰ্বৰতাৰ প্ৰতীক হিচাপে স্বীকৃত। একেবাৰে প্ৰাচীন কালত মিছৰৰ লোকসকলে বসন্তৰ শুভাগমনৰ সময়ত পৰম্পৰৰ মাজত অলংকৃত বা চিত্ৰাংকিত কনী বিনিময় কৰিছিল।

আধুনিক শিক্ষাৰ নশ্বৰ নিৰ্ভৰ পৰীক্ষা-পদ্ধতিৰ কৃপাত এই কনী কিন্তু উৰ্বৰতাৰ পৰিৱৰ্তে শিক্ষায়তনিক বন্ধ্যাত্বৰ প্ৰতীকলৈ ৰূপান্তৰিত হ'ল। আৰু এইবাবেই বহুতেইভাৱে পৰীক্ষাৰ দিনা কনী খোৱাটো অমংগলজনক। সন্দেহ নাই, শূন্যৰ সতে কনীৰ আকৃতিৰ সাদৃশ্যৰ পৰাই এনে অন্ধবিশ্বাসৰ জন্ম। কিন্তু আমাৰ প্ৰশ্ন হ'ল : ধৰ্মীয় বিশ্বাস বা আচাৰৰ সতে সম্পৰ্ক নথকা এই উদ্ভট বিশ্বাসটোক জানো

অন্ধবিশ্বাসৰ ধৰ্মাশ্ৰিত সংজ্ঞা অনুযায়ী অন্ধবিশ্বাস বুলিব পাৰি ? 'অন্যহাতেদি, কনী যুঁজৰ নেপথ্যত যি আদিম লোকবিশ্বাস সক্ৰিয় তাকো জানো ধৰ্মাশ্ৰিত সংজ্ঞাই সাঙুৰি লব ? তুমি নিশ্চয় লক্ষ্য কৰিছা যে আমাৰ সমাজত ধৰ্মাশ্ৰিত বা শাস্ত্ৰ নিৰ্ভৰ অন্ধবিশ্বাস দেখাৰ আছে। পূৰ্বজন্মৰ পাপৰ ফলত ইহজন্মত তথাকথিত নিম্নজাত ভুক্ত হোৱা বুলি হিন্দুসকলৰ মাজত প্ৰচলিত ধাৰণাটো জানো এই প্ৰকাৰ অন্ধবিশ্বাসৰ এক উৎকৃষ্ট উদাহৰণ নহয় ? পিছে এইবোৰৰ বাদেও—বা এইবোৰৰ লগত কেতিয়াবা সানমিহলি হৈ—এনে কেতবোৰ বিশ্বাসে আমাৰ মনোজগতত আধিপত্য বিস্তাৰ কৰি আছে যিবোৰৰ লগত ধৰ্ম বা শাস্ত্ৰ নহয়, মানৱ সমাজৰ একেবাৰে আদিম স্তৰৰ ধ্যান-ধাৰণাৰ সম্পৰ্কহে বেছি। এইবোৰক আমি আদিম অন্ধবিশ্বাস বুলিব পাৰো। এইবিধ অন্ধবিশ্বাসৰ এক বুজন অংশ আকৌ ইন্দ্ৰজালভিত্তিক। কনীক উৰ্বৰতাৰ প্ৰতীক হিচাপে আচাৰ-অনুষ্ঠানত ব্যৱহাৰ কৰাটো এই ইন্দ্ৰজালিক অন্ধবিশ্বাসৰেই এটা নমুনা। অন্যহাতেদি, আমাৰ মনত অনা-আদিম কিছুমান অন্ধবিশ্বাসেও বাহ লৈছে। যেনে, শিক্ষায়তনিক বন্ধ্যাত্বৰ প্ৰতীক হিচাপে কনীৰ প্ৰতি তোমাৰ এচাম বন্ধু-বান্ধৱীৰ ভীতি-ভাব। লক্ষ্য কৰিলে দেখিবা যে শেষোক্ত দুয়োবিধ অন্ধবিশ্বাস মূলতঃ ধৰ্মনিৰপেক্ষ। তাৰ মানে আলোচ্য ধৰ্মাশ্ৰিত সংজ্ঞাই এই ধৰ্ম-নিৰপেক্ষ অন্ধবিশ্বাসবোৰক সাঙুৰি লব নোৱাৰে।

তোমাৰ সুবিধাৰ্থে আমি এইমাত্ৰ আলোচনা কৰা কথাবোৰ স্পষ্ট আৰু চমুকৈ নিম্নোক্ত ধৰণে জুকিয়াই লব পাৰো :



## ১. ঘ সংজ্ঞাৰ সন্ধানত :

তোমাৰ আইতাৰ কথা কওঁ শুনা। তেওঁৰ বয়স ৮৯, প্ৰাক-দূৰদৰ্শন যুগৰ মানুহ। এদিনাখন তোমালোকৰ টিভিত তেওঁ এখন চিনেমা চালে। চিনেমাখন আছিল ৰঙীন, কিন্তু তোমালোকৰ টিভিটো ব্লেক এণ্ড হোৱাইট হোৱাৰ বাবে তেওঁ চিনেমাখনৰ ৰঙীন ৰূপটো নেদেখিলে। টিভিৰ আও ভাও নোপোৱা তোমাৰ আইতাৰ মনত ধাৰণা হ'ল—প্ৰদৰ্শিত ছবিখন ৰঙীন নহয়, ক'লা-বগাহে। এতিয়া প্ৰশ্ন হ'ল : তোমাৰ আইতাৰ এই ভুল ধৰণাটো জানো অযৌক্তিক ?

তুমি নিশ্চয় ভাবিছা, 'সংজ্ঞাৰ সন্ধানত' বুলি গহীন-গম্ভীৰ শিৰোনামা দি এইবোৰ কি আজে বাজে কথা বলকিব লাগিছোঁ! পিছে তোমাৰ আইতাৰ টিভি-দৰ্শনৰ দৃষ্টান্তটো এনেই দিয়া নাই। তেখেতৰ ধাৰণাটো ভুল যদিও তাক একেছাটে অযৌক্তিক বুলিব নোৱাৰি। এই ক্ষেত্ৰত্তৰ তেখেত অভিজ্ঞতা তথা জ্ঞানৰ সীমাবদ্ধতাৰ কথা মনত ৰখা উচিত হ'ব। ৰঙীন টিভিত তেওঁ দেখা ক'লা-বগা ছবিখনেই যে বৰ্ণাঢ্য ৰূপত ওলাব পাৰে—এইসত্য টো নজনাৰ বাবেহে তেওঁৰ সিদ্ধান্ত সঠিক নহ'ল।

এইটো অৱশ্যে ব্যক্তিগত ভুল বিশ্বাসৰ নমুনা। সামাজিক বিশ্বাসৰ ক্ষেত্ৰতো কিছু লেখকে ভুল আৰু অযৌক্তিক বিশ্বাসৰ মাজত পাৰ্থক্য নিৰ্ণয় কৰা দেখা যায়। Geoffrey Scarre নামৰ এগৰাকী লেখকে কৈছে : 'A belief need not be irrational simply because it is false; it is false, for instance, that the sun goes round the earth, but it was not irrational to believe this before the evidence for helio centrism was available.' ( Witchcraft and Magic in 16th and 17th Century Europe, P. II )

তাৰ মানে, অযৌক্তিক বিশ্বাসবোৰ ভুল হয়েই যদিও, সকলো ভুল বিশ্বাসেই অযৌক্তিক নহয়। জ্ঞানৰ ঐতিহাসিক সীমাবদ্ধতাৰ

সতে অযৌক্তিকতাৰ সংজ্ঞা ওতপ্ৰোতভাৱে যুক্ত। আমি আজি অযৌক্তিক বুলি ভবা বহুতো বিশ্বাসক বিকল্প ব্যাখ্যাৰ অভাৱত মানুহে এসময়ত বিতৰ্কাতীত বুলি গ্ৰহণ কৰিছিল।

এই কথাখিনি অৱশ্যে ভূমিকা হিচাপেহে তোমালৈ লিখিলোঁ। এতিয়া মূল প্ৰসংগলৈ অহা যাওক। ভুল আৰু অযৌক্তিক বিশ্বাসৰ পাৰ্থক্যৰ ওপৰত ভিত্তি কৰি যদি অন্ধবিশ্বাসৰ সংজ্ঞা নিৰূপণ কৰিবলৈ চেষ্টা চলোৱা হয় তেনেহলে ১. ক পত্ৰাংশত উদ্ধৃত Encyclopaedia Britannica-ৰ সংজ্ঞাটো সঠিক বুলি গ্ৰহণ কৰাত কোনো বাধা থাকিব নালাগে। কিয়নো এই সংজ্ঞানুযায়ী সেইবোৰ ভিত্তিহীন বিশ্বাসেই Superstition যিবোৰ 'inconsistent with the degree of enlightenment reached by the community to which one belongs.'।

পিছে ফঁহিয়াই চালে দেখিবা যে এই সংজ্ঞাতো আসোঁৱাহ নথকা নহয়। সমাজৰ enlightenment-ক কি ধৰণৰ মাপকাঠিৰে জোখা হ'ব? শিক্ষাৰ হাৰ নে বৈজ্ঞানিক অগ্ৰগতি? Encyclopaedia Britannica-ৰ লেখকে নিজেই ইংগিত দিছে যে কোনবোৰ ধাৰণা তথা আচৰণ 'false and unenlightened' সেই সম্পৰ্কে কোনো সৰ্ববাদীসন্মত বা তৰ্কাতীত সিদ্ধান্তত কোনেও উপনীত হ'ব পৰা নাই। ( P. 578 ) Enlightenment সংক্ৰান্ত প্ৰশ্নত সম্ভৱতঃ সৰ্ববাদীসন্মত সিদ্ধান্তত উপনীত হোৱাটো মুঠেও সহজ কথা নহয়।

Gustav Jahoda-ৰ The Psychology of Superstition নামৰ তথ্যপূৰ্ণ আৰু চিত্তাকৰ্ষক কিতাপখনত অন্ধবিশ্বাসৰ সংজ্ঞা সম্পৰ্কে কিছু আলোচনা কৰা হৈছে। কিন্তু যিহেতু 'There is no objective means of distinguishing 'Superstition' from other types of belief and action', সেইহেতু লেখকে অন্ধবিশ্বাসৰ সুবিধাজনক ব্যাখ্যা এটি আগবঢ়াই লিখিছে : 'At any, rate, hereafter the word 'superstition' will be used

in the sense of the kind of belief and action a reasonable man in present day Western Society would regard as being 'Superstition'. ( P. 10 )

সংজ্ঞাটো সুবিধাজনক সন্দেহ নাই, কিন্তু সি আমাৰ মনত কিছু সংশয়-সন্দেহৰ জন্ম দিয়াটোও স্বাভাৱিক। কিয়নো, একাধিক অৰ্থত 'reasonable' শব্দটো ব্যৱহৃত অথবা অপব্যৱহৃত হব পাৰে। অন্যহাতেদি 'reasonable' মনোভাৱ তথা বিচাৰ-বুদ্ধিৰ দ্বাৰা আমি যদি বিজ্ঞান-মনস্কতাৰ কথাকেই বুজাওঁ, তেন্তে প্ৰাচ্য-প্ৰতীচ্যৰ প্ৰসংগ বাদ দি আধুনিক কালৰ সকলো 'reasonable man'ৰ কথা কোৱাটো অধিক যুক্তি সিদ্ধ নহয় জানো ? পিছে এইবোৰতকৈ অধিক গুৰুত্বপূৰ্ণ প্ৰশ্ন এটা তুমি Jahoda চাহাবলৈ নিক্ষেপ কৰিব পাৰা। সেইটো হ'ল, পাশ্চাত্যৰ সু-প্ৰসিদ্ধ কিছু 'reasonable' লোকে যদি নিষ্ঠা সহকাৰে গৃহীত / পালিত কেতবোৰ ভিত্তিহীন বিশ্বাস তথা আচাৰ-অনুষ্ঠানক অন্ধবিশ্বাস বুলিবলৈ টান পায়, তেন্তে সদ্য-উল্লেখিত সংজ্ঞাটোৱে জানো নতুন সমস্যা বা বিভ্ৰান্তিৰ সৃষ্টি নকৰিব ?

প্ৰসিদ্ধ নৃতাত্বিক Melville J. Herskovitsৰ সংজ্ঞাৰ কথা মনত ৰাখিয়েই আমি এই গুৰুত্বপূৰ্ণ প্ৰশ্নটো উত্থাপন কৰিছোঁ। Herskovits য়ে তেওঁৰ Cultural Anthropology নামৰ কিতাপ-খনত অন্ধবিশ্বাসৰ সংজ্ঞা সম্পৰ্কে লিখিছে : 'Superstitions are, however, but beliefs of which there is no longer a whole hearted acceptence. They are practices that are followed without conviction, but with an uneasy feeling that it will do no harm to carry them out, if by chance we thus get on the good side of powers whose existence we may at time doubt ? ( P. 221 )

Herskovits নিঃসন্দেহে পাশ্চাত্যৰ এগৰাকী বহুজন স্বীকৃত 'reasonable' লোক। কিন্তু তেওঁৰ সংজ্ঞা মতে, যিবোৰ ভিত্তিহীন বিশ্বাস তথা আচাৰৰ নেপথ্যত সুদৃঢ় 'conviction', আছে সেই-বোৰক প্ৰকৃতার্থত অন্ধবিশ্বাস বুলিব নোৱাৰি। এনে ক্ষেত্ৰত Jahoda চাহাবৰ সংজ্ঞা অনুযায়ী জানো অন্ধবিশ্বাসৰ বিষয়ে সকলো ক্ষেত্ৰতে বিভ্ৰান্তি-বিমুক্তভাৱে আলোচনা কৰা সম্ভৱ? এই প্ৰশ্নটোৰ অৰ্থ তথা উদ্দেশ্য বুজিবলৈ হলে তুমি Herskovitsৰ সংজ্ঞাৰ সীমাৱদ্ধতাৰ মৰ্ম বুজিবলৈ যত্ন কৰিব লাগিব।

দৃষ্টান্তৰ সহায়ত এই সীমাৱদ্ধতাৰ স্বৰূপ বুজিবলৈ চেষ্টা কৰা যাওঁক। ধৰা শ্ৰীযুত 'ক'ৰ ভূত-ভীতি প্ৰবল। ভূতৰ ভয়ানক আক্ৰমণ বা সান্নিধ্যৰ পৰা নিজকে ৰক্ষা কৰিবলৈ তেওঁ সদায়ে লগত এটুকুৰা লোহা লৈ ফুৰে। পিছে আত্ম ৰক্ষাৰ এই ঐন্দ্ৰজালিক উপায়ৰ ওপৰত তেওঁৰ বিশেষ আস্থা নাই। তেওঁৰ প্ৰকৃত আস্থা বেজৰ মন্ত্ৰ-মাদুলীৰ ওপৰতহে। যথা সময়ত শ্ৰীযুত 'ক'ই এগৰাকী সুবিখ্যাত বেজৰ তাবিজ কঁকালত ধাৰণ কৰিলে। ক্ৰমে শ্ৰীযুত 'ক'ৰ মনৰ পৰা ভূতাতংকও দূৰ হ'ল। এতিয়া Herskovitsৰ সংজ্ঞা অনুযায়ী বিচাৰ-বিশ্লেষণ কৰিলে দেখিবা যে শ্ৰীযুত 'ক'ই লগত লোহাৰ টুকুৰা লৈ ফুৰা কামটো অন্ধবিশ্বাস, কিয়নো তেওঁ সেই কামটো কৰিছিল 'without conviction'। অন্যহাতেদি বেজৰ মন্ত্ৰ-মাদুলীৰ ওপৰত থকা শ্ৰীযুত 'ক'ৰ গভীৰ আৰু দৃঢ় আস্থাক অন্ধবিশ্বাস বোলা নাযায়, কাৰণ তাৰ আঁৰত আছে 'whole hearted acceptence'। তোমাক বোধহয় নকলে হ'ব যে Jahoda বা Herskovits য়ে দিয়া সংজ্ঞাবোৰে অন্ধবিশ্বাসৰ বিশেষ কেতবোৰ গুৰুত্বপূৰ্ণ দিশৰ ওপৰত যথাযথ গুৰুত্ব দিলেও সেইবোৰৰ মাজত চিন্তাত আউল লগাব পৰা উপাদানো নথকা নহয়। Herskovitsৰ সংজ্ঞাৰ সীমাৱদ্ধতা বুজাবলৈ এইমাত্ৰ উল্লেখ কৰা দৃষ্টান্তটোৰ পৰা নিশ্চয় তুমি কথাষাৰ ভালদৰে ধৰিব পাৰিছা।

সংজ্ঞা সম্পৰ্কে তোমাক আৰু কিছু কথা জনাবলৈ আছে। সাধাৰণ এটা বহু-ব্যৱহৃত শব্দৰ সংজ্ঞাক কেন্দ্ৰ কৰি তাৰ আলোচনাক তুমি বাৰু মাগজিক কছৰতৰ নামান্তৰ বুলি ভাবিছা নেকি? ভাবিলেও উপায় নাই। কিয়নো, সংজ্ঞাৰ কথা কিছু বিতংকৈ আলোচনা-বিলোচনা নকৰিলে আমাৰ ধ্যান-ধাৰণাসমূহ পৰিষ্কাৰ হোৱাৰ সম্ভাৱনা কম।

আমি ইতিমধ্যে আলোচনা কৰা সংজ্ঞা কেইটাত বিশেষ কেতবোৰ পদ্ধতিৰে অন্ধবিশ্বাস চিনাক্তকৰণৰ কথা কোৱা হৈছে। যেনে, যিবোৰ বিশ্বাস তথা আচৰণৰ আঁৰত নিৰ্ভেজাল নিষ্ঠাৰ অভাৱ সেইবোৰক তুমি-Herskovitsৰ সংজ্ঞানুযায়ী-অনায়াসে অন্ধবিশ্বাস বুলিব পাৰা। পিছে বিচাৰ বিশ্লেষণ কৰি আমি দেখিছোঁ যে এই পদ্ধতিসমূহৰ নিৰ্ভৰযোগ্যতা বিতৰ্কাতীত নহয়। এই ধৰণৰ পদ্ধতিৰে সংজ্ঞা নিৰূপণৰ চেষ্টা নকৰি আমি অন্য এটা পদ্ধতিৰে বোধহয় কামটো কৰিব পাৰোঁ। এই পদ্ধতিটো হ'ল, বিশ্বাসৰ নেপথ্যত থকা কাৰ্য্যকাৰণ সম্পৰ্কৰ চৰিত্ৰ বিচাৰ কৰি বিশ্বাসৰ স্বৰূপ নিৰ্ণয় কৰা। এই পদ্ধতি প্ৰয়োগ কৰিলে অৱশ্যে আদিম আৰু/বা অজ্ঞ সমাজৰ বেছ কিছু বিশ্বাস তথা আচৰণ অন্ধবিশ্বাসৰ অন্তৰ্ভুক্ত হব। পিছে আদিম আৰু/বা অজ্ঞ মানুহৰ অভিজ্ঞতা তথা জ্ঞানৰ সীমাবদ্ধতা আৰু তৎজনিত অসহায়তা উদ্বেগৰ কথা মনত ৰাখি 'অন্ধ-বিশ্বাস' শব্দটো জধে-মধে নিন্দাসূচক অৰ্থত ব্যৱহাৰ নকৰিলে আমাৰ বৰ্ত্তমান আলোচনাত উল্লেখিত পদ্ধতিৰ ব্যৱহাৰে বিশেষ অসুবিধাৰ সৃষ্টি কৰিব বুলি মনে নধৰে।

Encyclopaedia of Religion and Ethicsৰ দ্বাদশ খণ্ডৰ পাত লুটিয়ালে তুমি 'Superstition' শীৰ্ষক নিবন্ধটিত বেছ সাৰুৱা কথা কিছু পঢ়িবলৈ পাবা। এই নিবন্ধটিৰ পৰা সংজ্ঞা বিষয়ক এটি দীঘল বাক্য তোমাৰ জ্ঞাতাৰ্থে ইয়াত উদ্ধৃত কৰিছো: 'The general or abstract term 'Superstition'

signifies the disposition to attribute occurances to supernatural or occult influences, and to direct conduct with a view to avoiding mischief or obtaining advantages which 'such influences are suppposed to produce' ( P-120 ) ভালদৰে চালি-জাৰি চালে এই সংজ্ঞাৰ পৰা অন্ধ-বিশ্বাসৰ বিষয়ে দুটা বেছ তাৎপৰ্য্যপূৰ্ণ কথা জানিব পাৰি। যথা:

১. অতি প্ৰাকৃত কাৰ্য্যকাৰণ সম্পৰ্ক অন্ধবিশ্বাসৰ ভিত্তি।

২. অন্ধবিশ্বাসে নানা আচাৰ-অনুষ্ঠানৰ দ্বাৰা মানুহক আশংকা-নিৰসন আৰু আকাঙ্ক্ষা-পূৰণ কৰিবলৈ উদ্বুদ্ধ বা বাধ্য কৰে।

তুমি ঈষৎ আচৰিত হলেও এইখিনিতে তোমাক এষাৰ কথা জনাই থওঁ: বৈসাদৃশ্য যেনেকৈ আছে, তেনেকৈ অন্ধবিশ্বাস আৰু বিজ্ঞানৰ মাজত কিছু সাদৃশ্যও আছে। এই সাদৃশ্য মূলতঃ দুই প্ৰকাৰ:—কাৰণানুসন্ধান আৰু বাস্তৱৰ নিয়ন্ত্ৰণৰ প্ৰয়াস। বিজ্ঞান আৰু অন্ধবিশ্বাস দুয়োটাই বিশেষ এটা ঘটনাৰ নিৰ্দ্দিষ্ট কাৰণৰ অনুসন্ধান কৰে। কেৱল সেয়েই নহয়, বিজ্ঞানে বাস্তৱক নিজৰ নিয়ন্ত্ৰণলৈ আনিবলৈ যত্ন কৰাৰ দৰে অন্ধবিশ্বাসেও—অধিকাংশ ক্ষেত্ৰত---অন্ধ আচৰণৰ দ্বাৰা বিপদ-বিপৰ্য্যয় দূৰ কৰিবলৈ বা সাফল্য-সম্ভাৱনা বঢ়াবলৈ প্ৰয়াস কৰে। এটা দৃষ্টান্ত দিলে কথাষাৰ বুজাত বোধহয় সহায় হব। ধৰা শ্ৰীমতী 'ক'ৰ অসুখ—হঠাৎ সজ্ঞা হেৰুৱাই কিবা কিবি বলকিব ধৰে। কাৰণানুসন্ধানৰ অন্তত: অন্ধবিশ্বাসীয়ে কব ভূত-প্ৰেত লগাৰ বাবে এনে অসুখ হৈছে। বিজ্ঞানীয়ে কব, স্নায়ুতান্ত্ৰিক ভাৰসাম্যহীনতাৰ বাবে এনে অসুখ হোৱাৰ সম্ভাৱনা বেছি—সম্ভৱতঃ শ্ৰীমতী 'ক' হিষ্টিৰিয়াগ্ৰস্তা। তুমি নিশ্চয় লক্ষ্য কৰিছা, দুয়ো ক্ষেত্ৰতে নিৰ্দ্দিষ্ট কাৰণ বিচৰা হৈছে; অথচ যি কাৰ্য্যকাৰণ সম্পৰ্কৰ কথা কোৱা হৈছে তাৰ চৰিত্ৰ দুয়ো ক্ষেত্ৰত কেৱল ভিন্নই নহয়, বিপৰীত

ধৰ্মীও। আকৌ অসুখৰ কাৰণ আৱিষ্কাৰ কৰাৰ পাছত অন্ধবিশ্বাসীয়ে শ্ৰীমতী 'ক'ক ধাৰণ কৰিব দিব ভূত-বিচাৰণকাৰী মাদুলী; বিজ্ঞানীয়ে কিন্তু মন্ত্ৰ-মাদুলীৰ ধাৰে-কাষে নগৈ শ্ৰীমতী 'ক'ক হয়তো দিব নিস্তেজনা-বৰ্দ্ধনকাৰী কিছু ঔষধ-পাতি। এই ক্ষেত্ৰতো তুমি নিশ্চয় লক্ষ্য কৰিছা যে ৰোগক নিয়ন্ত্ৰণ কৰাৰ চেষ্টা থাকিলেও দুয়ো ক্ষেত্ৰত নিয়ন্ত্ৰণৰ পদ্ধতি কিন্তু ভিন্ন। নিয়ন্ত্ৰণ পদ্ধতিৰ এই বৈসাদৃশ্য দৰাচলতে কাৰণানুসন্ধানৰ চৰিত্ৰৰ ওপৰত নিৰ্ভৰশীল। এই খিনিতে উল্লেখ কৰা সমীচিন হ'ব যে সমাজ-বিকাশৰ একেবাৰে আদিম স্তৰত বিভিন্ন লোক-বিশ্বাসৰ সতে কাৰণানুসন্ধানৰ সম্পৰ্ক আছিল বেছি ঘনিষ্ঠ আৰু গুৰুত্বপূৰ্ণ। পৰৱৰ্তী কালত লোক-বিশ্বাসবোৰ বদ্ধমূল হোৱাৰ পাছত বোধহয় কাৰণানুসন্ধানৰ প্ৰক্ৰিয়া বহুক্ষেত্ৰত যান্ত্ৰিক হৈ পৰে। হলেও, সকলো কালতে, বিভিন্ন ঘটনাৰ নেপথ্যত অন্ধবিশ্বাসে একোটা কাৰণ আৱিষ্কাৰ কৰেই। অলপ দকৈ গমি চালে তুমি দেখিবা অন্ধবিশ্বাস নিৰ্দ্দেশিত সকলো কাৰণ সমগোত্ৰীয় নহয়। কেতবোৰ কাৰণ সম্পূৰ্ণভাৱে কাল্পনিক--সিবোৰৰ অস্তিত্বই প্ৰকৃততে নাই। এনে অস্তিত্বহীন কাৰণৰ এটি নমুনা ভূত। অন্যবিধ কাৰণৰ বাস্তৱ-অস্তিত্ব আছে; কিন্তু যিটো কাৰ্য্য বা ঘটনাৰ সতে তাৰ সম্পৰ্ক কল্পনা কৰা হয়, তাৰ লগত দৰাচলতে সেই 'কাৰণ'ৰ কোনো সম্পৰ্কই নাই। যেনে, বাস্তৱত কেঁচাৰ নিউ নিউ মাতৰ অস্তিত্ব নথকা নহয়, তুমি নিজেও চাগৈ সেই মাত বহুবাৰ শুনিছা, কিন্তু পাঁচকুৰি বছৰীয়া বৃদ্ধৰ মৃত্যুৰ বাবে সেই কেঁচাৰ মাতক দায়ী কৰাতকৈ হাস্যকৰ ব্যাখ্যা জানো থাকিব পাৰে?

পিছে আমি হাস্যকৰ বুলিলেও অন্ধবিশ্বাসৰ পৃথিবীত হাস্যকৰ বুলি কোনো কথাই নাই। এনে বিশ্বাস অনুসৰি কেঁচাৰ চিঞৰ যেনেকৈ মানুহৰ মৃত্যুৰ কাৰণ হ'ব পাৰে, ঠিক তেনেকৈ হোটেলৰ ১৩ নম্বৰ কোঠাত থাকিলেও বিপদ-বিপৰ্য্যয় আহিব পাৰে। অন্ধবিশ্বাসে দৰাচলতে বিভিন্ন ঘটনাৰ উদ্ভট কিছুমান ব্যাখ্যা দিয়ে

কাল্পনিক কাৰ্য্যকাৰণ সম্পৰ্কৰ ভিত্তিত। The Columbia Encyclopaediaত 'Superstition'ৰ যি সংজ্ঞা তুমি পঢ়িবলৈ পাবা, তাত এই বৈশিষ্ট্যটি পৰিষ্কাৰ আৰু পোনপটীয়াকৈ ওলাই পৰিছে। 'Superstition' হল 'belief which explains events by relating them through cause and effect, although the effect has no rational or factual relation to the cause................' P. 2070 ) কোৱা বাহুল্য যে আপেক্ষিকভাৱে এই সংজ্ঞাটো বিতৰ্ক-সাপেক্ষ আৰু অস্পষ্ট নহয়, কিয়নো কাৰ্য্যকাৰণ সম্পৰ্কৰ কাল্পনিক চৰিত্ৰৰ ভিত্তিত ইয়াত অন্ধবিশ্বাসৰ কাৰণ নিৰূপণ কৰা হৈছে।

এইখিনিতে অন্ধবিশ্বাসৰ বিষয়ে আৰু দুটামান লাগতিয়াল কথা তোমাক জনাই থোৱা সমীচিন হব বুলি মনে ধৰে। Encyclopaedia Religion and Ethicsৰ সংজ্ঞাটো ভালদৰে পঢ়িলে তুমি দেখিবা যে অন্ধবিশ্বাসৰ নেপথ্যত থাকে মানুহৰ নিজৰ বা সমাজৰ ঐহিক শুভাশুভবোধ। ( ক্ষেত্ৰবিশেষে অৱশ্যে মৰণোত্তৰ শুভাশুভবোধৰ সতেও অন্ধবিশ্বাসৰ সম্পৰ্ক নথকা নহয়। যেনে, আমাৰ মৰণোত্তৰ সা-সুবিধাৰ বাবে বিশেষ কেতবোৰ ব্যৱস্থা লোৱা হয় বহুতো সমাজত। ) এই প্ৰসংগতে আৰু এটা কথা তোমাক জনাই থওঁ। তুমি নিশ্চয় এনে কিছু লোকৰ কথা জানা যি সকলৰ ব্যক্তিগত উদ্ভট বিশ্বাসবোৰ বেচ মজাৰ আৰু কেতিয়াবা বিৰক্তিকৰো। তোমাৰ গোবৰ্দ্ধন মামাৰ কথাই ধৰাচোন। ৰাতি দুৱাৰ মৰাৰ পাছত তেওঁ দুৱাৰত সজোৰে আঠটা টোকৰ মাৰে। ই এটা বাধ্যকাৰী অভ্যাস, হয়তো মনস্তাত্বিকে ইয়াৰ অন্তৰালত সুপ্ত নিউৰোচিচৰ সন্ধেদ পাব। আমি কিন্তু এই ধৰণৰ উদ্ভট ব্যক্তিগত অভ্যাস অথবা বিশ্বাসক প্ৰকৃতাৰ্থত অন্ধবিশ্বাস বুলিব নোৱাৰোঁ। কিয়নো, বৰ্ত্তমান প্ৰসংগত, সকলো নহলেও সমাজৰ বৃহৎ অংশই মানি চলা বিশ্বাস তথা আচাৰ-অনুষ্ঠান বোৰকহে মাথোন আমি অন্ধবিশ্বাস বুলিছো।

সংজ্ঞা-অন্বেষণৰ এই কোটেছন -কণ্টকিত মাগজিক অভিমানৰ শেষত-অতপৰে আলোচনা কৰা কথাৰ ভিত্তিত-আমাৰ এই পত্ৰালোচনাৰ বাবে প্ৰাসংগিক আৰু প্ৰয়োজনীয় এটা সংক্ষিপ্ত সংজ্ঞা তোমাক জনাই থোৱা সমীচিন হব। সংজ্ঞাটো হ'ল :

> মানুহৰ ঐহিক তথা মৰণোত্তৰ শুভাশুভৰ সতে জড়িত অথবা জড়িত বুলি ভবা বিবিধ সংঘটিত / সম্ভাব্য ঘটনাৰ যি অ-ব্যক্তিগত ব্যাখ্যা কাল্পনিক কাৰ্য্যকাৰণ সম্পৰ্কৰ ভিত্তিত দিয়া হয়, আৰু সেইমতে যিবোৰ আচাৰ-অনুষ্ঠান কৰা হয়, তাকেই আমি অন্ধবিশ্বাস বুলিব পাৰো।

### ১.৬ ঈশ্বৰ প্ৰসংগ :

তোমাৰ ভৰদ্বাজ ভিনিহিদেউৰ ঈশ্বৰ-আৰাধনা খুবেই বৈচিত্ৰ্যময় : পুতেকে পদোন্নতিৰ বাবে বিভাগীয় পৰীক্ষা দিয়াৰ প্ৰাক-মুহূৰ্তত তেওঁ সৰস্বতীৰ আৰাধনা কৰে, নতুন ব্যৱসায় আৰম্ভ কৰাৰ আগতে লক্ষ্মী পূজা কৰে, গাড়ীৰে দূৰলৈ যাবলৈ হ'লে বিশ্বকৰ্মাৰ শৰণাপন্ন হয় আৰু তালুৰ পৰা তলুৱালৈকে বিয়পি পৰা স্নায়বিক দৌৰ্বল্য দূৰ কৰিবলৈ একাধিক গ্ৰহৰ পূজা কৰে। যুক্তিবাদী মানুহৰ কথা বাদেই দিছো, নিষ্ঠাবান একেশ্বৰবাদীয়েও তোমাৰ ভৰদ্বাজ ভিনিহিদেউৰ এই 'আধ্যাত্মিক' কাণ্ড কাৰখানা দেখি বিস্মিত তথা বিৰক্ত হোৱাটো অত্যন্ত স্বাভাৱিক।

শেষবাক্যটো পঢ়ি তোমাৰ মনত নিশ্চয়ে প্ৰশ্ন জাগিছে : একেশ্বৰ-বাদীয়ে কোনবোৰ অন্ধবিশ্বাসৰ বিৰোধিতা কৰে ? একেশ্বৰবাদীৰ যি অন্ধবিশ্বাস-বিৰোধিতা তাৰ চৰিত্ৰ তথা উৎসই বা কি ? ভালদৰে বিচাৰ-বিশ্লেষণ কাৰলে দেখিবা যে অধিকাংশ প্ৰচলিত অন্ধবিশ্বাসৰ সতে একেশ্বৰবাদৰ বিৰোধ সুস্পষ্ট। তোমাৰ ভৰদ্বাজ ভিনিহিদেউ যে একেশ্বৰবাদী নহয়, সেই বিষয়ে সংশয়ৰ অকণো অৱকাশ নাই। তেওঁৰ অন্ধবিশ্বাসবোৰেই প্ৰমাণ কৰে যে একেশ্বৰবাদৰ সতে তেওঁৰ

বিশ্বাস তথা আচৰণৰ কোনো সম্পৰ্ক নাই। সঁচা কথা কবলৈ গ'লে, সৰ্ব্বশক্তিমান এগৰাকী বিশ্বপিতাৰ অস্তিত্বত যি সকলে অটল নিষ্ঠাৰে আস্থা আৰোপ কৰে, তেওঁলোকে কেতিয়াও নানা তৰহৰ দেৱ-দেৱী তথা গ্ৰহ পূজাৰ আশ্ৰয় নলয়। দৰাচলতে প্ৰচলিত বহুতো অন্ধবিশ্বাসে এগৰাকী সৰ্বশক্তিমান তথা সৰ্বব্যাপী ঈশ্বৰৰ ধাৰণাক পৰোক্ষ আৰু অসচেতনভাৱে নাকচ কৰে। এই বিৰোধৰ মাজতে বহুলাংশে নিহিত হৈ আছে একেশ্বৰবাদী সকলৰ সংস্কাৰ চিন্তাৰ বীজ। যি সকলে নিষ্ঠাৰে এজন ঈশ্বৰৰ অস্তিত্বত বিশ্বাস কৰে, তেওঁলোকে বাৰু ভূত পিশাচ তথা জলদেৱতা-বনদেৱতা ইত্যাদি ধাৰনাক প্ৰশ্ৰয় দিয়ে কেনেকৈ ? তোমাক বোধহয় নকলেও হ'ব যে সৰহ ভাগ অন্ধবিশ্বাসৰ বিৰুদ্ধে যুঁজ দিয়া আপোহহীন একেশ্বৰবাদীৰ সংখ্যা আদি তেনেই তাকৰ।

তোমাৰ অদম্য কৌতূহল নিবাৰণ কৰিবলৈ এইখিনিতে আৰু এটি প্ৰশ্ন উত্থাপন কৰিব পাৰোঁ : অন্ধবিশ্বাসৰ সতে একেশ্বৰবাদৰ উল্লেখিত বিৰোধৰ প্ৰকৃত ঐতিহাসিক পটভূমি কি ? এই বিষয়ে বিশদভাৱে আলোচনা নকৰি আমি বিশেষ এটা গুৰুত্বপূৰ্ণ কথা উল্লেখ কৰিব পাৰোঁ। কথাটো হ'ল, অন্ধবিশ্বাসমূলক মানসিকতাৰ জন্ম আদিম সমাজত ( যি খন সমাজত ভ্ৰান্ত উপায়েৰে মানুহে বাস্তৱক নিয়ন্ত্ৰণ কৰিবলৈ যত্ন কৰিছিল আৰু সৰ্বপ্ৰাণবাদী ধ্যান-ধাৰনাৰ প্ৰভাৱত একাধিক বিচিত্ৰ শক্তিৰ কল্পনা কৰিছিল ) ; অন্যহাতেদি একেশ্বৰবাদৰ জন্ম বহুত পাছত, শ্ৰেণীবিভক্ত সমাজত। আদিম সমাজত কিয় আৰু কেনেকৈ অন্ধবিশ্বাসৰ জন্ম তথা বিকাশ হৈছিল সেই সম্পৰ্কে এই পত্ৰালোচনাৰ পৰৱৰ্তী অধ্যায়ত তোমাক কিছু আভাস দিবলৈ প্ৰয়াস কৰিম। পিছে নৃতত্বৰ সেই বিচিত্ৰ পৃথিবীখনত সোমাই পৰাৰ আগতে ঈশ্বৰৰ ধাৰণা আৰু অন্ধবিশ্বাসৰ বিষয়ে আৰু দুআষাৰ কথা তোমাক জনাই থওঁ।

সু-প্ৰসিদ্ধ ফৰাচী লেখক ভল্টেয়াৰে Philosophical

Dictionaryৰ পাতত বহুতো চিন্তাকৰ্ষক বিষয়ৰ অৱতাৰণা কৰিছে। এই বিষয়সমূহৰ ভিতৰত আমি অতপৰে আলোচনা কৰা অন্ধবিশ্বাস বা Superstition শীৰ্ষক বিষয়টোও আছে। তেওঁ লিখিছে : 'Nearly all is superstition that goes beyond the worship of a supreme being and the submission of the heart to his eternal commands. ( P. 382 ) অন্ধবিশ্বাসৰ স্বৰচিত সংজ্ঞা সম্পৰ্কে ভল্টেয়াৰৰ মনত কোনো দ্বিধা নাই, থকাহেতেন তেওঁ এনে প্ৰাঞ্জল ভাষাত অন্ধবিশ্বাসৰ বিষয়ে বোধহয় লিখিব নোৱাৰিলেহেঁতেন। তোমাক বোধহয় নকলেও হ'ব যে অন্ধবিশ্বাসৰ প্ৰতি একেশ্বৰবাদীৰ দৃষ্টিভংগীৰেই প্ৰতিফলন ঘটিছে ভল্টেয়াৰৰ এই সংজ্ঞাত। এই গৰাকী যুগান্তকাৰী চিন্তাবিদৰ বিচাৰত তোমাৰ গ্ৰহপূজক ভৰদ্বাজ ভিনিহিদেউ ঘোৰ অন্ধবিশ্বাসী আৰু বৈজ্ঞানিক গৱেষণাৰ সাফল্যৰ বাবে কামাখ্যাত পঠা বলি দিয়া পদাৰ্থবিজ্ঞানৰ অপদাৰ্থ অধ্যাপক তোমাৰ গোবৰ্দ্ধন মামাও কু-সংস্কাৰৰ বোকাত আকণ্ঠ নিমজ্জিত—কিয়নো তেওঁলোকৰ আচৰণ 'goes beyond the worship of a supreme being.'।

কিন্তু 'worship of a supreme being' জানো একধৰণৰ অন্ধবিশ্বাস নহয় ? যদি হয় তেন্তে ভল্টেয়াৰৰ ধৰ্মাশ্ৰিত সংজ্ঞাৰ সীমাবদ্ধতা নথকা নহয়। বহুতেই ধৰ্মীয় বিশ্বাস আৰু ধৰ্মীয় অন্ধবিশ্বাসৰ মাজত পাৰ্থক্যৰ সীমাৰেখা টানিব বিচাৰে। সঁচা কথা কবলৈ গ'লে বাস্তৱত কিন্তু এনে কোনো সীমাৰেখাৰ অস্তিত্ব নাই—যদিও আলোচনাৰ সুবিধাৰ্থে বা মানুহৰ ধৰ্মীয় অনুভূতিক আঘাত নকৰিবলৈ বহুতে এনে সীমাৰেখা সৃষ্টি কৰি লয়। আপেক্ষিকভাবে বেছি অনিষ্টকৰ স্থূল অন্ধবিশ্বাসৰ বিৰুদ্ধে যুঁজ দিবলৈ যাওঁতেও কেতিয়াবা এনে এক কাল্পনিক সীমাৰেখাৰ আশ্ৰয় লবলগীয়া হয়। কিন্তু বস্তুবাদী দৃষ্টিভংগীৰে, নিৰ্মোহ-নিৰ্ভীকভাৱে যদি বিচাৰ কৰা যায় তেন্তে দেখা যাব যে ধৰ্মীয় বিশ্বাস আৰু ধৰ্মীয় অন্ধবিশ্বাসৰ মাজত কোনো গুণগত

পাৰ্থক্য নাই। "Marxist atheism denies that there is any difference in principle between religious faith and religious superstition". কথাকেইষাৰ তুলি দিছো ১৯৬৭ চনত মস্কোৰ পৰা প্ৰকাশিত A Dictionary of Philosophy নামৰ কিতাপখনৰ পৰা। এই পৰিপেক্ষিতত বিচাৰ কৰিলে তুমি নিৰ্দ্বিধাই এই সিদ্ধান্তলৈ আহিব পৰা যে ভল্টেয়ৰৰ 'supreme being' ও দৰাচলতে একপ্ৰকাৰৰ অন্ধবিশ্বাসহে।

এই ধৰণৰ ধৰ্মদ্ৰোহী-ঈশ্বৰদ্ৰোহী কথা-বতৰা শুনিলে তোমাৰ গোবৰ্দ্ধন মামা আৰু ভৰদ্বাজ ভিনিহিদেউৰ দৰে ধৰ্মোন্মাদ লোকসকল খণ্ডত অগ্নিশৰ্মা হোৱাটো খুবেই স্বাভাৱিক। তেওঁলোকে যুক্তিৰ তূনৰ পৰা বহু ব্যৱহৃত পুৰণি কাঁড়ডাল উলিয়াই তোমালৈ নিক্ষেপ কৰিব : 'বাছা, তোমাৰ কথাই বাৰু সঁচা। কিন্তু এই বিশাল বিশ্ব-ব্ৰহ্মাণ্ডক সৃজিলে কোনে?' তুমি কিন্তু উভতি তেওঁলোকক সুধিব পাৰা : 'ঠিক আছে, মানি লৈছো বিশ্বব্ৰহ্মাণ্ডৰ স্ৰষ্টা ঈশ্বৰ। কিন্তু ঈশ্বৰৰ স্ৰষ্টা কোন?' এই ধৰণৰ যুক্তি-তৰ্কৰ দাৰ্শনিক প্ৰেৰণাৰ বাবে তুমি ৰাছেলৰ Why I am not a Christian নামৰ কিতাপখন পঢ়িব পাৰা। কিতাপখনৰ ১৫ পৃষ্ঠাত তেওঁ দাৰ্শনিক সুলভ ভংগীৰে লিখিছে : 'If everything must have a cause, then God must have a cause. If there can be anything without a cause, it may just as well be the world as God,............'। অল্প আগতে তোমাৰ গোবৰ্দ্ধন মামাহঁতৰ বিৰুদ্ধে ব্যৱহাৰ কৰিবলৈ তোমাৰ হাতত তুলি দিয়া যুক্তিটো আচলতে ৰাছেলৰ সদ্যউদ্ধৃত কথাখিনিৰ দ্বাৰা পোনপটীয়াকৈ অনুপ্ৰাণিত সুবুলি যুক্তিটো ৰাছেলৰ পৰা ধাৰ বুলি ক'লেও বোধহয় অত্যুক্তি কৰা নহ'ব। ৰাছেলৰ কোটেছনটো আচলতে ঋণ-পৰিশোধৰেই প্ৰকাশ্য প্ৰয়াস।

তোমাক নিশ্চয় সোঁৱৰাই নিদিলেও হ'ব যে ঈশ্বৰৰ জন্ম

বৃত্তান্ত তথা স্বৰূপ বিচাৰ কৰিবলৈ এই পত্ৰালোচনা আৰম্ভ কৰা নাই। তোমাৰ চিঠিতো তেনে কোনো ইংগিত নাছিল। ঈশ্বৰ সম্পৰ্কে আমি অন্যত্ৰ কিঞ্চিৎ আলোচনা কৰিবলৈ যত্ন কৰিছোঁ। 'নিষিদ্ধ প্ৰসংগ' নামৰ গ্ৰন্থত সন্নিবিষ্ট 'ভগৱানৰ ভূত ভৱিষ্যৎ ইত্যাদি' শীৰ্ষক প্ৰবন্ধটো তুমি এবাৰ পঢ়ি চাব পাৰা। অধ্যয়ন তথা বিচাৰ-বুদ্ধিৰ ব্যক্তিগত সীমাবদ্ধতাৰ বাবে প্ৰবন্ধটোত পূৰ্ণাংগ আৰু প্ৰণালীবদ্ধ আলোচনা কৰিব পৰা নাই যদিও তোমাৰ দৰে অনুসন্ধিৎসু পাঠকে তাত চিন্তাৰ কিছু খোৰাক পাবা বুলি মনে ধৰে। বৰ্তমান পত্ৰালোচনাত আমি পৰাপক্ষত উক্ত প্ৰবন্ধত থকা কথাবোৰৰ পুনৰাবৃত্তি নকৰিবলৈ চেষ্টা কৰিম। পিছে অন্ধবিশ্বাস বিষয়ক আলোচনাত সৰু-বৰ নানা তৰহৰ ঈশ্বৰৰ প্ৰসংগ স্বাভাৱিকতে—সঠিকভাৱে ক'বলৈ হ'লে অনিবাৰ্য্যভাৱে-আহি পৰিবই। ঈশ্বৰৰ ধাৰণাক বাদ দি দৰাচলতে অন্ধবিশ্বাসৰ বিষয়ে পূৰ্ণাংগ আলোচনা সম্ভৱেই নহয়। কিয়নো বয়সত ঈশ্বৰ কনিষ্ঠ হ'লেও অন্ধবিশ্বাস আৰু ঈশ্বৰৰ মাজৰ বন্ধুত্ব বৰ নিবিড়, গভীৰ আৰু পুৰাণ। অৱশ্যে বন্ধুত্বৰ এই সম্পৰ্ক কেতিয়াবা প্ৰকাশ্য আৰু পোনপটীয়া, কেতিয়াবা গোপন আৰু আওপকীয়া। এই কথাখিনিকেই অধিক শুদ্ধভাৱে ক'বলৈ গ'লে আমি ক'ব লাগিব-বন্ধুত্বৰ কথা বাদেই দিছোঁ, ঈশ্বৰ আৰু অন্ধবিশ্বাস আচলতে একাত্ম। কাৰণ শেষ বিচাৰত, ঈশ্বৰৰ ধাৰণাটোও এক প্ৰকাৰৰ অন্ধবিশ্বাসেই। ১.ঘ-আলোচনাংশত আমি দেখিছোঁ যে কাল্পনিক কাৰ্য্যকাৰণ সম্পৰ্কৰ ভিত্তিত অন্ধবিশ্বাসসমূহ প্ৰতিষ্ঠিত। ঈশ্বৰৰ ভূমিকা সম্পৰ্কে আমি সচৰাচৰ যিবোৰ কথা পঢ়িবলৈ / শুনিবলৈ পাওঁ সেইবোৰৰ ভেটিও কাল্পনিক কাৰ্য্যকাৰণ সম্পৰ্ক : বিশ্বব্ৰহ্মাণ্ড সৃষ্টিৰ পৰা পোক-পৰুৱাৰ অস্তিত্ব-সকলোৰে নেপথ্যত ঈশ্বৰবাদীয়ে আৱিষ্কাৰ কৰে অদৃশ্য শক্তিৰ লীলা-খেলা! দৰাচলতে কল্পনা-প্ৰসূত বাবেই ঈশ্বৰৰ অস্তিত্বক কোনেও বিষয়গতভাৱে প্ৰমাণ কৰিব পৰা নাই। প্ৰসিদ্ধ ভাৰতীয় বৈজ্ঞানিক মেঘনাদ সাহাৰ এবাৰ সাৰগৰ্ভ উক্তি এই

প্ৰসংগতে তোমাক জনাই থওঁ। তেওঁ লিখিছে: 'প্ৰত্যেক যুগে এবং প্ৰত্যেক দেশেই লোকে নিজেদের মন হইতে "ঈশ্বরের স্বরূপ" কল্পনা করিয়া নেয়। ............ঈশ্বর সম্বন্ধে প্রমাণ সঙ্গত কোনো objective ধারণা এপর্য্যন্ত কেহ করিতে পারিয়াছেন বলিয়া আমার জানা নেই।' (দ্ৰঃ মেঘনাদ রচনা সংকলন পৃঃ ১৩৮-৩৯)।

তুমি নিশ্চয় ভাবিছা, ক্ৰমে প্ৰসংগান্তৰলৈ গৈছোঁ। পিছে তোমাৰ সেই ভয় যে অমূলক তাৰ প্ৰমাণ তুমি পাবা পৰৱৰ্তী অধ্যায়ৰ আৰম্ভণিতেই। নৃতত্ত্বৰ বিশাল, বিচিত্ৰ আৰু বিস্ময়কৰ পৃথিৱীখনত তোমোৱাৰ লগে লগে আমি ভৰি দিম অন্ধবিশ্বাসৰ জীৱন-কাহিনীৰ প্ৰথম পৰ্বত।

): — :(

## ২. অন্ধবিশ্বাস ঃ নৃতাত্ত্বিক অন্বেষণ

তোমাৰ প্ৰমীলা পেহীৰ প্ৰক্ষালন-প্ৰীতিৰ কথা কোনে নাজানে ? তেওঁ দৈনিক চাৰিবাৰ গা ধোৱে, দহবাৰ মুখ ধোৱে আৰু কমেও চল্লিশবাৰ হাত-ভৰি ধোৱে ! বিশ্লেষণৰ বাবে যদি এই তথ্যখিনি তুমি কোনো মনস্তাত্ত্বিকক জানিবলৈ দিয়া তেন্তে তেওঁ পোনছাটেই ক'ব ঃ 'খুব সম্ভৱ মানুহ গৰাকীৰ মনত guilt complex আছে। শৈশৱ বা কৈশোৰতেই এনে complex-ৰ জন্মৰ সম্ভাৱনা বেছি। গতিকে তোমাৰ পেহীৰ অতীত-ইতিহাসৰ কথা মই জানিব লাগিব-জানিব লাগিব তেওঁৰ washing mania-ৰ জন্ম লগ্নত কি ধৰণৰ মানসিকতাই কাম কৰিছিল।'

অৰ্থাৎ, ব্যক্তিগত অসুস্থতা / অস্বাভাৱিকতাৰ স্বৰূপ বুজিবলৈ অতীত সম্পৰ্কে অনুসন্ধান চলোৱাটো খুবেই জৰুৰী। পিছে কেৱল ব্যক্তিৰ ক্ষেত্ৰতে এই পদ্ধতিৰ গুৰুত্ব তথা প্ৰয়োজন সীমাবদ্ধ নহয়। মনস্তাত্ত্বিকে যেনেকৈ ৰোগীৰ অতীত-ইতিহাস জনা উচিত, তেনেকৈ সমাজেতিহাসৰ বস্তুনিষ্ঠ ছাত্ৰই জনা উচিত বিভিন্ন ধ্যান ধাৰণাৰ, আচাৰ-অনুষ্ঠান তথা সামাজিক নীতি-নিয়মৰ শৈশৱাৱস্থাৰ কাহিনী। এই কাহিনীৰ এক বিৰাট অংশ সোমাই আছে সাংস্কৃতিক নৃতত্ত্ব নামৰ বিষয়টোত। তুমি বোধহয় ভাবিছা, সাংস্কৃতিক নৃতত্ত্বৰ ওপৰত অযথা গুৰুত্ব দিয়া হৈছে। এটা দৃষ্টান্ত দিলে এই 'অযথা' গুৰুত্বৰ তাৎপৰ্য্য ধৰিব পাৰিবা। ধৰা, বিবাহৰ বিষয়ে তুমি প্ৰবন্ধ এটা লিখিব লৈছা। একক বিবাহ বা monogamy বিবাহৰ সনাতন ৰূপ—ই নিশ্চয় তোমাৰ প্ৰতিপাদ্য বিষয় হ'ব নোৱাৰে। প্ৰবন্ধটোত তুমি বিবাহৰ ক্ৰমবিকাশৰ কথা লিখিবা আৰু ক্ৰমবিকাশৰ প্ৰথম পৰ্বৰ কথা লিখোতে তুমি আদিম সমাজ—আৰু সাম্প্ৰতিক কালৰ জনজাতীয় সমাজৰ-বিবাহ-প্ৰথাৰ কথা নিশ্চয় উল্লেখ কৰিবা। তাৰমানে,

বিবাহ ব্যৱস্থাৰ বৈচিত্ৰ্যময় প্ৰাথমিক পৰ্য্যায়ৰ কথা লিখোতে তুমি সাংস্কৃতিক নৃতত্ত্বৰ আশ্ৰয় ল'বলৈ বাধ্য হ'বা। (ফ্ৰেডাৰিখ এঙ্গেলচৰ The Origin of the Family, Private Property and the State পঢ়িলে তুমি দেখিবা বিবাহ আৰু পৰিবাৰৰ ক্ৰমবিকাশৰ ইতিহাস উদ্ঘাটন কৰোঁতে নৃতাত্ত্বিক সমলৰ ওপৰত তেওঁ কি পৰিমাণৰ গুৰুত্ব দিছে।)

আমাৰ এই পত্ৰালোচনাত জানো সাংস্কৃতিক নৃতত্ত্বৰ প্ৰসংগ উত্থাপন কৰাৰ কিবা হেতু আছে? হেতু নিশ্চয় আছে। কিয়নো, মানুহৰ ধ্যান-ধাৰণা তথা-আচাৰ-অনুষ্ঠানৰ জন্ম-বৃত্তান্ত আৰু প্ৰাথমিক বিকাশৰ কাহিনীক আওকান কৰি অন্ধবিশ্বাসৰ বিষয়ে বহলভাবে আলোচনা কৰাটো সম্ভৱ নহয়। পৰৱৰ্তী কালৰ বিকাশ আৰু বৈচিত্ৰ্যক অস্বীকাৰ নকৰিও এটা কথা আমি ডাঠি ক'ব পাৰোঁ: অজ্ঞ অসহায় মানুহৰ আদিম সমাজত অন্ধবিশ্বাসৰ জন্ম। তাৰ পাছত হাজাৰ হাজাৰ বছৰৰ বিকাশ-বিৱৰ্তনৰ মাজেৰে আহি অন্ধবিশ্বাসৰ বেচ-ৰূপ কিছু সলনি হ'ল, অসংখ্য নতুন অন্ধবিশ্বাসৰও জন্ম হ'ল। তথাপি তোমাৰ বিলাত-ফেৰৎ গোবৰ্দ্ধন মামাই যেতিয়া পৰম নিষ্ঠাৰে ৰক্ত-বৃত্তাহৰ পৰা ৰক্ষা পাবলৈ নাহৰ পাতত শ্লোক লিখি আৰ. চি. চি. অট্টালিকাৰ কোনোবা চুকত গুজি থয় তেতিয়া কোনোবাই যদি তাৰ পূৰ্ণাঙ্গ ব্যাখ্যাৰ সন্ধান কৰিব বিচাৰে, তেন্তে তেওঁ সাংস্কৃতিক নৃতত্ত্বৰ ম্যাজিক সম্পৰ্কীয় তত্ত্ব আৰু তথ্যৰ সহায় নোলোৱাকৈ নোৱাৰে। অৰ্থাৎ, একবিংশ শতিকাৰ দুৱাৰ-দলিত ভৰি দিলেও আমাৰ বহুতো বিশ্বাস তথা আচৰণৰ ব্যাখ্যা আদিম মানসিকতাৰ পৰিপ্ৰেক্ষিতহে সম্ভৱ।

সাংস্কৃতিক নৃতত্ত্বৰ পৃথিবীখন বিশাল, বিচিত্ৰ। তাত সোমোৱাৰ উপযুক্ত সামৰ্থ্য আৰু সাহস আমাৰ নাই। তথাপি সেই বৈচিত্ৰ্যময় পৃথিৱীৰ পৰা বুটলি অনা দুই-এটা তত্ত্ব তথ্যৰ সহায়ত অন্ধবিশ্বাসৰ বিষয়ে কিছু কথা তোমালৈ লিখিম বুলি ভাবিছোঁ। তোমাক

বোধহয় নকলেও হ'ব যে আমাৰ এই আলোচনা কোনো ফালৰ পৰাই পূৰ্ণাঙ্গ নহয়।

বৰ্তমান প্ৰসংগত আদিম মানসিকতাৰ স্বৰূপ আৰু চৰিত্ৰ বুজিবলৈ আমি সাংস্কৃতিক-নৃতত্ত্বৰ দুটা বিষয়ৰ ওপৰতহে ঘাইকৈ গুৰুত্ব দিব বিচাৰিছোঁ—এটা হ'ল ইন্দ্ৰজাল বা magic আনটো সৰ্বপ্ৰাণবাদ বা animism। আমাৰ এই অধ্যায়ৰ আলোচনা শেষ হ'লে দেখিবা যে কেৱল আদিম সমাজৰেই নহয়, আমাৰ সাম্প্ৰতিক কালৰ বহুতো অন্ধবিশ্বাসৰ সৈতেও ঐন্দ্ৰজালিক আৰু সৰ্বপ্ৰাণবাদমূলক ধ্যান-ধাৰণাৰ সম্পৰ্ক গভীৰ আৰু নিবিড়।

## ১.ক আদিম সমাজ আৰু মানসত এভুমুকি ঃ

তোমাৰ হাতত হাতিয়াৰ-ৰূপী খহটা এটুকুৰা পাথৰ আৰু মগজুত প্ৰকৃতি সম্পৰ্কে সঁচা-মিছা কিছু ধাৰণা—এইখিনিকে সম্বল হিচাপে লৈ তুমি নিজকে তোমাৰ লগৰীয়াৰ সৈতে কল্পনা কৰা হিংস্ৰ জন্তু-জানোৱাৰেৰে ভৰা এখন অটব্য অৰণ্যৰ মাজত। কিছু অসহায় আৰু শংকিত বোধ কৰিছানে ? যদি কৰিছা তেন্তে তোমাৰ অসহায়তা আৰু শংকাক শত-সহস্ৰ গুণে বঢ়াই দিলেই তুমি আদিম মানুহৰ মানসিক অৱস্থাৰ বিষয়ে কিছু ধাৰণা কৰিব পাৰিবা বুলি মনে ধৰে। তোমাৰ অসহায়তা, শংকাক শত-সহস্ৰ গুণে বঢ়াই দিবলৈ কৈছোঁ এই বাবেই যে তোমাৰ অনুভূতিবোৰ কল্পনা-প্ৰসূত, অথচ আদিম মানুহৰ অনুভূতিক প্ৰতিক্ৰিয়া আছিল অভিজ্ঞতালব্ধ।

আদিম কালত খাদ্য সংগ্ৰহৰ—আৰু পৰৱৰ্তী সময়ত খাদ্য উৎপাদনৰ—কৌশলসমূহ আছিল তেনেই অনুন্নত। চিকাৰজীৱি লোক-সকলে দলবদ্ধভাৱে পাথৰৰ অস্ত্ৰ বা অনুন্নত যাঠি আদিৰ দৰে স্থূল হাতিয়াৰ লৈ খাদ্য সংগ্ৰহ কৰিছিল। এই সময়ত উপযুক্ত পৰিমাণৰ খাদ্য সংগ্ৰহ কৰিব পৰা যাবনে নাযায় সেই বিষয়ে কোনো নিশ্চয়তা নাছিল। কৃষি-যুগৰ প্ৰাথমিক স্তৰতো অনিশ্চয়তা কমা নাছিল।

যিহেতু কৃষি-কাৰ্য্য প্ৰকৃতিৰ ওপৰত বৰকৈ নিৰ্ভৰশীল, সেই হেতুকে মানুহৰ অনিশ্চযতা কিছু ক্ষেত্ৰত বাঢ়িছিল বুলিও অনুমান হয। এই প্ৰকাৰৰ অনিশ্চযতাৰ উপৰিও জন্তু-জানোৱাৰৰ আক্ৰমণ আৰু প্ৰাকৃতিক দুৰ্যোগে মানুহৰ মনত জন্ম দিছিল ভয়, দুশ্চিন্তা আৰু উদ্বেগৰ। এনে পৰিস্থিতিত আদিম মানুহৰ চেতনাক দুটা কথাই প্ৰায আচ্ছন্ন কৰি ৰাখিছিল—এটা হ'ল কাম্য বস্তু লাভ কৰাৰ আগ্ৰহ, আনটো হ'ল, ভয়-ভীতি দূৰ কৰাৰ প্ৰযাস। (উল্লেখ্য যে প্ৰথমটোৱে জন্ম দিলে positive magic-ৰ, দ্বিতীয়টোৱে জন্ম দিলে negative magic-ৰ)।

স্বাভাৱিক কাৰণতেই জীৱন-সংগ্ৰামৰ বাবে আদিম মানুহৰ জ্ঞান আছিল দুখ-লগাকৈ অসম্পূৰ্ণ আৰু অনুপযুক্ত। প্ৰাকৃতিক পৰিবৰ্তন আৰু দুৰ্যোগে তেওঁলোকক বিস্মিত আৰু হতবাক কৰিছিল, ক্ষেত্ৰবিশেষে অভাৱনীয়ভাৱে সন্ত্ৰস্ত হৈ পৰিছিল তেওঁলোকৰ উদ্বিগ্ন মন। এই অজ্ঞতাই আদিম মানুহৰ ভয়, দুশ্চিন্তা আৰু উদ্বেগ দুগুণে বঢ়াই তুলিছিল। তোমাক বোধহয় নকলেও হ'ব যে অজ্ঞতা, অনুসন্ধিৎসা আৰু শংকাৰে ভৰা মনৰ মনৰ ওপৰত নানা তৰহৰ উদ্ভট কল্পনাই অতি সহজে আৰু সোনকালে প্ৰভাৱ বিস্তাৰ কৰে। অজ্ঞ আৰু অনুসন্ধিৎসু আদিম মানুহে কাল্পনিক ব্যাখ্যাৰে প্ৰকৃতিক পৰিবৰ্তন তথা দুৰ্যোগৰ স্বৰূপ বুজিবলৈ আৰু কাল্পনিক উপায়েৰে প্ৰকৃতিক নিয়ন্ত্ৰণ কৰি কাম্য বস্তু পাবলৈ তথা ভয় দূৰ কৰিবলৈ চেষ্টা কৰিছিল। তাৰমানে, অন্ধবিশ্বাসৰ নেপথ্যত আমি যি কাল্পনিক কাৰ্যকাৰণ সম্পৰ্ক বিচাৰি পাওঁ তেনে এক উদ্ভট সম্পৰ্ক আৱিষ্কাৰ কৰি আদিম মানুহে খাদ্যাভাৱ, মানসিক অস্বস্তি আদিৰ পৰা নিজকে মুক্ত কৰিবলৈ যত্ন কৰিছিল।

## ২.খ ইন্দ্ৰজাল সম্পৰ্কে কিছু কথা :

বন্ধু-বান্ধৱৰ সৈতে মাজে সময়ে তুমি চিকাৰবলৈ যোৱাৰ কথা

শুনো। তোমালোকৰ উদ্দেশ্য—আনন্দ, এ্যাডভেঞ্চাৰ। পেটৰ সমস্যাৰ লগত তোমালোকৰ চিকাৰাভিযানৰ কোনো সম্পৰ্ক নাই। তাৰমানে, আত্মৰক্ষামূলক প্ৰবৃত্তিৰ তাগিদত তোমালোক চিকাৰলৈ নোযোৱা, যোৱা একধৰণৰ অৱসৰ-হননকাৰী বিলাসৰ অন্বেষণত। পিছে আজি যিটো কথা তোমালোকৰ বাবে বিলাস, এসময়ত সিয়েই আছিল এক জৰুৰী প্ৰয়োজন—যাৰ সতে জীৱন-মৰণৰ সমস্যা জড়িত আছিল ওতঃপ্ৰোতভাৱে। সম্ভৱতঃ ইয়েই ইতিহাসৰ অমোঘ নিয়ম: এসময়ৰ প্ৰয়োজন পৰৱৰ্তী কালত বিলাসলৈ ৰূপান্তৰিত হয়।

চিকাৰ যেতিয়া মানুহৰ বাবে আছিল জৰুৰী প্ৰয়োজন, যেতিয়া জন্তু-জানোৱাৰৰ সংগ্ৰহৰ ওপৰত মানুহৰ জীৱন সম্পূৰ্ণ বা আংশিকভাৱে নিৰ্ভৰ কৰিছিল, তেতিয়া কিন্তু মানুহে তোমালোকৰ দৰে অনানুষ্ঠানিকভাৱে চিকাৰলৈ যাত্ৰা কৰা নাছিল। খাদ্য সংগ্ৰহৰ নিশ্চিত সাফল্যৰ বাবে সেই কালত মানুহে নানা তৰহৰ আচাৰ-অনুষ্ঠানৰ আয়োজন কৰিছিল। দৃষ্টান্ত হিচাপে তোমাক উত্তৰ আমেৰিকাৰ ৰেড ইণ্ডিয়ানসকলৰ এটি অনুষ্ঠানৰ কথা জনাব পাৰো। চিকাৰলৈ যোৱাৰ আগতে ৰেড ইণ্ডিয়ানসকলে দলবদ্ধভাৱে এটি নাচ নাচে—যিটোক আমি বাইচন-নৃত্য বুলিব পাৰো। এই নাচত চিকাৰীসকলে মূৰত পিন্ধে মূৰসহ বাইচনৰ চামৰা অথবা তাৰ অভাৱত তেওঁলোকে ব্যৱহাৰ কৰে বাইচনৰ মূৰ অঁকা মুখা। প্ৰতিজন চিকাৰীৰ হাতত থাকে যাঠি বা ধেনু-কাঁড়। তাৰ পাছত আৰম্ভ হয় নাচ—অৰ্থাৎ, বাইচন চিকাৰৰ নৃত্যৰূপ। নাচি নাচি যেতিয়া কোনোবা চিকাৰী ভাগৰি পৰে তেতিয়া তেওঁৰ গালৈ ভোটা কাঁড় মৰা হয় আৰু তাৰ পাছত ভৰিত ধৰি চোচৰাই দলৰ বাহিৰলৈ অনা হয়। ইয়াৰ পাছত আৰম্ভ হয় বাইচন ৰূপে কল্পিত সেই ক্লান্ত চিকাৰীজনৰ গাৰপৰা মঙহ কটাৰ নৃত্যাভিনয়।

উত্তৰ আমেৰিকাৰ ৰেড ইণ্ডিয়ানসকলৰ এই নৃত্যৰ অৰ্থ আৰু উদ্দেশ্য কি? খাদ্য যোগানৰ অনিশ্চয়তাই অহৰহ উদ্বিগ্ন কৰি তোলা

এই আদিম জনগোষ্ঠীৰ লোকসকলে চিত্ত-বিনোদনৰ বাবে বাইচন নৃত্য নচাটো জানো সম্ভৱ ? এই কথা ঠিক যে আদিম সমাজৰ এই প্ৰকাৰ অনুষ্ঠানৰ মাজতে নৃত্য আৰু নাটকৰ আদি উৎস নিহিত হৈ আছে। কিন্তু ইয়াৰ দ্বাৰা আমি এই সিদ্ধান্তলৈ আহিব নোৱাৰো যে নাটক আৰু নৃত্যৰ চৰ্চা তথা উপভোগৰ উদ্দেশ্যে ৰেড ইণ্ডিয়ানসকলে বাইচন নৃত্যৰ আয়োজন কৰিছিল। আচলতে এই নৃত্যটো এক ধৰণৰ ঐন্দ্ৰ-জালিক অনুষ্ঠান: চিকাৰীসকলে বিশ্বাস কৰিছিল যে কামনা সফল হোৱাৰ অভিনয় কৰিলে বাস্তৱত তেওঁলোকে কাম্যবস্তু লাভ কৰিব পাৰিব। ৰেড ইণ্ডিয়ানসকলৰ এই বিশ্বাসৰ মাজত তুমি সহজেই বিচাৰি পাবা ইন্দ্ৰজাল বা ম্যাজিকৰ মূল সূত্ৰ: বাস্তৱক নিয়ন্ত্ৰণ কৰাৰ ভাও ধৰিলে, ই সঁচাকৈয়ে নিয়ন্ত্ৰণাধীন হয়। প্ৰসিদ্ধ মাৰ্ক্সবাদী পণ্ডিত জৰ্জ টমচনৰ ভাষাত—'Magic rests on the principle that by creating illusion that you control reality you can actually control it.' (Quoted by D. Chattopadhyaya, Lokayat, P. 94) ৰেড ইণ্ডিয়ানসকলৰ আলোচ্য বাইচন নৃত্যত তেওঁলোকে আচলতে চিকাৰৰ সাফল্যৰ 'illusion' সৃষ্টি কৰিছিল। তোমাক বোধহয় নকলেও হ'ব যে এনে 'illusion' সৃষ্টি কৰাৰ প্ৰত্যক্ষ ফল হিচাপে অধিক সংখ্যক বাইচন বা অন্যান্য জন্তু তেওঁলোকে চিকাৰত পাইছিল বুলি ভবাৰ কোনো থল নাই। অন্যহাতেদি, এই ধৰণৰ ঐন্দ্ৰজালিক অনুষ্ঠানে চিকাৰীসকলৰ আত্মবিশ্বাস বঢ়াই তেওঁলোকক যে অধিক ক্ষমতাসম্পন্ন কৰি তুলিছিল সেই কথাটোও উপেক্ষণীয় নহয়।

তোমাৰ মেজত এবাৰ শিৱনাথ বৰ্মনৰ 'লোক-কৃষ্টিৰ উৎস' আৰু অন্য কেইখনমান সেই জাতীয় বঙলা / ইংৰাজী কিতাপ দেখা মনত পৰে। গতিকে অনুমান কৰাত বাধা নাই যে জেমচ্ ফ্ৰেজাৰৰ তত্ত্বৰ বিষয়ে তুমি অলপ-অচৰপ জানা। ফ্ৰেজাৰৰ তত্ত্ব অনুযায়ী উল্লেখিত বাইচন নৃত্যটোক বাৰু কি বুলিবা ? একেষাৰেই কোৱা যায়

যে এই নৃত্যটো Homoeopathic magic বা অনুকৰণমূলক ইন্দ্ৰজালৰ এক সুন্দৰ নিদৰ্শন। কিন্তু এই অনুকৰণমূলক ইন্দ্ৰজালেই বা কি? ফ্ৰেজাৰৰ ম্যাজিক বিষয়ক তত্ত্বৰ চমু আভাস দিলেহে কথাটো কিছু পৰিষ্কাৰ হ'ব।

ইন্দ্ৰজাল বা ম্যাজিকৰ নেপথ্যত সক্ৰিয় থকা ধ্যান-ধাৰণাবোৰ বিচাৰ বিশ্লেষণ কৰিলে, জেমচ্ ফ্ৰেজাৰৰ মতে, দুই প্ৰকাৰৰ নীতি-নিয়মৰ সন্ধান পোৱা যায়: (ক) সদৃশ ঘটনাই সদৃশ ফলাফলৰ সৃষ্টি কৰে অথবা ফলাফল সকলো সময়তে কাৰণৰ অনুৰূপ হয়। এই নিয়মৰ ওপৰত প্ৰতিষ্ঠিত ইন্দ্ৰজালক অনুকৰণমূলক ইন্দ্ৰজাল বোলা হয়। (খ) এসময়ত সংস্পৰ্শত থকা দুটা বস্তুৰ এটা শাৰীৰিকভাৱে বিচ্ছিন্ন হ'লেও আঁতৰৰ পৰা সি আনটোৰ ওপৰত ক্ৰিয়া কৰে। এই নিয়মৰ ওপৰত প্ৰতিষ্ঠিত ইন্দ্ৰজালক স্পৰ্শমূলক ইন্দ্ৰজাল বোলা হয়। ফ্ৰেজাৰৰ কথাখিনি তোমালৈ সহজভাৱে লিখিলো যদিও পৰৱৰ্তী চিঠিত তুমি যে ফ্ৰেজাৰৰ উদ্ধৃতি কেতবোৰ বিচাৰিবা সেই বিষয়ে কোনো সন্দেহ নাই। গতিকে কিতাপখন হাতৰ কাষত থাকোতেই ফ্ৰেজাৰৰ Golden Bough-ৰ পৰা প্ৰাসংগিক আৰু গুৰুত্বপূৰ্ণ এটি বাক্য তোমালৈ লিখি পঠাইছোঁ। ম্যাজিকৰ নেপথ্যত থকা মূল সূত্ৰ দুটাৰ বিষয়ে তেওঁ কৈছে: "............first, like produces like, or that an effect resembles its cause; and, second, that things which have once been in contact with each other continue to act on each other at a distance after the physical contact has been severed.' (P. 14) কোৱা বাহুল্য যে ফ্ৰেজাৰ বৰ্ণিত এই দুবিধ ইন্দ্ৰজাল বিশুদ্ধ ৰূপত সকলো সময়তে পোৱা নাযায়। এই কথা ফ্ৰেজাৰে নিজেও লিখি গৈছে।

ফ্ৰেজাৰে যি Homoeopathic বা অনুকৰণমূলক ইন্দ্ৰজালৰ কথা কৈছে তাৰ সৰ্বজনবোধ্য দৃষ্টান্ত হল শত্ৰুৰ মূৰ্তি সাজি তাক আঘাট

কৰা বা ধ্বংস কৰা। শত্ৰুৰ মূৰ্তিটো আঘাত কৰাৰ লগে লগে শত্ৰুৱেও যন্ত্ৰণা অনুভৱ কৰিব আৰু মূৰ্তিটোক ধ্বংস কৰাৰ লগে লগে শত্ৰুও নিপাত যাব—এই বিশ্বাসৰ পৰাই উক্ত ঐন্দ্ৰজালিক প্ৰক্ৰিয়াৰ উৎপত্তি। এই ধৰণৰ অনুকৰণমূলক ইন্দ্ৰজালৰ উপস্থিতি পৃথিৱীৰ বহুতো দেশৰ প্ৰাচীন ইতিহাসত পোৱা যায়। যেনে, প্ৰাচীন ভাৰতৰ আৰ্য্যসকলে শত্ৰুক ধ্বংস কৰিব বিচাৰিলে শত্ৰুৰ মূৰ্তি সাজি তাক কাড়েৰে আঘাত কৰিছিল অথবা কুশেৰে এটা মূৰ্তি অৰ্থাৎ 'কুশপুত্তলিকা'—সাজি সেইটো দাহ কৰিছিল। এতিয়াও আদিম জনগোষ্ঠীৰ মাজত কেতিয়াবা অনুকৰণৰ দ্বাৰা ঐন্দ্ৰজালিক পদ্ধতিৰে শত্ৰু ধ্বংসৰ অনুষ্ঠান আয়োজিত হোৱাৰ কথা শুনা যায়। দৃষ্টান্ত হিচাপে পেৰুভিয়ান ইণ্ডিয়ানসকলৰ কথা উল্লেখ কৰিব পাৰি। এওঁলোকে চৰ্বিৰ সতে শস্য মিহলাই যি বাটেৰে শত্ৰু যাব সেই বাটত মূৰ্তিটো স্থাপন কৰি তাক দাহ কৰে। তেওঁলোকৰ বিশ্বাস, ইয়াৰ দ্বাৰা শত্ৰুৰ ধ্বংস অনিবাৰ্য্য। ডফলাসকলৰ মাজতো এই প্ৰকাৰ ঐন্দ্ৰজালিক বিশ্বাস আছে। শত্ৰুক প্ৰতিনিধিত্ব কৰা এটা বা দুটা জন্তুক তেওঁলোকে নৃশংসভাৱে হত্যা কৰে। ইয়াৰ দ্বাৰা আচল শত্ৰুজন আঘাত প্ৰাপ্ত হয় বুলি তেওঁলোকে বিশ্বাস কৰে।
(P. D. Saikia, Studies in Dafla Social and Religions Life P. 53)

এই প্ৰকাৰ ঐন্দ্ৰজালিক প্ৰক্ৰিয়াৰ সতে কিছু সাদৃশ্য থকা আমাৰ কিবা আধুনিক আচৰণৰ কথা তোমাৰ মনলৈ আহিছে নে? কিছুবছৰ আগতে তোমালোকৰ স্থানীয় কলেজখনত এটা লজ্জাজনক ঘটনা ঘটিছিল। এগৰাকী স্বনামধন্য অধ্যাপকে কলেজ চুটি হোৱাৰ পাছত এগৰাকী ছাত্ৰীক প্ৰেমৰ এটা কবিতাৰ প্ৰতীকি তাৎপৰ্য্য বুজাই আছিল। আবেগাধিক্যবশতঃ সেই আদহীয়া অধ্যাপকৰ কবিতাৰ ক্লাচ ক্ৰমে এনাটমীৰ প্ৰাক্‌টিক্যাল ক্লাচলৈ ৰূপান্তৰিত হব ধৰিছিল। ঠিক তেনেতে সেইকালেদি কেইজমান ছাত্ৰ যাওঁতে।

বচ, পিছদিনাই কলেজত হুলস্থুল লাগি গল। ক্লাচ বন্ধ হ'ল অনির্দিষ্ট কাললৈ। কেৱল সেয়ে নহয়, সেই স্বনামধন্য অধ্যাপকজনৰ প্ৰতিমূৰ্তি এটা সাজি ছাত্ৰ-ছাত্ৰীসকলে অধ্যক্ষৰ কোঠাৰ সন্মুখত দাহ কৰি মহাউল্লাসত চিঞৰি উঠিল। ছাত্ৰ-ছাত্ৰীসকলে সাধাৰণ এটা প্ৰতিমূৰ্তি 'দাহ কৰি এইদৰে চিঞৰিছিল কিয়? আচলতে শত্ৰু ধ্বংসৰ 'illusion' এটা সৃষ্টি কৰি মুহূৰ্তৰ বাবে তেওঁলোক আত্মহাৰা হৈ পৰিছিল, লম্পট অধ্যাপকজনৰ বিৰুদ্ধে তেওঁলোকৰ মনত পুঞ্জীভূত হৈ থকা ক্ষোভে প্ৰকাশৰ ক্ষণস্থায়ী সুৰুঙা বিচাৰি পাইছিল। এনে আচৰণৰ নেপথ্যত যি মানসিকতা সক্ৰিয় থাকে তাক আমি ঐন্দ্ৰজালিক মানসিকতা বুলিব পাৰোঁ।

অৱশ্যে আদিম মানুহৰ দৰে ছাত্ৰ-ছাত্ৰীসকলে ভবা নাছিল যে প্ৰতিমূৰ্তি দাহ কৰাৰ ফলত অধ্যাপকজন ধ্বংস প্ৰাপ্ত হব। পিছে সেইদৰে নাভাবিলেও আদিম অনুকৰণমূলক ম্যাজিকৰ সতে তেওঁলোকৰ মানসিকতা তথা আচৰণৰ কোনো মিল নাই বুলি কব নোৱাৰি। অপ্ৰিয় বা নিন্দনীয় ৰাজনৈতিক নেতাৰ প্ৰতিমূৰ্তি বা effigy দাহ কৰোঁতেও আমি সমগোত্ৰীয় মানসিকতা আৰু আচৰণৰ সন্ধান পাওঁ। এই প্ৰসংগতে তোমাক জনাই থও যে অবিমিশ্ৰ আদিম ঐন্দ্ৰজালিক বিশ্বাসৰ দ্বাৰা উদ্বুদ্ধ হৈ প্ৰতিমূৰ্তি দাহ কৰাৰ চিত্তাকৰ্ষক দুই এটা নমুনা সভ্যতাৰ শীৰ্ষভাগত অৱস্থান কৰা দেশতো পোৱা যায়। ১৯০০ চনৰ ১৪ ডিচেম্বৰৰ New York Timesৰ খবৰ অনুযায়ী লণ্ডনস্থ আমেৰিকান এম্বেচীৰ চিৰিত আমেৰিকাৰ প্ৰেচিডেণ্টৰ এটা 'Pin Studded effigy' দাহ কৰা হৈছিল। প্ৰতিমূৰ্তিটো পিনেৰে খোঁচাৰ পৰা বুজিব পাৰি যে এই ৰাজনৈতিক প্ৰতিবাদানুষ্ঠানৰ নেপথ্যত সক্ৰিয় আছিল এটি আদিম ঐন্দ্ৰজালিক বিশ্বাস।

কিছু প্ৰসংগান্তৰলৈ গলেও ফ্ৰেজাৰ-বৰ্ণিত অনুকৰণমূলক ইন্দ্ৰজালৰ বিষয়ে এই নাতিদীৰ্ঘ ভূমিকা কোনো উদ্দেশ্য নোহোৱাকৈ যে লিখা নাই সেই কথা তুমি নিশ্চয় অনুমান কৰিছা। পত্ৰালোচনাৰ

বৰ্তমান অধ্যায়ত আমি সাংস্কৃতিক নৃতত্ত্বৰ পোহৰত অন্ধবিশ্বাসৰ উৎস সন্ধানৰ চেষ্টা চলাইছো। উৎস-সন্ধানৰ এই অতীতমুখী অভিযানত ম্যাজিকৰ তত্ত্বই আমাক বিশেষভাবে সহায় কৰিব বুলি মনে ধৰে। কিয়নো অনুকৰণমূলক আৰু স্পৰ্শমূলক ইন্দ্ৰজালৰ লগত বহুতো অন্ধবিশ্বাসৰ প্ৰত্যক্ষ বা পৰোক্ষ সম্পৰ্ক বিদ্যমান। সদ্যহতে অনুকৰণ-মূলক ইন্দ্ৰজালৰ মূল সূত্ৰ তথা চৰিত্ৰৰ পটভূমিত আমাৰ সমাজত এসময়ত বা বৰ্তমানেও প্ৰচলিত কেতবোৰ অন্ধবিশ্বাসৰ স্বৰূপ ফঁহিয়াই চোৱা যাওঁক।

বেণুধৰ ৰাজখোৱাৰ 'Assamese Popular Superstition and Assamese Demonology' নামৰ এখন কিতাপ ১৯৭৩ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক-সংস্কৃতি বিভাগে প্ৰকাশ কৰিছিল। কিতাপখন তুমি নিশ্চয় পঢ়িছা, কাৰণ ৰাজখোৱা ডাঙৰীয়াৰ যুক্তিবাদ বিৰোধিতাৰ প্ৰমান হিচাপে এই কিতাপখনৰ পৰা তোমাৰ এটা প্ৰবন্ধত তুমি এটি দীঘল উদ্ধৃতি দিয়াৰ কথা মনত আছে। তোমাৰ বোধহয় মনত আছে, ৰাজখোৱা ডাঙৰীয়াৰ কিতাপখনত অসমীয়া সমাজত প্ৰচলিত বেছ মজাৰ কিছু অন্ধবিশ্বাসৰ কথা আছে। যেনে, বৰষুণ আনিবলৈ হলে চেপেটা এটুকুৰা বাঁহ লৈ সজোৰে আৰু সশব্দে ঘূৰাব লাগে। ই যে অন্ধবিশ্বাস সেই বিষয়ে সংশয়ৰ অকণো থল নাই। চেপেটা বাঁহটুকুৰা সজোৰে আৰু সশব্দে ঘূৰোৱাৰ সতে বৰষুণৰ কি কাৰণিক সম্পৰ্ক থাকিব পাৰে? সম্পৰ্ক নাথাকিলেও বদ-বৰষুণৰ ওপৰত নিৰ্ভৰ কৰা খেতিয়কসকলে অতীজতে কিবা এটা সম্পৰ্ক আছে বুলি কল্পনা কৰি কৃত্ৰিম উপায়েৰে বৰষুণ আনিবলৈ চেষ্টা কৰিছিল। অলপ ফঁহিয়াই চালে দেখিবা যে এই অন্ধবিশ্বাসৰ মূল উৎস অনুকৰণমূলক ইন্দ্ৰজাল। বৰষুণ অহাৰ আগতে আৰু দিওঁতে সাধাৰণতে সজোৰে আৰু সশব্দে বতাহ বলে। আমি উল্লেখ কৰা অন্ধবিশ্বাস অনুযায়ী বৰষুণ দিয়াৰ আগতে বা দিওঁতে যি প্ৰাকৃতিক অৱস্থাৰ সৃষ্টি হয় তাৰ এটি 'illusion' সৃষ্টি কৰিব পাৰিলে

বৰষুণ দিবই। বাইচন চিকাৰৰ সাফল্যৰ 'Illusion'ৰ দ্বাৰা যেনেকৈ ৰেডইণ্ডিয়ান সকলে বাস্তৱত খাদ্য সংগ্ৰহৰ সাফল্য আশা কৰিছিল, ঠিক তেনেকৈ সজোৰে আৰু সশব্দে বতাহ বলাৰ 'Illusion' সৃষ্টি কৰি এসময়ত অসমীয়া খেতিয়কসকলে বৰষুণ আনিবলৈ চেষ্টা কৰিছিল। দুয়োটা বিশ্বাসৰ নেপথ্যত সক্ৰিয় অনুকৰণমূলক ইন্দ্ৰজালৰ মূল সূত্ৰ—'Like Produces like'.।

ৰাজখোৱাৰ কিতাপখনত আৰু এটি চিত্তাকৰ্ষক অন্ধবিশ্বাসৰ উল্লেখ আছে : প্ৰসৱ-প্ৰক্ৰিয়া সুকলমে সমাধা কৰিব হ'লে প্ৰসৱ-বেদনাত ভুগা মহিলা গৰাকীৰ পিন্ধা কাপোৰৰ সকলো গাঁঠি ঢিলা কৰি দিব লাগে। বস্তুতে এইধৰণৰ 'অন্ধবিশ্বাসৰ' বৈজ্ঞানিক ভিত্তি আৱিষ্কাৰ কৰাত বিশেষভাবে তৎপৰ যদিও, ভালকৈ ফঁহিয়াই চালে দেখিবা এই অন্ধবিশ্বাসৰ গুৰিতো নিহিত হৈ আছে একেধৰণৰ অনুকৰণমূলক ঐন্দ্ৰজালিক বিশ্বাস। গাঁঠি একধৰণৰ বাধা। যন্ত্ৰণা-কাতৰা মানুহ-গৰাকীৰ কাপোৰৰ সকলো গাঁঠি ঢিলা কৰি দি আচলতে একধৰণৰ বাধাহীন অৱস্থাৰ সৃষ্টি কৰা হয়—যাক বোধহয় নকল মুক্তাৱস্থা বোলা যায়। মানুহে বিশ্বাস কৰিছিল—হয়তো এতিয়াও বহুতে কৰে—যে এই প্ৰকাৰে বাধাহীনতাৰ illusion সৃষ্টি কৰিব পাৰিলে প্ৰসৱ-প্ৰক্ৰিয়াৰ বাধাবোৰও শীঘ্ৰে দূৰ হ'ব—নিৰাপদে ভূমিষ্ঠ হ'ব নবাগত শিশু। এই অন্ধবিশ্বাসৰ নেপথ্যত থকা ঐন্দ্ৰজালিক উৎসক জানো অস্বীকাৰ কৰাৰ কিবা যুক্তি আছে? (প্ৰসংগক্ৰমে তোমাক কৈ থওঁ যে গাঁঠিবোৰ ঢিলা কৰি দিয়াৰ ফলত প্ৰসৱ-কাতৰা মহিলাই কিছু স্বস্তি বোধ কৰাটো স্বাভাৱিক। আৰু গাঁঠি ঢিলা কৰকেই বা নকৰক, এটা সময়ত শিশু ভূমিষ্ঠ হ'বই। অন্ধবিশ্বাসীসকলে স্বাভাৱিক প্ৰক্ৰিয়াৰ এনে পৰিণতিৰ সৈতে অন্ধবিশ্বাসমূলক আচাৰৰ সাফল্যক সাঙুৰি পেলায়। এনেবোৰ ক্ষেত্ৰত অন্ধবিশ্বাস বেছি বদ্ধমূল আৰু ব্যাপক হোৱাৰ সম্ভাৱনা থাকে।)

কিছুমান নিষেধাত্মক অন্ধবিশ্বাসৰ স্বৰূপ ফঁহিয়াই চালেও

অনুকৰণমূলক ইন্দ্ৰজালৰ পৰোক্ষ প্ৰভাৱ দেখা পোৱা যায়। বংগীয় সমাজৰ লোকবিশ্বাসৰ বিষয়ে ৰচিত এখন কিতাপত এটি বিশ্বাসৰ কথা পাইছিলো : 'সন্তানের জননীকে ডিম ভাঙ্গতে নেই'। ভালদৰে নাজানো যদিও অসমতো সম্ভবত: এইধৰণৰ বিশ্বাস আছে। এই লোকবিশ্বাসটোৰ মৰ্মাৰ্থ অন্ধবিশ্বাসৰেই নামান্তৰ মাত্ৰ। কণী ভাঙিলে সন্তানৰ অনিষ্ট হ'ব। শিথিলাৰ্থত কণী একপ্ৰকাৰ সন্তানেই। গতিকে মানুহে ভাবিছিল যে কণী ভাঙিলে সেই কাৰ্য্যৰ অনুকৰণত— সন্তান নষ্ট হব পাৰে। একেধৰণৰ মানসিকতাৰ বশৱৰ্তী হৈ অসমীয়া মানুহে বিশ্বাস কৰে যে যঁজা তামোল খালে যঁজা সন্তানৰ জন্ম হয়। ইয়াৰ নেপথ্যতো অনুকৰণমূলক ইন্দ্ৰজালৰ মূল সূত্ৰ সক্ৰিয়—Like produces like। অৰ্থাৎ যঁজা তামোলে যজঁা সন্তানৰ জন্ম দিব।

এইবাৰ সংস্পৰ্শমূলক ইন্দ্ৰজালৰ প্ৰসংগলৈ অহা যাওঁক। ফ্ৰেজাৰ বৰ্ণিত ইন্দ্ৰজাল তত্বৰ পৰিচয় দিওঁতে তোমাক এইবিধ ইন্দ্ৰজালৰ মূলসূত্ৰৰ বিষয়ে জনাইছোৱেই। পিছে ইতিমধ্যে অনুকৰণমূলক ইন্দ্ৰজালৰ নমুনা বিচাৰি আমি দিহিঙে-দিপাঙে অনাই-বনাই ফুৰোতে উল্লেখিত মূল সূত্ৰটি তুমি কিছু পাহৰি পেলোৱাটো আচৰিত নহয়। গতিকে তোমাৰ সুবিধাৰ্থে পুনৰ তাৰ উল্লেখ কৰিছো : এসময়ত সংস্পৰ্শত থকা দুটা বস্তুৰ এটা শাৰীৰিকভাৱে বিচ্ছিন্ন হ'লেও আঁতৰৰ পৰাই সি আনটোৰ ওপৰত ক্ৰিয়া কৰে। এই বিশ্বাসৰ নমুনা হিচাপে আমি আদিম সমাজত গৰ্ভফুলক কেন্দ্ৰ কৰি প্ৰচলিত বিশেষ কিছুমান চিত্তাকৰ্ষক নীতি-নিয়মৰ কথা উল্লেখ কৰিব পাৰোঁ। পশ্চিম অষ্ট্ৰেলিয়াৰ আদিম লোকসকলে বিশ্বাস কৰে যে সন্তান জন্মৰ পাছত কাটি পেলোৱা নাড়ীৰ অংশটি পানীত পেলাই দিলে সন্তানে ভালকৈ সাতুৰিব পাৰে। প্ৰাচীন মেক্সিকোত ল'ৰাৰ জন্মৰ পাছত গৰ্ভ-ফুলটি যুদ্ধক্ষেত্ৰত পুতিবলৈ যোদ্ধাসকলক দিয়া হৈছিল। তেওঁলোকে বিশ্বাস কৰিছিল, এসময়ত সন্তানৰ সতে যুক্ত থকা গৰ্ভফুলটি যুদ্ধ-ক্ষেত্ৰত পুতি থলে সন্তানটি ভাল যোদ্ধা হ'ব। সন্তানৰ কোলোবাৰু

অনিষ্ট কৰিব বুলি বহুতো সমাজত গৰ্ভফুল পুতি থোৱাৰো নিয়ম আছে। অলপ খুঁচিয়াই চালে এই উদ্ভট বিশ্বাস তথা আচাৰসমূহৰ আঁৰত এটা বিশেষ ধাৰণা সক্ৰিয় থকা দেখিবা। ধাৰণাটো হ'ল, সন্তান জন্মৰ পাছত গৰ্ভফুলৰ সতে সন্তানৰ শাৰীৰিক কোনো সম্পৰ্ক নাথাকিলেও দুয়োৰে মাজত এক গভীৰ-গোপন সংযোগ অটুট থাকে। এই ধাৰণাটোৱে জানো স্পৰ্শমূলক ইন্দ্ৰজালক প্ৰতিনিধিত্ব নকৰে ?

এই অধ্যায়ৰ আৰম্ভণিতেই তোমাৰ গোবৰ্দ্ধন মামাৰ অন্ধবিশ্বাসৰ কথা উল্লেখ কৰিছোঁ। ধুমুহা-বৰষুণৰ পৰা ৰক্ষা পাবলৈ তেওঁ নাহৰ পাতত শ্লোক লিখি ক'লা টকাৰে সজা ছয়লাখ টকীয়া আৰ. চি. চি. অট্টালিকাৰ কোনোবা এটা চুকত পৰম উৎসাহেৰে গুজি থয়। সেই প্ৰসংগতে লিখিছিলো যে ম্যাজিক সম্পৰ্কীয় তত্ত্ব-তথ্যৰ সহায় নোলোৱাকৈ তোমাৰ গোবৰ্দ্ধন মামাৰ এই উদ্ভট বিশ্বাসৰ পূৰ্ণাংগ ব্যাখ্যা সম্ভৱ নহয়। দৰাচলতে এই বিশ্বাসটো তোমাৰ গোবৰ্দ্ধন মামাৰ ব্যক্তিগত বিশ্বাস নহয়। ৰাতি দুৱাৰ মৰাৰ পাছত তেওঁ সজোৰে দুৱাৰত আঠটা টোকৰ মাৰে--এইটো তেওঁৰ ব্যক্তিগত আচৰণ। কিন্তু শ্লোক লিখি নাহৰ পাতৰ সহায়ত বা-বতাহৰ পৰা ৰক্ষা পোৱাৰ যি অত্যুৎসাহী চেষ্টা সি কিন্তু সমাজ-স্বীকৃত নীতি, প্ৰচলিত অন্ধবিশ্বাস। অহৰহ কম্পিউটাৰৰ কীৰ্ত্তি-কীৰ্ত্তন কৰি থকা অত্যাধুনিক ডেকা-গাভৰুকো এই প্ৰকাৰ কামত নিঃসংকোচে আগভাগ লোৱা দেখিছোঁ। পিছে আমি উল্লেখ কৰা এই অন্ধবিশ্বাসৰ সৈতে ইন্দ্ৰজালৰ সম্পৰ্ক কি ? আমি জানো নাহৰ গছ বেছ শক্তিশালী, ধুমুহা বৰষুণে সহজে তাক বগৰাব নোৱাৰে। এই নাহৰৰ সংস্পৰ্শত থকা পাতৰ সহায়ত মানুহে নিজৰ ঘৰ-দুৱাৰৰ শক্তি বঢ়াব বিচাৰিছিল বুলি ভবাৰ জানো থল নাই ? যদি আছে তেন্তে বুজিব লাগিব যে শক্তিশালী নাহৰ গছৰ পাতৰ সহায়ত বা-বতাহৰ পৰা ৰক্ষা পোৱাৰ চেষ্টাত স্পৰ্শমূলক ইন্দ্ৰজালৰ প্ৰভাৱ বিদ্যমান।

তোমাৰ অনুসন্ধিৎসু মনত নিশ্চয় এটা প্ৰশ্নই উকি মাৰিছে :

যদি সেয়ে হয় তেন্তে নাহৰ পাতত 'দেৱ-দেৱ মহাদেৱ নীলগ্রীব জটাধৰ/ বাত-বৃষ্টি হৰংদেৱ মহাদেৱ নমঃস্তুতে' বুলি লিখাৰ প্রয়োজন কি ? হয়তো শ্লোক লিখাৰ এই নিয়মটো পৰৱৰ্তী কালৰ সংযোজন। লোকবিশ্বাসৰ বিষয়ে আলোচনা কৰোতে আমি মনত ৰখা উচিত যে এই বিশ্বাস সমূহ নানা ধৰণৰ বৰ্জন-সংযোজনৰ মাজেৰে বিকশিত হয়। পিছে শ্লোক লিখা নিয়মটো যদি পৰবৰ্তী কালৰ সংযোজনও হয় তথাপি তাৰ এটা ঐন্দ্রজালিক ব্যাখ্যা দাঙি ধৰা বোধহয় অসম্ভৱ নহয়। সৰহভাগ হিন্দুৱে বিশ্বাস কৰে যে শিৱ এগৰাকী মহাশক্তিশালী দেৱতা। গতিকে মানুহে যদি বিশ্বাস কৰে যে এই শক্তিশালী দেৱতাৰ নামৰ সংস্পৰ্শই বা-বতাহৰ বিৰুদ্ধে থিয় দি থাকিবলৈ ঘৰটোক অতিৰিক্ত কিছু শক্তি দিব তেন্তে আমি বিস্মিত হোৱাৰ কোনো কাৰণ নাই। ( তোমাৰ বোধহয় মনত আছে যে ABRA-CADABRA নামৰ প্রাচীন দৈত্যৰ নামটোৱেই ৰোগৰ বিৰুদ্ধে একধৰণৰ ৰক্ষাকৱচ বুলি এসময়ত মানুহে বিশ্বাস কৰিছিল। ) আমাৰ এই ব্যাখ্যা যদি শুদ্ধ হয় তেন্তে কেৱল শক্তিশালী নাহৰ গছৰ পাত গুজাই নহয়, সেই পাতত শিৱৰ নাম লিখাৰ পৰম্পৰাটোও স্পৰ্শমূলক ঐন্দ্রজালিক ধ্যান-ধাৰণাৰ দ্বাৰা প্রভাৱিত।

স্পৰ্শমূলক ইন্দ্রজালৰ সৈতে সম্পৰ্কিত দুটামান অন্ধবিশ্বাসৰ কথা তোমাক জনোৱাৰ লোভ সামৰিব পৰা নাই। অসমত বহুতেই গৰ্ভৱতী নাৰীৰ চুলি, নখ, গাত লোৱা কাপোৰ, ভৰিৰ ধূলি আদি যাতে আনে নাপায় তাৰ প্রতি সতৰ্ক দৃষ্টি ৰাখে। মানুহে বিশ্বাস কৰে যে এনেবোৰ বস্তু—যিবোৰৰ সতে এসময়ত গৰ্ভৱতী মহিলা গৰাকীৰ সংস্পৰ্শ থাকে—সেই বস্তুবোৰ শত্ৰুৱে পালে যাদু কৰি গৰ্ভস্থ সন্তানৰ অনিষ্ট সাধন কৰিব পাৰে। তোমাক বোধহয় নকলেও হ'ব যে এই বিশ্বাসটো স্পৰ্শমূলক ইন্দ্রজালৰ এটা উৎকৃষ্ট উদাহৰণ।

আৰু এটা নমুনা দিও, শুনা। বহু বছৰ আগতে তোমালোকৰ পাক-ঘৰৰ পূবফালে এজোপা অমিতা গছ আছিল। সাৰ জাবৰ

দিয়া সত্ত্বেও কিন্তু গছজোপাত কোনো ফল ধৰা নাছিল। তোমাৰ আইতাই তেতিয়া ফটা মেখেলা এখন গছ জোপাত বান্ধি দিলে। বিশ্বাস, ইয়াৰ ফলত গছজোপাত অমিতা লাগিব। এইটোও বেছ এটা পুৰণি প্ৰচলিত অন্ধবিশ্বাস—যাৰ নেপথ্যত স্পৰ্শমূলক যাত্নৰ প্ৰভাৱ খুবেই স্পষ্ট। সন্তানোৎপাদন নাৰীৰ এক উল্লেখযোগ্য বৈশিষ্ট্য। স্বাভাৱিকতে—স্পৰ্শমূলক ঐন্দ্ৰজালিক বিশ্বাসৰ ফলত—মানুহে ভাবিছিল যে সন্তানোৎপাদনক্ষম নাৰীৰ সংস্পৰ্শত থকা মেখেলাৰ সহায়ত বন্ধ্যা গছৰো ফলপ্ৰসূ কৰাটো সম্ভৱ। (অন্ধবিশ্বাসটোৰ এই বৈজ্ঞানিক ব্যাখ্যা দিবলৈ গ'লে অৱশ্যে তোমাৰ আইতাই জেমচ্ ফ্ৰেজাৰৰ চৈধ্য গোষ্ঠিৰ শ্ৰাদ্ধ কৰিহে এৰিব! অথচ তোমাৰ আইতাই নজনা নহয় যে তেওঁ সযত্নে মেখেলা পিন্ধোৱা গছজোপাত কাহানিও ফল নালাগিল।)

বেণুধৰ ৰাজখোৱাৰ কিতাপখনত এই অন্ধবিশ্বাসটোৰ উল্লেখ আছে। ব্যাখ্যা প্ৰসংগত তেওঁ লিখিছে: 'The inner meaning of the rule is that as soon as a tree is known to be male tree, it should not be cutdown, because there are instances in which a male tree turns out to be a female tree after the lapse of a certain period.' (P. 103) এই অন্ধবিশ্বাসটোৰ ফলত নিষ্ফল কিছু গছ-গছনিৰ আয়ুস হয়তো বাঢ়িছিল, পিছে ৰাজখোৱা ডাঙৰীয়াই উল্লেখ কৰা 'inner meaning'-ৰ প্ৰতি সজাগ হৈ মানুহে বিশ্বাসটো প্ৰচলন কৰিছিল বুলি ভবাটো ভুল হ'ব বুলি মনে ধৰে। অন্ধবিশ্বাসটো মূলতঃ ঐন্দ্ৰজালিক বিশ্বাসৰ দ্বাৰাহে উদ্বুদ্ধ। অন্যহাতেদি ৰাজখোৱাৰ ব্যাখ্যাৰ শেষাংশই অন্য এটি গুৰুত্বপূৰ্ণ কথাৰ ইংগিত দিয়ে। মেখেলা বন্ধাৰ পাছত যিবোৰ ক্ষেত্ৰত 'a male tree turn out to be a female tree' সেইবোৰ ক্ষেত্ৰত মেখেলাৰ অন্তৰ্নিহিত শক্তিৰ ওপৰত মানুহৰ বিশ্বাস নিশ্চয় দুগুণে বাঢ়ি যোৱাৰ সম্ভাৱনা। এনেকৈয়ে প্ৰকৃতিৰ নিয়ম-কানুন

নজনাৰ ফলত বহুতো অন্ধবিশ্বাস বেছিকৈয়ে বদ্ধমূল হৈ পৰে। (প্ৰসংগতঃ তোমাক আৰু এটা কথা জনাওঁ। অন্ধবিশ্বাসী মানুহে সাধাৰণতে অন্ধবিশ্বাসমূলক আচাৰ-অনুষ্ঠানৰ অসাফল্যৰ কথা সহজে পাহৰি যায় বা তাৰ পৰা কোনো শিক্ষা লোৱাৰ আগ্ৰহ নেদেখুৱায়। এই পাহৰি যোৱা প্ৰক্ৰিয়াটোক 'Selective forgetting' বোলা যায়। অন্ধবিশ্বাস দীৰ্ঘায়ু হোৱাৰ ইও এটা ঘাই কাৰণ।)

তোমাক দৰকাৰী কথা এটা এতিয়ালৈকে জনোৱা হোৱা নাই। কথাটো হ'ল, ইন্দ্ৰজাল আৰু ধৰ্মৰ মাজত দৃষ্টিভংগী আৰু পদ্ধতিৰ ফালৰ পৰা গুণগত কিছু পাৰ্থক্য আছে।" Magic·······achieves it sends through formulae and acts which are held to be intrinsically effective in a quasi-deterministic way; ······· Religion on the other hand involves a sense of dependence upon higher powers whose help is supplicated and anger propitiated, but who are not subject to man's absolute control'। জনৈক লেখকৰ Social Anthropology শীৰ্ষক গ্ৰন্থৰ ১২৭ পৃষ্ঠাৰ পৰা তুলি দিয়া এই কথাখিনিয়ে ইন্দ্ৰজালোদ্ভূত অন্ধবিশ্বাস আৰু ধৰ্মাশ্ৰিত অন্ধবিশ্বাসৰ মাজৰ পাৰ্থক্য বুজাত আমাক যথেষ্ট সহায় কৰিব —যদিও বহুক্ষেত্ৰত এই দুয়োবিধ অন্ধবিশ্বাস সান-মিহলি হৈ থাকে। তোমাৰ গোবৰ্দ্ধন মামাই নাহৰ পাতত শিৱক স্তুতি কৰি লিখা শ্লোকটোতে এনে মিশ্ৰনৰ আভাস বিদ্যমান। ভালদৰে গমি চালে তুমি দেখিবা যে ইন্দ্ৰজালোদ্ভূত অন্ধবিশ্বাসবোৰত প্ৰকৃতি বা মানুহৰ 'ভাগ্য'ক নিয়ন্ত্ৰণ কৰাৰ প্ৰত্যক্ষ আৰু সক্ৰিয় চেষ্টা বিদ্যমান। সৰ্বশক্তিমান অলৌকিক শক্তিৰ ওচৰত আত্মসমৰ্পন কৰি কাবৌ কৰা প্ৰৱণতা প্ৰকৃত ইন্দ্ৰজালিক আচাৰ-অনুষ্ঠানত নাথাকে। ১.৬ আলোচনাংশত একেশ্বৰবাদ আৰু অন্ধবিশ্বাসৰ বিৰোধৰ কথা লিখিছো। ধৰ্ম আৰু ম্যাজিকৰ মাজত থকা গুণগত পাৰ্থক্যৰ পটভূমিত সেই কথাখিনি পুনৰ পঢ়ি চালে আমাৰ প্ৰতিপাদ্য বিষয়টো

তোমাৰ বাবে বোধহয় অধিকতৰ পৰিষ্কাৰ হব।

অন্ধবিশ্বাস আৰু ইন্দ্ৰজালৰ সম্পৰ্ক চালি-জাৰি বিচাৰ কৰিবলৈ গৈ তোমালৈ বোধহয় বহুত কিবা কিবি লিখিলো। পুনৰাবৃত্তিৰ ভয়ত আমাৰ সিদ্ধান্তসমূহৰ পুনৰুল্লেখ নকৰি তোমাক এটা প্ৰয়োজনীয় কথা কেৱল জনাই থওঁ; কথাটো হ'ল, একমাত্ৰ ইন্দ্ৰজাল-তত্ত্বৰ সহায়ত সকলো অন্ধবিশ্বাসৰ পূৰ্ণাংগ বা সন্তোষজনক ব্যাখ্যা সম্ভৱ নহয়। এনে কেতবোৰ অন্ধবিশ্বাস আছে যিবোৰৰ আংশিক ব্যাখ্যাহে কেৱল ইন্দ্ৰজাল তত্ত্বৰ সহায়ত সম্ভৱ। অন্যহাতেদি, এনে বহু অন্ধবিশ্বাস আছে যিবোৰৰ বিশ্বাসযোগ্য উৎস-ব্যাখ্যা কেৱল সৰ্বপ্ৰাণবাদমূলক ধ্যান-ধাৰণাৰ পৰিপ্ৰেক্ষিতহে কৰা যায়। পত্ৰালোচনাৰ পৰৱৰ্তী অংশটো এনে ব্যাখ্যাৰেই এক সংক্ষিপ্ত প্ৰয়াস।

## ২.গ অন্ধবিশ্বাস আৰু সৰ্বপ্ৰাণবাদ ঃ

তোমাৰ প্ৰমীলা পেহীয়ে প্ৰায় 'হাইজেক' কৰি এবাৰ বিজ্ঞান বিষয়ক এখন চেমিনাৰলৈ লৈ গৈছিল। যিটো প্ৰেক্ষাগৃহত চেমিনাৰ হৈছিল তাৰ সন্মুখত আছিল বিৰাট এজোপা আঁহত গছ। দেখিলো, তোমাৰ পেহীয়ে সগৰ্বে প্ৰেক্ষাগৃহত সোমোৱাৰ আগমূহূৰ্তত সংগোপনে সেই পুৰণি আঁহত গছ জোপাক এবাৰ দূৰৰ পৰা সেৱা কৰিলে। সুধিলো, 'কাক সেৱা কৰিলা ? ভূত নে দেৱতা ?' তেওঁ মিচিকিয়াই হাঁহিলে।

তোমাৰ পেহীৰ সেৱাৰ লক্ষ্য দেৱতা নে অপদেৱতা সেইটো আমাৰ বাবে বৰ গুৰুত্বপূৰ্ণ কথা নহয়। কথা হল, গছজোপাত তেওঁ কিবা অলৌকিক শক্তি আছে বুলি বিশ্বাস কৰে। এই ধৰণৰ বিশ্বাস তোমাৰ প্ৰমীলা পেহী বা ভৰদাজ ভিনিহিদেউৰ একচেটিয়া বৈশিষ্ট্য নহয়। পণ্ডিতসকলৰ পৰা জানিব পাৰি যে গছ, পাহাৰ, নদী আদিক অলৌকিক শক্তিৰ আধাৰ বুলি সকলো আদিম মানুহেই এসময়ত ভাবিছিল। বিৰিঞ্চি কুমাৰ বৰুৱাই তেওঁৰ 'অসমৰ লোক-সংস্কৃতি'

নামৰ কিতাপখনত লিখিছে : 'আদিম যুগত গছক স্বয়ং দেৱতা-জ্ঞান কৰিয়েই পূজা কৰা হৈছিল। কিন্তু সময়ৰ লগে লগে গছবোৰত ভূত-প্ৰেতহে থাকে বুলি বিশ্বাস কৰা হয়।' (পৃ. ৬) তোমাক বোধহয় নকলেও হ'ব যে এই ধৰণৰ লোক-বিশ্বাসৰ নেপথ্যত নৃতাত্ত্বিক সকলে সৰ্বপ্ৰাণবাদ বা Animismৰ সুস্পষ্ট প্ৰভাৱ দেখা পায়।

সৰ্বপ্ৰাণবাদৰ বিষয়ে আলোচনাৰ পাতনি মেলাৰ আগতে আমি আদিম মানুহৰ মনৰ অন্তেষপুৰত আৰু এবাৰ ভূমুকি মাৰি চোৱা উচিত হব। প্ৰকৃতিৰ উপকাৰী আৰু অপকাৰী দুয়োটা দিশৰেই সোৱাদ আদিম মানুহে অহৰহ পাইছিল। উন্নত মস্তিষ্ক তথা বিমূৰ্ত চিন্তাৰ বাহক ভাষাৰ অধিকাৰী হোৱাৰ পাছত সমাজবদ্ধ আৰু সংগ্ৰামৰত মানুহে বিপুল আগ্ৰহ অনুসন্ধিৎসা লৈ প্ৰকৃতিৰ ৰহস্য সম্পৰ্কে চিন্তা কৰিছিল। নিজৰ সীমাবদ্ধ ধ্যান-ধাৰণাৰ সহায়ত তেওঁলোকে প্ৰকৃতিৰ বিভিন্ন বস্তু আৰু ঘটনাৰ ব্যাখ্যা আৱিষ্কাৰ কৰিছিল কাল্পনিক কাৰ্য্যকাৰণ সম্পৰ্কৰ ভিত্তিত। আদিম মানুহে উপলব্ধি কৰিছিল যে প্ৰতিটো ঘটনাৰ এক বা একাধিক কাৰণ থাকে, পিছে প্ৰাকৃতিক ঘটনাৱলীৰ নেপথ্যত সক্ৰিয় থকা কাৰ্য্যকাৰণ সম্পৰ্কৰ নৈৰ্ব্যক্তিক, সাৰ্বজনীন আৰু যান্ত্ৰিক চৰিত্ৰ তেওঁলোকে ধৰিব পৰা নাছিল। আদিম মানুহৰ এই বৈশিষ্ট্যৰ বিষয়ে Before Philosophy নামৰ গ্ৰন্থখনত বেছ কিছু সাকৰা কথা আছে। তোমাৰ জ্ঞাতাৰ্থে তাৰ কিয়দংশ তুলি দিছো : 'It [ অৰ্থাৎ, primitive mind ] looks not for the 'how', but for the 'who', when it looks for a cause........He looks for a purposeful will committing an act. If the rivers refuse to rise, it is not suggested that the lack of rainfall on distant mountains adequately explains the calamity. When the river does not rise, it has refused to rise. The river, or the Gods, must be angry with the people

who depend on the inundation........some action, then, is called for.' ( P. 24 ) তুমি নাভাবিবা যে কেৱল আদিম চেতনাৰ চৰিত্ৰৰ পৰিচয় দিবলৈ এই নাতিদীৰ্ঘ উদ্ধৃতিটোক আমাৰ পত্ৰালোচনাত ঠাই দিছো। অলপ গমি চালে দেখিবা যে বহুতো অন্ধবিশ্বাসৰ উৎস এই কথাখিনিৰ সহায়ত সহজেই উদঘাটন কৰা সম্ভৱ। কিয়নো অন্ধবিশ্বাসাচ্ছন্ন মনটোৱে 'looks not for the 'how', but for the 'who', when it looks for a cause'। এই বাবেই বহুতে অসুখ-বিসুখ হলে মঙ্গল চোৱায়—কোনজন শত্ৰুৰ যাদু বা কোন গৰাকী অপদেৱতাৰ কু-দৃষ্টি অসুখটোৰ বাবে দায়ী সেই কথা জানিবলৈ। অসুখটো 'কিয়' আৰু 'কেনেকৈ' হৈছে সেই সম্পৰ্কে এইসকল অন্ধবিশ্বাসীৰ আগ্ৰহ বৰ কম বা নায়েই।

সদা-উদ্ধৃত কথাখিনিয়ে স্বাভাৱিকতে সৰ্বপ্ৰাণবাদ বা Animismৰ কথা মনলৈ আনি দিয়ে। সৰ্বপ্ৰাণবাদ বিষয়টো বৰ সহজ নহয়। এই বিষয়ে পণ্ডিত সকলে বেছ কিছু আলোচনা-বিলোচনা কৰিছে। আমি পিছে বাক-বিতণ্ডা বাতাৱিক বিচাৰ—বিশ্লেষণৰ মাজত নোসোমাই কেৱল আমাৰ আলোচনাৰ বাবে প্ৰয়োজনীয় আৰু প্ৰাসংগিক বুলি ভবা কথাখিনিহে থোৰতে উল্লেখ কৰিম।

মস্কোৰ পৰা প্ৰকাশিত A Dictionary of philosophyৰ পাতত তুমি সৰ্বপ্ৰাণবাদৰ বেছ সুন্দৰ আৰু সংক্ষিপ্ত সংজ্ঞা এটি পাবা। এই সংজ্ঞা অনুযায়ী সৰ্বপ্ৰাণবাদ বা Animism হল 'belief in the soul and in spirits that effect the lives of the people and animals, and exert an influence over the objects and phenomena of the surrounding world. Animist concepts emerged in primitive society. Primitive man imagined that things, plants and animals possessed souls. ( P. 20 ) আমি আগতেই উনুকিয়াই আহিছো যে প্ৰকৃতি সম্পৰ্কে আদিম মানুহৰ জ্ঞান আছিল

শোচনীয়ভাৱে সীমিত। গতিকে প্ৰকৃতিৰ বিভিন্ন বস্তু আৰু ঘটনাৰ নেপথ্যত আদিম মানুহে কল্পনা কৰিছিল বিভিন্ন পৰাক্ৰমী শক্তিৰ উপস্থিতি। আজি তুমি এইধৰণৰ কল্পনাক যুক্তিহীন বা হাস্যকৰ বুলি পেংলাই কৰিব পাৰা, পিছে সমাজ বিকাশৰ আদিম স্তৰত ইয়েই আছিল স্বাভাৱিক। অক্ষয় আতংক আৰু বিপুল বিস্ময়ৰে আদিম মানুহে প্ৰত্যক্ষ কৰিছিল তেওঁলোকৰ চৌপাশৰ পৃথিবীখন। এই পৃথিবীখনক তেওঁলোকে আত্মবৎ জ্ঞান কৰিছিল ; ভাবিছিল, নিজৰ যেনেকৈ প্ৰাণ আছে তেনেকৈ বহিঃ প্ৰকৃতিৰো প্ৰাণ আছে।

আব্দুল হাফিজে তেওঁৰ 'লৌকিক সংস্কাৰ ও মানব সমাজ' নামৰ তথ্যপূৰ্ণ কিতাপখনত সৰ্বপ্ৰাণবাদৰ বিষয়ে আলোচনা কৰোঁতে Standard Dictionary of Folklore, Mythology and Legendৰ পৰা কিছু সাৰুৱা কথা ৬ পৃষ্ঠাৰ ৫ নম্বৰ পাদটীকাত উদ্ধৃত কৰিছে। কথাখিনিৰ মুকলি অনুবাদ এই প্ৰকাৰ হ'ব : 'সৰ্বপ্ৰাণবাদত তিনিটা প্ৰধান বিশ্বাস বৰ্তমান—(১) জীৱন্ত আৰু মৃত মানুহ বা প্ৰাণীৰ আত্মাত বিশ্বাস আৰু তাৰ পূজা ; বিশেষকৈ মৃতকৰ উপাসনা আৰু পূৰ্বপুৰুষৰ পূজা, মৃতৰ আত্মাৰ পূজা ; (২) দেহ বা অবয়ব বিশিষ্ট বস্তু জগতৰ সতে নিশ্চিতভাৱে সম্পৰ্কহীন আত্মাত বিশ্বাস ; আৰু (৩) বস্তুৰ মাজত অৱস্থিত আত্মাত বিশ্বাস আৰু তাৰ পূজা।' (প্ৰসংগতঃ কৈ থওঁ, 'Spirit'ৰ অসমীয়া প্ৰতিশব্দ হিচাপে আমি 'আত্মা' শব্দটো ইয়াত ব্যৱহাৰ কৰিছো। হাফিজ চাহাবেও বঙলা কৰোতে 'আত্মা' শব্দটো ব্যৱহাৰ কৰিছে। এই শব্দবোৰে কেতিয়াবা বৰ খেলি মেলি সৃষ্টি কৰে। 'Spirit'ৰ অসমীয়া প্ৰতিশব্দ হিচাপে 'অলৌকিক শক্তি' বা 'ভৌতিক সত্ত্বা' শব্দটো ক্ষেত্ৰবিশেষে বেছি অৰ্থবহ নেকি ?)

যি সকল লিখকে আদিম সমাজৰ ধ্যান ধাৰণাৰ বিষয়ে গৱেষণা বা আলোচনা কৰিছে তেওঁলোকৰ লিখনিত তুমি বিচাৰিলে সৰ্বপ্ৰাণবাদমূলক ধাৰণাৰ দেধাৰ দৃষ্টান্ত পাবা। J. S. Baveja চাহাবে

মিজো সকলৰ আদিম ধৰ্মৰ আভাস দি লিখিছে : 'The Mizos had believed that the big trees, rivers and mountains had spirits, which were to be appeased with sacrifices to avoid misfortunes' ( The land where the Bamboo Flowers, P. 31 ) মিজো সকলে বিশ্বাস কৰিছিল যে গছ-নদী-পাহাৰত থকা এই অলৌকিক শক্তিবোৰ দুৰ্যোগ-দুৰ্ভাগ্যৰ স্ৰষ্টা। হাবি-বননিত অৱস্থিত অলৌকিক শক্তিক তেওঁলোকে 'ৰাম হুৱাই' বুলিছিল। এই 'ৰাম হুৱাইৰ' প্ৰতি তেওঁলোকৰ ভয় আৰু শ্ৰদ্ধা আছিল সীমাহীন। এই বিশ্বাসবোৰ জানো সৰ্বপ্ৰাণবাদী ধ্যান-ধাৰণাৰ নিদৰ্শন নহয় ? ( কোনে জানে, তোমাৰ প্ৰমীলা পেহীয়ে বিজ্ঞানৰ চেমিনাৰত অংশ লোৱাৰ আগমুহূৰ্তত আঁহত গছ এজোপাক সংগোপনে সেৱা কৰোতে এই 'ৰাম হুৱাই'ৰ সমগোত্ৰীয় কোনোবা দেৱতা /অপদেৱতাক হয়তো সভয়ে শ্ৰদ্ধা জনাইছিল ! অলপ খুচৰি চালে দেখিবা যে সৰ্বপ্ৰাণবাদী চিন্তাৰ সৰ্বগ্ৰাসী প্ৰভাৱৰ পৰা আমাৰ বহুতৰে চেতনা এতিয়াও মুক্ত হোৱা নাই।)

অজ্ঞ আৰু অসহায় আদিম চেতনাত প্ৰকৃতিৰ বিভিন্ন ৰূপ অলৌকিক শক্তি হিচাপে ধৰা দিছিল। এই শক্তিবোৰেই ক্ৰমে দেৱতালৈ ৰূপান্তৰিত হৈছিল। তোমাৰ প্ৰিয় চিন্তাবিদ এংগেলচৰ ভাষাত '........the first gods arose through the personification of natural forces. '( Marx & Engels, On Religion,. P. 202 ) আন্দামান দ্বীপৰ জনজাতিৰ মাজত এই ধৰণৰ দুগৰাকী দেৱতাৰ অস্তিত্ব কল্পনা কৰা হয়। এগৰাকী বিলিকা, আনগৰাকী টেৰীয়া। বিলিকা ধুমুহাৰ দেৱতা আৰু টেৰীয়া বৰষুণৰ দেৱতা। সাগৰৰ মাজত দ্বীপত বাস কৰা মানুহৰ বাবে ধুমুহা আৰু বৰষুণেই প্ৰকৃতিৰ দুটা প্ৰধান ৰূপ আৰু সেইবাবেই তেওঁলোকৰ প্ৰধান দেৱতা বিলিকা আৰু টেৰীয়া।

সংগত কাৰণতেই তুমি কব পাৰা যে এই প্ৰকাৰ দৃষ্টান্ত

বিচাৰি সাগৰৰ মাজৰ সুদূৰ আন্দামান দ্বীপলৈ যোৱাৰ প্ৰয়োজন কি, আমাৰ অসমতেই সৰ্বপ্ৰাণবাদী ধ্যান-ধাৰণাৰ দেধাৰ নমুনা আছে। কথাটো মিছা নহয়। বিৰিঞ্চি কুমাৰ বৰুৱাদেৱৰ ৰচনাৰ পৰা প্ৰাসংগিক চুআষাৰ কথা এইখিনিতে আমি উদ্ধৃত কৰিব পাৰোঁ: 'শিল পূজা অসমীয়া আৰু জনজাতীয় লোকসকলৰ মাজত জনপ্ৰিয়। ............শিলৰ উদ্দেশ্যে কণী আৰু কুকুৰা উচৰ্গা অসমৰ প্ৰায় সকলো উপজাতিয়েই কৰে আৰু প্ৰায়ে পবিত্ৰ আৰু যাদু লগা শিলৰ সমুখত কুকুৰা এৰি দিয়ে।' (অসমৰ লোকসংস্কৃতি, পৃষ্ঠা ৭৪) এয়া সৰ্বপ্ৰাণবাদৰ নিৰ্ভেজাল নিদৰ্শন। শিলক অসচেতন আৰু নিষ্প্ৰাণ ভবা হ'লে শিলৰ প্ৰতি এনে সশ্ৰদ্ধ মনোভাৱ জানো সম্ভৱ হ'লহেঁতেন? তুমি বোধহয় মন কৰিছা যে বাটৰ কাষৰ ডাঙৰ গছৰ তলত কেতিয়াবা একোটা শিল সেন্দুৰ সানি থৈ দিয়া হয়। ভালদৰে লক্ষ্য কৰিলে দেখিবা যে এই শিলবোৰক বহুতো লোকে সেৱা কৰে। সাধাৰণ লোকে প্ৰকাশ্যে আৰু তোমাৰ প্ৰমীলা পেহীৰ দৰে ব্যক্তিয়ে গোপনে। এই অন্ধবিশ্বাসবোৰক সৰ্বপ্ৰাণোবাদোদ্ভূত বিশ্বাস বুলি ক'লে জানো ভুল কোৱা হ'ব?

অলপ আগতে তোমালৈ লিখিছিলো যে সৰ্বপ্ৰাণবাদী চিন্তাৰ সৰ্বগ্ৰাসী প্ৰভাৱৰ পৰা আমাৰ বহুতৰে চেতনা এতিয়াও মুক্ত হোৱা নাই। এটা দৃষ্টান্ত দিওঁ, শুনা। ধৰা শ্ৰীযুত 'ম'-ই বিজ্ঞান বিষয়ক পাঠ্য-পুস্তক এখন লিখি বেছ কিছু টকা পালে। সেই টকাৰে তেওঁ স্ত্ৰীৰ আদেশধৰ্মী অনুৰোধক্ৰমে এখন স্কুটাৰ কিনিলে। স্কুটাৰখন যিদিনা প্ৰথম চলাব সেইদিনা তেওঁ স্কুটাৰৰ হেণ্ডেলৰ সোঁমাজত সেন্দুৰৰ এটা ফোঁট দি, তিনিবাৰ পৰম নিষ্ঠাৰে স্কুটাৰখনক প্ৰণাম কৰি, সশব্দে আৰু সগৰ্বে স্ত্ৰীসহ ৰাজবাটলৈ ওলাই গ'ল। এই প্ৰাক্-প্ৰাৰম্ভণ আচাৰ-অনুষ্ঠানৰ গভীৰ গূঢ়াৰ্থ কি? শ্ৰীযুত 'ম'-য়ে স্কুটাৰখনত এক অলৌকিক শক্তিৰ অস্তিত্ব যে কল্পনা কৰি লৈছে সেই বিষয়ে কোনো সন্দেহ নাই। নহ'লে সেন্দুৰ সানি স্কুটাৰখনক সেৱা কৰাৰ কি অৰ্থ?

থাকিব পাৰে ? বিপদ-বিপৰ্য্যয়ৰ পৰা হাত সাৰিবলৈ স্কুটাৰ-পূজাৰ এই আয়োজন জানো সৰ্বপ্ৰাণবাদী ধ্যান-ধাৰণাৰ দ্বাৰা অসচেতনভাৱে উদ্বুদ্ধ নহয় ? (আমি ব্যৱহাৰ কৰা ভাষাত সৰ্বপ্ৰাণবাদী চিন্তাৰ প্ৰভাৱ তুমি বাৰু লক্ষ্য কৰিছানে ? বাটত হঠাতে স্কুটাৰ বেয়া হ'লে আমি কেতিয়াবা কওঁ--'স্কুটাৰখনে বৰ বিশ্বাসঘাটকতা কৰিলে।' অসচেতন আৰু নিস্প্ৰাণ বস্তুৱে জানো বিশ্বাসঘাটকতা কৰিব পাৰে ?)

দুৰ্য্যোগ-দুৰ্ঘটনাৰ ভয়ত মানুহ বেছিকৈ অন্ধবিশ্বাসী হৈ পৰে। বিজ্ঞানৰ পাঠ্যপুস্তক ৰচোঁতা শ্ৰীযুত 'ম'ৰ হাস্যকৰ অন্ধবিশ্বাসৰ নেপথ্যত স্কুটাৰ দুৰ্ঘটনাৰ ভয়ে কাম কৰিছিল বুলি ভবাৰ যথেষ্ট থল আছে। এই ধৰণৰ ভয়ৰ ফলত যে নতুন 'দেৱী'ৰো সৃষ্টি হ'ব পাৰে তাৰ এক চিত্তাকৰ্ষক তথ্য দীপেন্দু চক্ৰৱৰ্তীৰ 'ওঁরা আর এঁরা' নামৰ কিতাপখনত আছে। (পৃঃ ৫৯) হাওৰাত মানুহ আৰু য'ন-বাহনৰ ভিৰ কি ধৰণৰ তুমি ভালদৰেই জানা। এনে ভিৰত দুৰ্ঘটনাৰ সম্ভাৱনা খুবেই বেছি। হাওৰাৰ হাইৱেত এই ধৰণৰ দুৰ্ঘটনা বন্ধ কৰাৰ উদ্দেশ্যে হঠাতে নতুন নামৰ এগৰাকী 'দেৱী'ৰ প্ৰতিষ্ঠা দেখা গ'ল। এই অশ্ৰুতপূৰ্ব দেৱী গৰাকীৰ নাম 'হাইৰোডেশ্বৰী'—অৰ্থাৎ High Road-ৰ ঈশ্বৰী! সহজেই অনুমান কৰিব পাৰি যে দেৱী-স্ৰষ্টাসকলৰ উদ্দেশ্য যিয়েই নহওক, উদ্বেগ-পীড়িত হৈ যি সকলে 'হাইৰোডেশ্বৰী'ৰ শৰণাপন্ন হৈছিল তেওঁলোকে নিশ্চয় হাওৰাৰ হাইৰোডত এক অলৌকিক শক্তি থকা বুলি অন্ততঃ সাময়িকভাৱে বিশ্বাস কৰিছিল। আদিম মানুহে গছ, নদী, পাহাৰ আদিক পূজা দি দুৰ্যোগ-দুৰ্ভাগ্য দূৰ কৰিবলৈ চেষ্টা কৰাৰ দৰে হাওৰাৰ ৰাজপথেৰে অহা-যোৱা কৰা কিছু লোকেও নিশ্চয় 'হাইৰোডেশ্বৰী'ক তুষ্ট কৰি বিপদমুক্ত হোৱাৰ কথা ভাবিছিল।

তোমাৰ ধৰ্ম-ভীৰু ড্ৰাইভাৰ ভিনিহিদেৱে গাড়ী ষ্টাৰ্ট কৰাৰ প্ৰাক্-মুহূৰ্তত সসম্ভ্ৰমে ষ্টিয়েৰিং ডালক সেৱা কৰে। এই ধৰণৰ অন্ধবিশ্বাসমূলক আচৰণক তুমি তোমাৰ ভিনিহিদেউ বা তেওঁৰ দৰে দুই-এজন লোকৰ ব্যক্তিগত বিশ্বাস বুলিব নোৱাৰা। লক্ষ্য কৰিলে

দেখিবা জড়বস্তুক উপাসনা কৰাৰ প্ৰৱনতা আমাৰ বহুতৰে মাজত বেছ ব্যাপক। মঞ্চত প্ৰৱেশ কৰাৰ আগতে বহুতো শিল্পীয়ে হাউলি মঞ্চ স্পৰ্শ কৰি সেৱা কৰে; ফুটবল খেলা আৰম্ভ হওঁতে অনেক খেলুৱৈয়ে খেলপথাৰখনক প্ৰণাম কৰে; বহুতো পৰীক্ষাৰ্থীয়ে প্ৰশ্ন কাকতখন পোৱাৰ লগে লগে কাকতখন এবাৰ কপালত লগাই সভয়ে বিপদমুক্ত হব বিচাৰে। নিঃসন্দেহে কব পাৰি এইবোৰ অবিমিশ্ৰ আধুনিক অন্ধবিশ্বাস। কিন্তু এই আধুনিক অন্ধবিশ্বাসবোৰৰ চৰিত্ৰ যদি ভালদৰে ফঁহিয়াই বিচাৰ কৰা তেন্তে দেখিবা যে এইবোৰৰ প্ৰকৃত উৎস নিহিত হৈ আছে প্ৰাগৈতিহাসিক আৰু তৎপৰৱৰ্তী যুগৰ সৰ্বপ্ৰাণবাদী ধ্যান-ধাৰণাৰ মাজত। এইবাবেই কওঁ যে আমাৰ সমাজত প্ৰচলিত অধিকাংশ অন্ধবিশ্বাসৰ স্বৰূপ আৰু চৰিত্ৰ উৎঘাটন কৰিবলৈ হলে নৃতত্বৰ সহায় অপৰিহাৰ্য্য।

অসতৰ্ক বা ভিত্তিহীন সাধাৰণীকৰণৰ সম্পৰ্কে তুমি সদায়ে সাৱধান বুলি ভালদৰে জানো। তথাপি বিশেষ এবিধ ব্যাখ্যাৰ ওপৰত মাত্ৰাধিক গুৰুত্ব দিয়া বুলি ভয় কৰি তোমাক এবাৰ কথা পুনৰ জনাই থব বিচাৰিছো। কথাষাৰ হ'ল, কেৱল ঐন্দ্ৰজালিক বা সৰ্বপ্ৰাণবাদী ব্যাখ্যাৰ সহায়ত সকলো ন-পুৰনি অন্ধবিশ্বাসৰ উৎস-সন্ধান সম্ভৱ নহয়। অন্যাহাতেদি, সৰ্বপ্ৰাণবাদৰ বিষয়ে আলোচনা কৰোতে আমি দেখিছো যে আত্মা, ভূত, অপদেৱতা ইত্যাদিক কেন্দ্ৰ কৰি আমাৰ সমাজৰ সকলো স্তৰতে প্ৰচলিত বহুতো জনপ্ৰিয় অন্ধবিশ্বাসৰ বিশ্বাসযোগ্য আৰু বিজ্ঞান-সমৰ্থিত ব্যাখ্যা পাবলৈ হলে আমি ঘাইকৈ সৰ্বপ্ৰাণবাদী ধ্যান-ধাৰণাৰ পটভূমিতহে সিবোৰৰ উৎস বিচাৰিব লাগিব। আলোচনাৰ পৰৱৰ্তী অংশত এই সম্পৰ্কে তোমাক আৰু কিছু তত্ব-তথ্য জনাবলৈ প্ৰয়াস কৰিম।

## ২. ঘ আত্মা, ভূত, অপদেৱতা ইত্যাদি ঃ

ব্যৱসায়িক আত্ম-চিন্তাত অহৰহ ব্যস্ত থাকে যদিও তোমাৰ

ভৰদ্বাস ভিনিহিদেৱে সুযোগ সুবিধা পালেই দার্শনিক ভংগীৰে আত্মা বিষয়ক তাত্ত্বিক আলোচনাৰ পাতনি মেলে। ঠিক সেই মুহূৰ্ত্তত তেওঁক দেখিলে মনত হব কামিনী-কাঞ্চনৰ মায়াজালৰ পৰা শতযোজন আঁতৰত থকা প্ৰাচীন ঋষিৰ তেওঁ এক বিৰল আধুনিক সংস্কৰণ। স্পষ্ট মনত আছে, দেওবাৰে তোমাৰ কোঠাত যি 'আড্ডা' বহে তাৰ হৰ্ষোৎফুল্লিত পৰিবেশ একাধিকবাৰ তোমাৰ ভিনিহিদেৱে মষিমূৰ কৰি পেলাইছিল তেওঁৰ আত্মা বিষয়ক আত্মনিমগ্ন বক্তৃতাৰে। এই ভৰদ্বাজ ভিনিহিদেৱে ওপৰৰ শিৰোনামাটি পঢ়িলে বিক্ষুব্ধ আৰু বিস্মিত হৈ প্ৰশ্ন কৰিব—'আত্মা-পৰমাত্মাৰ অংশ বিশেষ, তাৰ সৈতে আকৌ ভূত-অপদেৱতাৰ সম্পৰ্ক কি?' বহুতৰে মনত এইধৰণৰ প্ৰশ্নই ভুমুকি মৰাটো আচৰিত নহয়।

**২.গ** আলোচনাংশত আমি দেখিলো যে সৰ্বপ্ৰাণবাদী ধ্যান ধাৰণাৰ উদ্ভৱ তথা বিকাশৰ সৈতে আত্মাৰ ধাৰণাটো ওতঃপ্ৰোতভাবে যুক্ত। আব্দুল হাফিজে তেওঁৰ 'লৌকিক সংস্কাৰ ও মানব সমাজ' শীৰ্ষক কিতাপ-খনত এই বিষয়ে বেছ পোন-পটীয়া আৰু পৰিষ্কাৰভাবে কিছু আলোচনা কৰিছে। প্ৰাসংগিক কেইষাৰমান কথা তুমি পঢ়ি ভাল পাবা বুলি উদ্ধৃত কৰি দিছো: 'আদিম মানুহে ভাবিছিল যে ব্যক্তিৰ জীৱন নিয়ন্ত্ৰিত হয় ব্যক্তিৰ দেহত অৱস্থিত আত্মাৰ দ্বাৰা। ঠিক তেনেকৈ আদিম মানুহে ভাবিছিল যে বস্তুজগতৰ ঘটনাৱলীৰ কাৰণে দায়ী আত্মা-সম্পন্ন দেৱ-দেৱী বা কোনো বিশেষ শক্তি। গতিকে সৰ্ব প্ৰাণ-বাদৰ প্ৰথম ভূমিকাটি শেষ হৈছিল আত্মাৰ (soul) আৱিষ্কাৰত, দ্বিতীয় ধাৰাটি আৰম্ভ হৈছিল বহিঃবিশ্বৰ সকলো বস্তুৰ মাজত বিশেষ শক্তিৰ (soul like being) সন্ধানত।' (পৃঃ১১) কঁহিয়াই চালে সৰ্বপ্ৰাণবাদ বিষয়ক এই কথাখিনিৰ পৰা তুমি সহজেই দুটা গুৰুত্বপূৰ্ণ সিদ্ধান্তলৈ আহিব পাৰা। প্ৰথমতঃ সৰ্বপ্ৰাণবাদৰ প্ৰথম ধাৰাটোৰ পৰা—অৰ্থাৎ ব্যক্তিৰ আত্মাৰ ধাৰণাৰ পৰা—ভূতৰ ধাৰণা, পূৰ্বপুৰুষৰ উপাসনা ইত্যাদিৰ জন্ম। দ্বিতীয়তঃ, উল্লেখিত দ্বিতীয়

ধাৰাটোৰ পৰা বিভিন্ন স্তৰহৰ ভৌতিক শক্তি, প্ৰেতাত্মা, অপদেৱতা ইত্যাদিৰ সৃষ্টি। (তোমাক বোধহয় নকলেও হ'ব যে ভৌতিক শক্তি বা অপদেৱতাবোৰে সকলো ক্ষেত্ৰতে প্ৰাকৃতিক শক্তি বা প্ৰকৃতিৰ বিভিন্ন ৰূপক প্ৰতিনিধিত্ব নকৰে। বৰদৈচিলাৰ ধাৰণাই নিঃসন্দেহে ধুমুহা বৰষুণক প্ৰতিনিধিত্ব কৰে, কিন্তু বুঢ়াডাঙৰীয়াক জানো একে পৰ্য্যায়ত পেলাব পাৰি? এই বিষয়ে বিশদভাৱে আলোচনা কৰিব গলে আমি প্ৰসংগান্তৰলৈ যোৱাৰ বাটহে মুকলি কৰা হব।)

পূৰ্ববৰ্তী আলোচনাংশত মিজো সকলৰ আদিম ধ্যান ধাৰণাৰ বিষয়ে আলচ কৰোঁতে আমি দেখিছো যে গছ, নদী, পাহাৰ আদিত থকা অলৌকিক শক্তিবোৰক তেওঁলোকে দুৰ্ভাগ্য দুৰ্যোগৰ কাৰণে দায়ী কৰিছিল। এই ধৰণৰ ধাৰণাবোৰ আচলতে 'বহিঃ বিশ্বৰ সকলো বস্তুৰ মাজত বিশেষ শক্তিৰ (Soul like being) সন্ধান' কৰাৰ ফল। উত্তৰ চীনৰ আদিবাসী সকলৰ মাজত আকৌ পাঁচ গৰাকী প্ৰাকৃতিক দেৱ-দেৱীৰ সন্ধান পোৱা যায়--বৰষুণৰ দেৱতা, মেঘ আৰু বজ্ৰৰ দেৱতা, নদী আৰু পৰ্বতৰ দেৱতা, গছ-গছনিৰ দেৱতা আৰু মৃতৰ দেৱতা। (দ্ৰ. সুধাকৰ চট্টোপাধ্যায়, ধৰ্ম ও কু-সংস্কাৰ পৃঃ ১৬০) বহুতো আদিম মানুহে জুইক অলৌকিক শক্তি বা অপদেৱতাৰ কীৰ্ত্তি বুলি ভাৱে। এলউইনে তেওঁৰ 'Myths of the North East Frontier of India' ৰ দ্বাদশ অধ্যায়ত এই বিষয়ে বেছ মজাৰ কিছু খবৰ দিছে। শতাধিক বছৰ আগতে উত্তৰ চিয়াংৰ আদিবাসী সকলে হেনো গাওঁত জুই লাগিলে ঘৰৰ ওপৰত থিয় হৈ তৰোৱাল ঘুৰাই জুইৰ অপদেৱতাক হত্যা কৰিবলৈ চেষ্টা কৰিছিল। কেৱল সেয়ে নহয়, নানা উপায় অৱলম্বন কৰি তেওঁলোকে অনিষ্টকাৰী শক্তিক আগুচি ধৰি বন্দী কৰাৰ চেষ্টাও চলাইছিল। (P.224) এই ধৰণৰ আচৰণ তথা বিশ্বাসসমূহ আমাৰ আলোচনাৰ বাবে খুবেই প্ৰাসংগিক। কিয়নো, বিবিধ প্ৰাকৃতিক ঘটনাৱলীৰ কাৰণে "আত্মা-সম্পন্ন দেৱ-দেৱী বা কোনো বিশেষ শক্তি'ক দায়ী কৰিলেহে এনে

প্ৰকাৰ বিশ্বাস তথা আচৰণৰ উদ্ভৱ হব পাৰে । অৰ্থাৎ, শেষ বিচাৰত, সৰ্বপ্ৰাণবাদী ধ্যান-ধাৰণাৰ পটভূমিতহে এনে বিশ্বাস তথা আচৰণৰ ব্যাখ্যা সম্ভৱ ।

আদিম মানুহৰ অজ্ঞতাক তুমি আলোচনাৰ সুবিধাৰ্থে দুভাগত ভাগ কৰিব পাৰা : পাৰিপাৰ্শ্বিক জগত সম্পৰ্কে অজ্ঞতা আৰু নিজৰ সম্পৰ্কে অজ্ঞতা । পাৰিপাৰ্শ্বিক জগতৰ বিষয়ে ভালকৈ নজনাৰ বাবে আদিম মানুহৰ দৃষ্টিত প্ৰকৃতি আছিল বিচিত্ৰ আৰু বিস্ময়কৰ কেতবোৰ অলৌকিক শক্তিৰ লীলাভূমি । তোমাৰ গোবৰ্দ্ধন মামাই যেতিয়া নাহৰ পাতত শ্লোক লিখি বা-বতাহৰ পৰা ৰক্ষা পাবলৈ যত্ন কৰে তেতিয়া এই আদিম অজ্ঞতাৰ তেওঁও হৈ পৰে একজন আধুনিক অংশীদাৰ । নিজৰ প্ৰকৃতি সম্পৰ্কে আদিম মানুহৰ যি অজ্ঞতা তাৰ পৰা সৃষ্টি হোৱা অন্ধবিশ্বাসবোৰো কম ব্যাপক আৰু বিচিত্ৰ নহয় । সপোনৰ অভিজ্ঞতাৰ ভুল ব্যাখ্যাৰ পৰা আদিম মানুহে কেনেকৈ আত্মাৰ ধাৰণাত উপনীত হ'ল সেই বিষয়ে তোমাক অলপ পাছতেই কিছু আভাস দিবলৈ যত্ন কৰিম । এক অৰ্থত, নিজৰ সম্পৰ্কে আদিম মানুহৰ যি অজ্ঞতা তাৰ পৰাই আত্মাৰ জন্ম ।

আদিম সমাজত দুৰ্ভাগ্য-দুৰ্ঘটনা-বেমাৰ-ব্যাধিক কেন্দ্ৰ কৰি কিছু ভিত্তিহীন বিশ্বাস আৰু উদ্ভট আচাৰ অনুষ্ঠান দেখা যায় । ভালদৰে বিচাৰ-বিশ্লেষন কৰিলে দেখিবা যে আমি ওপৰত উল্লেখ কৰা দুইবিধ অজ্ঞতাই এই ধৰণৰ বহুতো বিশ্বাস তথা আচাৰ অনুষ্ঠানৰ নেপথ্যত সক্ৰিয় । কিবা কাৰণে কোনো এঠাইত যদি সাপৰ সংখ্যা বেছি হয় তেন্তে হাবিয়ে-বননিয়ে ঘুৰি ফুৰা মানুহৰ 'ৰহস্যজনক' মৃত্যুৰ সংখ্যা বাঢ়ি যোৱাটো খুবেই স্বাভাৱিক । আদিম মানুহে কিন্তু এই ধৰণৰ ক্ৰমবৰ্ধিষ্ণু 'ৰহস্যজনক' মৃত্যুৰ কাৰণ হিচাপে কোনো অপদেৱতাকহে চিনাক্ত কৰিছিল, পাৰিপাৰ্শ্বিক অৱস্থাত কাৰণ নিবিচাৰিছিল । নিজৰ সম্পৰ্কে অজ্ঞতাৰ বাবেও আদিম মানুহৰ মনত বহুতো উদ্ভট বিশ্বাসে বাহ সোৱা দেখা যায় । যেনে হিষ্টিৰিয়াগ্ৰস্ত ৰোগীৰ লক্ষণ

সমূহক তেওঁলোকে ভূত-পিশাচৰ কু-কীৰ্তি বুলিয়েই গণ্য কৰিছিল।

ঘাইকৈ সৰ্বপ্ৰাণবাদমূলক ধ্যান-ধাৰণাৰ পৰা সৃষ্টি হোৱা এই ধৰণৰ ভ্ৰান্ত আৰু উদ্ভট বিশ্বাসবোৰৰ পৰা জানো আমি মুক্ত হৈছো? তোমাৰ প্ৰমীলা পেহীৰ কাণ্ড-কাৰখানা দেখি মুক্ত হৈছো বুলি কবলৈ সত নাযায়। সাধাৰণ অসুখ-বিসুখ হলেই তেওঁ বেজ মাতি অপদেৱতা খেদোৱাৰ ব্যৱস্থা কৰে। কেৱল সেয়ে নহয়, ৰাতি বাহিৰলৈ কিবা কামত অকলে গলে লগত সৰিয়হৰ সৰু টোপোলা এটা লৈ যায় — তেওঁৰ ভ্যানিটি বেগত, সংগোপনে। আচলতে এই ধৰণৰ বিশ্বাস আৰু প্ৰতিষেধকমূলক ব্যৱস্থা তোমাৰ পেহীৰ ব্যক্তিত্বৰ একচেটিয়া বৈশিষ্ট্য নহয়। মুখেৰে স্বীকাৰ নকৰিলে কি হব ভূত-প্ৰেত-অপদেৱতাৰ অস্তিত্ব সম্পৰ্কে বহুতো শিক্ষিত লোকেও নিশ্চিত। তোমাৰ প্ৰবল অনুসন্ধিৎসাৰ কথা জানো কাৰণে এইখিনিতে তোমাৰ মনত উকি মৰাৰ সম্ভাৱনা থকা প্ৰশ্ন এটি উল্লেখ কৰিছোঁ: সৰিয়হৰ প্ৰতি ভূতৰ যি ভয়ৰ কথা লোক-বিশ্বাসত পোৱা যায় তাৰ কিবা গ্ৰহণযোগ্য ব্যাখ্যা আছেনে? এই সন্দৰ্ভত বেনুধৰ ৰাজখোৱাই দাঙি ধৰা ব্যাখ্যাটি স্মৰণযোগ্য : 'The body of the ghost is said to be glutinous. Mustard grains which are slippery elude the grasp of a ghost.' (Assamese popular superstitions and Assamese demonology, P. 67 ) তাৰমানে, মানুহে ভাবে যে যি সৰিয়হৰ পৰা মিঠাতেল ওলাই তাৰ সহায়ত নিশ্চয় ভূত-প্ৰেতৰ আঠা-যুক্ত আলিংগনৰ পৰা নিস্তাৰ পোৱা সম্ভৱ।

ওপৰৰ কথাখিনিৰ পৰা এটা সিদ্ধান্তত তুমি অনায়াসে উপনীত হব পাৰা: ভূত, অপদেৱতা আদিৰ অত্যাচাৰ আক্ৰমণৰ পৰা নিজকে ৰক্ষা কৰাৰ উপায় আছে বুলি সাধাৰণতে বিশ্বাস কৰা হয়। সাৰিয়হৰ সহায়ত ভূতক আতংকিত কৰি নিজৰ ভূতাতংক দূৰ কৰাৰ পদ্ধতিয়ে জানো তোমাৰ এই সিদ্ধান্তক সমৰ্থন নকৰিব? আচল

আগতে অৰুণাচলৰ এচাম আদিবাসীয়ে জুইৰ অপকাৰী অপদেৱতাক খেদি পঠোৱা বা বন্দী কৰাৰ প্ৰচেষ্টাৰ কথা তোমাক জনাইছিলো। এই তথ্যটোৱেও জানো একেবাৰেই তোমাৰ সিদ্ধান্তক সমৰ্থন নকৰিব ? তাৰ মানে, বিভিন্ন লোক বিশ্বাসৰ পৰা জনা যায় যে অজ্ঞাত প্ৰসূত অন্ধবিশ্বাসৰ ওচৰত লোক-সমাজে বহুক্ষেত্ৰত নিঃচৰ্ত আৰু নিষ্ক্ৰিয়ভাৱে আত্মসমৰ্পণ কৰা নাই। এই কথাই প্ৰমাণ কৰে যে পাৰিপাৰ্শ্বিক আৰু মানসিক অৱস্থা প্ৰতিকূল হোৱা স্বত্বেও সাধাৰণ মানুহে সমাজ বিকাশৰ প্ৰথম পৰ্বৰ পৰাই নিজৰ আত্মবিশ্বাস আৰু বলিষ্ঠতাক কোনোদিনেই সম্পূৰ্ণভাৱে বিলুপ্ত বা বিকল হ'ব দিয়া নাই। অন্য হাতেদি, তোমাৰ উক্ত সিদ্ধান্তই আৰু এটা গুৰুত্বপূৰ্ণ কথা প্ৰমাণ কৰে। সেইটো হ'ল, এটা অন্ধবিশ্বাসে আৰু এটা বা একাধিক অন্ধবিশ্বাসৰো জন্ম দিব পাৰে। যেনেকৈ, ভূতৰ কাল্পনিক ধাৰণাটোৰ পৰা সৃষ্টি হ'ল সৰিয়হৰ সহায়ত ভূতৰ পৰা ৰক্ষা পোৱাৰ উদ্ভট ধাৰণা।

ভূতৰ প্ৰসংগলৈ আহিলো যেতিয়া তাৰ উৎস সম্পৰ্কে কিঞ্চিৎ আভাস দিয়া উচিত হ'ব। ইতিমধ্যে তোমাক ইংগিত দিছোৱেই যে সৰ্বপ্ৰাণবাদী ধ্যান-ধাৰণাৰ নেপথ্যত আত্মাৰ যি ধাৰণা বিদ্যামান তাৰ লৈতে ভূত, পূৰ্ব্বপুৰুষৰ উপাসনা আদিৰ সম্পৰ্ক আছে। দৰাচলতে মানুহৰ আত্মা সম্পৰ্কে প্ৰচলিত ধাৰণাৰ পৰাই ঘাইকৈ ভূতৰ সৃষ্টি হৈছে। ভূত বুলিলে আমি জানো সাধাৰণতে মৃত ব্যক্তিৰ আত্মা ৰূপান্তৰিত সংস্কৰনকেই নুবুজো ? অজ্ঞ আৰু ভীতিগ্ৰস্ত মানুহৰ কল্পনা-শক্তিৰ কৃপাত ভূতে বহু বিচিত্ৰ ৰূপ ধাৰণ কৰিলেও আদিম মানুহৰ আত্মাৰ ধাৰণাৰ লগত ভূতৰ জন্ম-প্ৰক্ৰিয়াৰ প্ৰাথমিক সম্বন্ধ অনস্বীকাৰ্য। আত্মাৰ কাল্পনিক ধাৰণাৰ লৈতে ভূতৰ উৎপত্তিৰ এই সম্পৰ্কৰ বিষয়ে আভাস দি Pears cyclopaedia ত লিখা হৈছে : 'At its [অৰ্থাৎ, ভূত সম্পৰ্কীয় ধাৰণাৰ] roots it is based on the assumption that Man is essentially an individual

[illegible] e ted [illegible] of [illegible] par [illegible] and [illegible] s [illegible] substances,
[illegible] [অৰ্থাৎ, soul বা spirit] [illegible] body.' (P. . 22)
দেহা ধ্বংস হৈ যোৱাৰ পাছতো নানা কাৰণে যেনে, ক্ৰোধ, অতৃপ্তি বা অন্য কোনো ইচ্ছা পূৰণৰ নিমিত্তে দেহাৱস্থিত আত্মাই পৃথিৱীৰ পৰা বিদায় লব নোৱাৰে। ক্ষেত্ৰবিশেষে কোনো কাৰণ নোহোৱাকৈয়ে মৃতৰ আত্মাই জনশূন্যস্থানত, গছত বা পৰিত্যক্ত ঘৰ আদিতো আশ্ৰয় লব পাৰে। (পৰিত্যক্ত ঘৰৰ কথা লিখোতে তোমালোকৰ চহৰৰ দক্ষিণফালে অৱস্থিত এটা পুৰণি জনশূন্য ঘৰৰ কথা মনত পৰিল। সেইটোত মানুহ নাথাকে— মানুহ থাকিবলৈ ভয় কৰে। মানুহে ঘৰটোক 'ভূত বাংলো' বোলে। এবাৰ বিশেষ এটা প্ৰয়োজনত কেইবাদিনো মাজৰাতি সেইফালে যাবলগীয়া হৈছিল। ক'ত্তা, ভূতৰ টিকনিডালো দেখোন দৃষ্টি গোচৰ নহ'ল ভূতবোৰ বোধহয় আজি-কালিৰ ভি, আই, পিৰ দৰেই নিৰ্বাচিত কিছু লোককহে দেখা দিয়ে!)

মৃতলোকৰ অতৃপ্ত আত্মা কেনেকৈ ভূতলৈ ৰূপান্তৰিত হয় তাৰ এটা চিত্তাকৰ্ষক নমুনা তুমি [illegible] ৰ W[illegible] n [illegible] India নামৰ কিতাপখনত পঢ়িবলৈ পাবা। (P. 77) কেৰেলাত কুট্টিচাথান নামৰ উৎপতীয়া ভূত এটাৰ কথা বহুতৰে মুখত শুনা যায়। মানুহে এই ভূতটোক ভূতৰ ৰজা বোলে আৰু পূজা পাতলৰ সহায়ত যথাসম্ভৱ তুষ্ট আৰু তৃপ্ত ৰাখিব বিচাৰে। এই বহুপূজা ভূতটোৰ অৰণ্যে অতীত জীৱন এটা আছিল। চমুকৈ এই কাহিনীটো হ'ল— এসময়ত অস্বাভাৱিক ভাৱে চুটি চাপৰ এজন খেতিয়ক আছিল। এদিন কাঁচিৰে ধান কাটি থাকোতে তেওঁৰ আঙুলি এটা কটা গ'ল আৰু তাৰ ফল স্বৰূপে তেওঁৰ মৃত্যু হ'ল। পিছে ভৰ যৌৱনত খেতিয়কজন ঢুকোৱাৰ বাবে তেওঁৰ অতৃপ্ত আত্মাটোৱে অস্থিৰ হৈ মানুহক নানা প্ৰকাৰে অত্যাচাৰ আক্ৰমণ কৰিব ধৰিলে। কেৰেলাৰ অন্ধবিশ্বাসী লোকসকলে ভাৱে যে এই আত্মক

অতৃপ্তিৰ এৰ আজিও পৰা নাই। অলপ কষ্টকৈ তুমি যদি অনুসন্ধান চলোৱা তেন্তে আমাৰ অসমতো কুটিচাপৰানৰ দৰে কিছু আঞ্চলিক ভূত-প্ৰেতৰ সন্ধান নিশ্চয় পাবা। আকৌ ভূত-ভিত্তিক সন্তীয়া হিন্দী-কথাছবিৰ কাহিনীবোৰ ফঁহিয়াই চালে দেখিবা, বহুতো ভৌতিক চাৰত্ৰৰ অস্তিত্বৰ পূৰ্বচৰ্ত আত্মাৰ অতৃপ্তি। এই কাহিনীবোৰ মূলতঃ প্ৰচলিত আৰু জনপ্ৰিয় অন্ধবিশ্বাসৰ বাণিজ্যিক ব্যৱহাৰ। আগ্ৰহ আৰু অৱসৰ থাকিলে এই বিষয়ে তুমি কিবা লিখিবও পাৰা।

ভৌতিক সত্তাৰ উৎপত্তি তথা বিকাশ সম্পৰ্কে পণ্ডিত মহলত যথেষ্ট খুণা-পথা চলা দেখা যায়। বাৰ্নালে তেওঁৰ অমৰ কীৰ্তি Science in History নামৰ গ্ৰন্থখনৰ প্ৰথম খণ্ডত কৈছে: 'The idea of a spirit is in itself a highly sophisticated one. It probably originated from the inability to accept the fact of death........' (P 87) মানুহে নিজৰ সৰ্বাত্মক জৈৱিক অৱলুপ্তিৰ ক্ষতিপূৰণ হিচাপে একধৰণৰ আত্মিক অমৰত্বৰ কল্পনা কৰিছিল। মৃত্যুৰ পাছত আমাৰ অস্তিত্ব পৃথিৱীৰ পৰা একেবাৰে নিঃশেষ হৈ নাযায়—এই কল্পনাই মানুহৰ মনৰ অন্ততঃ অৱচেতন স্তৰত কিঞ্চিৎ সান্ত্বনা তথা স্বস্তি দিছিল বুলি অনুমান কৰা যায়। কিন্তু এই স্বস্তিকৰ কল্পনাৰ পাৰ্শ্ব—পৰিণতি হিচাপে বহুক্ষেত্ৰত অসংখ্য অস্বস্তিকৰ ভৌতিক সত্তাৰ যে জন্ম হৈছিল সেই সত্তাক তুমি কোনোপধ্যেই দূৰ কৰিব নোৱাৰা। 'Belief in the existence of spirits signifies a means of escaping the implications of death.' (Soharia Kapur, Witchcraft in Western India (P. 78)

লক্ষ্য কৰিলে দেখিবা যে এই বিচাৰ-ব্যাখ্যাবোৰে আত্মাৰ অমৰত্ব বিষয়ক ধাৰণাৰ মনস্তাত্বিক উৎস-উদ্ভাৱনিক সুন্দৰভাৱে উদঙাই দেখুৱাইছে। পিছে এই ব্যাখ্যাবোৰক পূৰ্ণাংগ বা সম্পূৰ্ণভাৱে সন্তোষজনক বুলি ভবাৰ খল নাই। কিয়নো, সমাজ বিকাশৰ একেবাৰে

আদিম স্তৰত কেৱল জৈৱিক অৱলুপ্তিৰ আতংকই সৃষ্টি কৰা মনস্তাত্বিক প্ৰতিক্ৰিয়াই আত্মাৰ অস্তিত্ব তথা অমৰত্বৰ কল্পনা কৰিবলৈ মানুহক উদ্বুদ্ধ কৰাটো সম্ভৱ বুলি মনে নধৰে। অৰ্থাৎ উল্লেখিত মনস্তাত্বিক ব্যাখ্যাটো স্বয়ংসম্পূৰ্ণ ব্যাখ্যা নহয় বুলি অনুমান কৰিব পাৰি।

তেনেহলে আদিম মানুহে এনে কি অভিজ্ঞতা লাভ কৰিছিল যাৰ ওপৰত প্ৰধানতঃ ভিত্তি কৰি আত্মাৰ অস্তিত্ব তথা অমৰত্বৰ ধাৰণাটো গঢ় লৈ উঠিল? আমি জানো কেৱল পাৰিপাৰ্শ্বিক জগতৰ বিষয়েই নহয়, নিজৰ প্ৰকৃতিৰ বিষয়েও আদিম মানুহৰ জ্ঞান আছিল সংকীৰ্ণ আৰু সীমিত। তোমাক বোধহয় নকলেও হব যে সমাজ বিকাশৰ সেই স্তৰত আদিম মানুহে সপোনৰ ভুল ব্যাখ্যা কৰিছিল আৰু তাৰ পৰাই কালক্ৰমত জন্ম হ'ল আত্মা আৰু অমৰত্বৰ ধাৰণা।

শেষ বাক্যটো পঢ়ি তুমি মুঠেও সন্তুষ্ট নোহোৱা বুলি জানো। কিঞ্চিৎ ক্ষোভমিশ্ৰিত ভংগীৰে তুমি নিশ্চয় খড়্গ-সদৃশ তীক্ষ্ণ প্ৰশ্ন এটি পৰৱৰ্তী চিঠিত মোলৈ নিক্ষেপ কৰি পঠাবা। সেই ভয়তে সপোনৰ ভুল ব্যাখ্যাৰ সতে আত্মাৰ জন্ম-বৃত্তান্ত কেনেকৈ সম্পৰ্কিত সেই বিষয়ে তোমাক কিছু আভাস দিয়াৰ সিদ্ধান্ত ললো।

প্ৰথমেই চাওঁতাল সকলৰ মাজত প্ৰচলিত কাহিনী এটা তোমাক জনাওঁ। কাহিনীটো হ'ল এজন মানুহে টোপনি যোৱাৰ পাছত তেওঁৰ আত্মাই জেঠিৰ ৰূপ ধাৰণ কৰি পানী খাবলৈ গ'ল। কলহৰ পানী খাই জেঠিটো যেতিয়া ওলাই আহিব, ঠিক সেই মুহূৰ্ত্ততে কলহৰ মালিকে কলহৰ মুখ বন্ধ কৰি দিলে। ইফালে যাৰ আত্মাই পানী খাবলৈ গৈছিল তেওঁৰ মৃত্যু হ'ল। মৃতকক সংকাৰৰ বাবে মৰিশালিলৈ নিয়া হ'ল। ঠিক সেই সময়তে কোনোবাই কলহৰ মুখ-খন মুকলি কৰি দিলে। মুক্তি পাই আত্মাটি পুনৰ শৰীৰত প্ৰৱেশ কৰিলে আৰু লগে লগে মৃত লোকজনাকীয়ে প্ৰাণ ঘূৰাই পালে।

আপাতদৃষ্টিত একেবাৰে আজগুৱী কাহিনী। পিছে পণ্ডিত

সকলে এনে তথাকথিত মাজগুৰী কাহিনী তথা বিশ্বাসৰ পৰাই এটি গুৰুত্বপূৰ্ণ সত্য আবিষ্কাৰ কৰিছে: আদিম মানুহে বিশ্বাস কৰিছিল যে নিদ্ৰিত অৱস্থাত আত্মাই শৰীৰৰ পৰা ওলাই নানা কাম কৰিব পাৰে। সপোনৰ অভিজ্ঞতাৰ পৰাই দৰাচলতে আদিম মনত আত্মাৰ অস্তিত্বৰ ধাৰণাটোৰ জন্ম হয়। সপোনত আদিম মানুহে ফুৰা-চকা কৰিছিল, যুদ্ধ আৰু চিকাৰ কৰিছিল, আনকি মৃত পূৰ্বপুৰুষৰ লগতো কেতিয়াবা কথা পাতিছিল। সপোনৰ এনে ৰহস্যময় অভিজ্ঞতাৰ ব্যাখ্যা দিবলৈ কল্পনাপ্ৰৱণ আদিম মানুহে নিশ্চয় এই সিদ্ধান্তলৈ আহিছিল যে মানুহৰ শৰীৰত এনে এটি অদৃশ্য বস্তু থাকে যিটো নিদ্ৰাৱস্থাত ওলাই গৈ পৃথিৱীত বিচৰণ কৰিব পাৰে। এই 'অদৃশ্য বস্তু'টোৱেই আত্মা।

কিন্তু আদিম মনত আত্মাৰ অমৰত্বৰ ধাৰণাটো আহিল কেনেকৈ—যি ধাৰণাৰ লগতে প্ৰকৃততে ভূত-প্ৰেতৰ জন্ম বৃত্তান্ত সম্পৃক্ত? পল লাফাৰ্গে এঠাইত সপোনৰ আদিম ব্যাখ্যাৰ বিষয়ে আলোচনা কৰি লিখিছে: '.... .... .... and if it comes about that he [ the primitive man ] sees in his dreams his ancestors and his dead companions he concludes that he has been visited by their spirits, which survive the destruction of their corpses (Social and philosophical studies, P. 4) হাতৰ কাষত বহা পেন্সিল এডাল থকাহেঁতেন লাফাৰ্গৰ উক্তিৰ শেষ সাতটা শব্দৰ তলত নিশ্চয় ৰঙা আঁত দিলোহেঁতেন। সপোনো, সপোনত মৃতলোকৰ সতে কথাপতা, কানকথা, যুঁজ কৰা ইত্যাদি অভিজ্ঞতাৰ পৰাই যে গাইকৈ আত্মাৰ অমৰত্ব আৰু ভৌতিক সত্তাৰ ধাৰণাটোৰ জন্ম তাৰ ইংগিত লাফাৰ্গৰ উক্তিৰ শেষাংশত আছে।

আদিম অজ্ঞ মানুহৰ চেতনাৰ এন্ধাৰ গৰ্ভত আত্মাৰ এই অংকুৰণৰ কাহিনীটো কোনোবাই ভৱঘাজ ভিনিহিয়েট বা গোবৰ্দ্ধন মামাৰ

দৰে লোকে হজম কৰিব নোৱাৰাটোৱেই স্বাভাৱিক। এবাৰ তোমাৰ আইতাৰ টান নৰিয়া হৈছিল। ঠিক সেই সময়ত তোমাৰ মামাৰ সপোনত দুই-এগৰাকী পূৰ্ব-পুৰুষৰ আগমন ঘটিল। আইতাৰ অসুখ আৰু সপোনত মৃত পূৰ্ব-পুৰুষৰ আগমন—এই দুটা ঘটনাৰ মাজত, আদিম মানুহৰ দৰে পদাৰ্থ বিজ্ঞানৰ অধ্যাপক তোমাৰ গোবৰ্দ্ধন মামাই আৱিষ্কাৰ কৰিলে এক ৰহস্যময় সংযোগ। তেওঁ সগৰ্বে ঘোষণা কৰিলে—আইতা আৰু নাবাচে, কাৰণ সপোনত তেওঁ ইংগিত পাইছে। (তোমাৰ মামাই 'সগৰ্বে ঘোষণা কৰা' বুলি লিখিলো এই বাবেই যে এই ধৰণৰ অন্ধবিশ্বাসে বহুক্ষেত্ৰত স্বপ্ন-দ্ৰষ্টাৰ অহংবোধক তৃপ্ত কৰে। কিয়নো, এনে সপোন যি দেখে—কিবা ৰহস্যময় কাৰণে—তেওঁৰ ভূমিকাটি হয় ভৱিষ্যৎ-দ্ৰষ্টাৰ দৰে।) তোমাৰ আইতাই অৱশ্যে সেই যাত্ৰাত ৰক্ষা পালে। পিছে সপোনৰ বিষয়ে তৰ্ক-বিতৰ্ক কৰোতে তোমাৰ মামাই সযত্নে তেওঁৰ নিষ্ফল সপোনৰ তথ্যটো গোপন কৰে। অথবা—Selective forgettingৰ কৃপাত—কথাষাৰ হয়তো তেওঁৰ মনতেই নপৰে।

তোমাৰ ভৰদ্বাজ ভিনিহিদেউৰ কথা তুমি ভালদৰেই জানা। সুযোগ পালেই তেওঁ আত্মা-বিষয়ক বিৰক্তিকৰ বক্তৃতা আৰম্ভ কৰি দিয়ে। পিছে স্বামী অভেদানন্দৰ 'মৰণেৰ পৰে' নামৰ কিতাপখন পাঢ়িলে তুমি গম পাবা যে তোমাৰ ভিনিহিদেউৰ আত্মাচৰ্চা আচলতে অভেদানন্দৰ যুক্তি-তৰ্কৰেই অক্ষম প্ৰতিধ্বনি। কথা প্ৰসংগত এবাৰ তোমাৰ ভৰদ্বাজ ভিনিহিদেৱে সগৰ্বে কৈছিল যে আত্মাৰ ওজন এক আউন্সতকৈও কম। বহু শাস্ত্ৰ পাঢ়ি আৰু গৱেষণা কৰি তেওঁ যেন এক অশ্ৰুতপূৰ্ব সিদ্ধান্তত উপনীত হৈছে—এনে এক গহীন-গম্ভীৰ ভংগীৰে কথাষাৰ তেওঁ কৈছিল। আচলতে তেওঁ এই 'তথ্য'টো অভেদানন্দৰ গ্ৰন্থৰ পৰা লোৱা। 'মৰণেৰ পৰে'ত অভেদানন্দই কৈছে যে আত্মাৰ ওজন 'প্ৰায় অৰ্ধেক আউন্স বা এক আউন্সেৰ তিনভাগ।' এই ধৰণৰ আৰু উদ্ভট কথা তুমি অভেদানন্দৰ কিতাপখনত পাবা।

এটা নমুনা দিওঁ : 'মৰণৰ পৰে দেহ থেকে যে এক প্রকাৰ সূক্ষ্ম বাষ্পীয় পদাৰ্থ নির্গত হয়ে যায় তা জ্যোতিষ্মান। ঐ জ্যোতিষ্মান পদার্থটিৰ ফটোগ্রাফ বা ছবি তোলা হয়েছে এবং সূক্ষ্মদর্শীৰা মৰণেৰ পৰে দেহ থেকে এটিকে বাৰ হয়ে যেতেও দেখেছেন। তখন সাৰা দেহটি এক বিস্ময়ময় কুহেলিকাৰ পৰিমণ্ডলে আচ্ছন্ন হয়।'

তুমি এইখিনিতে প্ৰশ্ন কৰিব পাৰা : যদি মৃত্যুৰ লগে লগে কুঁৱলী-সদৃশ আত্মাই দেহ ত্যাগ কৰে তেনেহলে শোকজনক দুৰ্ঘটনাত যেতিয়া একেলগে বহু লোকৰ মৃত্যু হয় তেতিয়া ঘটনাস্থল কিয় কুঁৱলীৰে আবৃত হৈ নপৰে? অভেদানন্দৰ কথাখিনি ভালদৰে পাঢ়লে তুমি নিজেই প্ৰশ্নটোৰ উত্তৰ বিচাৰি পাবা ; সূক্ষ্মদৰ্শীয়েহে আত্মা-দৰ্শনৰ সুযোগটো পায়। তেনেহলে স্বাভাৱিকতে আৰু এটা প্ৰশ্নই তোমাৰ মনত উঁকি মাৰিব পাৰে ; আত্মাৰ ছবি তুলিবলৈ বিশেষ ধৰণৰ 'সূক্ষ্মদৰ্শী' কেমেৰাৰ প্ৰয়োজন নহয় নেকি?

মূল বিষয়ৰ পৰা আঁতৰি কাটি যোৱাৰ ভয়ত এই বিষয়ে তোমালৈ আৰু নিলিখো। ভৱিষ্যতে কেতিয়াবা সুযোগ-সুবিধা পালে তোমালৈ বিশদভাৱে লিখিম। ইতিমধ্যে তুমি 'মৰণেৰ পৰে' পাঢ় লোৱা। যিমানদূৰ মনত পৰে—তোমাৰ ভৰ্ষাজ ডিনিহিদেউৰ শয়ন-কক্ষৰ পুৰণি কাঠৰ আলমাৰিটোৰ ওপৰ খণ্ডপত বাৎসায়নৰ 'কামসূত্ৰ' আৰু কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ'ৰ মাজতে অভেদানন্দৰ 'মৰণেৰ পৰে'খন সোমাই আছে। খুজিলে তোমাৰ ভিনিহিয়েৰে সানন্দে কিতাপখন দিব।—'মৰণের পরে'ৰ সমালোচনামূলক আলোচনাৰ বাবে তুমি প্ৰবীৰ ঘোষৰ 'অলৌকিক নয়, লৌকিক' কিতাপখন পঢ়িব পাৰা। এই পর্যালোচনাত অভেদানন্দৰ পৰা দিয়া উদ্ধৃতি দুটা সেইখন কিতাপৰ ১৬৪ পৃষ্ঠাৰ পৰা লোৱা।

পুনৰ আদিম মানুহৰ আত্মা-চিন্তাৰ প্ৰসংগলৈ অহা যাওক। বিপদ সংকুল প্ৰতিকূল পৰিবেশে আৰু বিপুল অনিশ্চয়তাই আচ্ছন্ন কৰি ৰখা আদিম কল্পনাপ্ৰৱণ মনটোৱে আত্মাৰ ধাৰণাটোক কেন্দ্ৰ

কৰি নানা তৰহৰ বিচিত্ৰ আৰু বিস্ময়কৰ বিশ্বাসৰ জন্ম হৈছিল। এইবোৰে আজি আমাৰ হাঁহিৰ উদ্ৰেক কৰিলেও এই আদিম বিশ্বাস বোৰৰ পৰোক্ষ প্ৰভাৱৰ পৰা আমি সম্পূৰ্ণভাৱে মুক্ত বুলি দাবী কৰিব নোৱাৰো। কিয় নোৱাৰো তাৰ এটা নমুনা তোমাক অলপ পাছতেই দিম। তাৰ আগতে আত্মা-কেন্দ্ৰিক দুই-এটা আদিম বিশ্বাসৰ কথা তোমাক জনাওঁ।

আদিম মানুহে বিশ্বাস কৰিছিল যে শৰীৰৰ স্বাভাৱিক ৰন্ধ্ৰ পথেৰে আত্মা বাহিৰলৈ ওলাই যায়। এই বিশ্বাসৰ বশৱৰ্তী হৈ কোনো কোনো ঠাইৰ মানুহে মুমূৰ্ষ ৰোগীৰ নাকত বৰশী লগাই দিছিল—যাতে নাকৰ ফুটাৰে আত্মা ওলাই যাব খুজিলে বৰশীত লাগি ধৰে। অন্য এঠাইত আকৌ মৰোণোন্মুখ ব্যক্তিৰ নাক-মুখ জোৰেৰে হেঁচা মাৰি ধৰা হৈছিল। এনে কাৰ্য্যক তুমি আদিম বৰ্বৰতা বুলিলে ভুল হব। কিয়নো, নাক আৰু মুখৰ ৰন্ধ্ৰ পথেৰে যাতে আত্মা ওলাই যাব নোৱাৰে তাৰ বাবেহে তেওঁলোকে এনে ব্যৱস্থা লৈছিল। যদি বৰ্বৰতাই বোলা তেনেহলে কব লাগিব যে এই বৰ্বৰতা আছিল সদিচ্ছা-প্ৰণোদিত।

তুমি প্ৰশ্ন কৰিব পাৰা: এই হাস্যকৰ আৰু উদ্ভট আদিম বিশ্বাসবোৰৰ কি পৰোক্ষ প্ৰভাৱ আমাৰ মাজত এতিয়াও জীয়াই আছে? তোমাৰ আইতাৰ কাষত এদিন হাঁচি মাৰি চাবাচোন, আমাৰ 'আদিমতা'ৰ প্ৰমাণ বিনাকষ্টে তুমি লগে লগে পাই যাবা। তুমি বোধহয় মন কৰা নাই, কোনোবাই হাঁচি মাৰিলে তোমাৰ আইতাই 'চিৰঞ্জীৱি' বোলে, এক মুহূৰ্ত্তও নষ্ট নকৰাকৈ। ই তোমাৰ আইতাৰ ব্যক্তিগত অভ্যাস নহয়, প্ৰচলিত এটা অন্ধবিশ্বাসক তেওঁ মানি আহিছে নিৰ্দ্বিধায়। প্ৰাচীন গ্ৰীচত হাঁচি মৰাৰ পাছত 'জুপিটাৰে ৰক্ষা কৰক' বুলি মানুহে কৈছিল? হয়তো তোমাৰ আইতাৰ দৰে এচাম লোকে এতিয়াও সেইদৰে কয়। ইংলণ্ড বা ইউৰোপৰ অন্যান্য দেশত হাঁচি মাৰিলে কোৱা হয় 'God bless you'!

হাঁচিৰ জগত সম্পৰ্কিত এই অন্ধবিশ্বাসবোৰৰ উৎস-সন্ধান কৰিবলৈ হ'লে তুমি আদিম মানুহৰ বিচিত্ৰ ধ্যান-ধাৰণাৰ পৃথিৱীখনত পুনৰ সোমাব লাগিব। মৃত মানুহে উশাহ নলয়—পৰ্য্যবেক্ষণলব্ধ এই জ্ঞানৰ পৰা আদিম মানুহে এই সিদ্ধান্তলৈ আহিছিল যে আত্মা আচলতে বতাহেই। আৰু যিহেতু হাঁচি মৰাৰ লগে লগে যথেষ্ট পৰিমাণৰ বতাহ বাহিৰলৈ ওলাই যায় সেইহেতু আদিম মানুহে ভাবিছিল যে হাঁচি মাৰিলে আত্মাও শৰীৰৰ পৰা ওলাই আহিব পাৰে—অৰ্থাৎ, হাঁচিৰ সতে আদিম মানুহে যুক্ত কৰিছিল মৃত্যুৰ সম্ভাৱনাক। অলপ কঁহিয়াই চালে দেখিবা যে এই মৃত্যু-সম্ভাৱনাৰ বাবেই 'চিৰঞ্জীৱী' বা 'God bless you' ইত্যাদি কথা উচ্চাৰণ কৰি হাঁচি মৰা মানুহজনৰ মংগল কামনা কৰা হৈছিল। মালয় দেশত অৱশ্যে এই কল্পিত মৃত্যু-সম্ভাৱনাক কিঞ্চিত সুকীয়া পদ্ধতিৰে বোধ কৰাৰ চেষ্টা দেখা যায়। প্ৰচলিত বিশ্বাস অনুযায়ী সেই দেশত হাঁচিৰ পাছত জোৰে নিজৰ নাম মাতি আত্মাক পুনৰ ঘূৰাই অনা হয়। সেই দেশৰ পাহাৰীয়া অঞ্চলৰ আদিবাসীৰ কেঁচুৱাই হাঁচিয়ালে মাকে কেঁচুৱাৰ নাম ধৰি আত্মাক কয়—'উভতি আহা'।

হাঁচি মাৰোঁতে 'চিৰঞ্জীৱী' বোলাৰ বাবে যদি তুমি ভাবা যে কেৱল তোমাৰ আইতাৰ প্ৰজন্মটোৱেইহে মাথোন আদিম 'আত্মা-চিন্তাৰ' দ্বাৰা পৰোক্ষভাৱে প্ৰভাৱিত তেন্তে দেখ দেখকৈ সি এটা ভুল সিদ্ধান্ত হ'ব। তোমাৰ বান্ধৱী গাৰ্গীৰ কথাকেই ধৰা। তাই একেবাৰে আধুনিক প্ৰজন্মভুক্ত, কথাই কথাই ইংৰাজী নক'লে বা বিদেশৰ বেকাবেঞ্চ নিদিলে গাৰ্গীৰ বোধহয় টোপনিয়েই নাহে! এদিন তাই ভাবীস্বামীৰ সৈতে প্ৰাক্-বিবাহ পৰিভ্ৰমণত ওলাওঁতে হঠাতে কোনোবাই পাছফালৰ পৰা হাঁচিয়ালে। বচ্., তোমাৰ বান্ধৱীৰ 'মুড' মেঘাচ্ছন্ন হৈ পৰিল, দিনটোৰ সকলো প্ৰোগ্ৰেম বাতিল কৰা হ'ল তৎক্ষণাৎ।

ইও এটা অন্ধবিশ্বাসেই: পাছফালৰ পৰা কোনোবাই হাঁচি মৰাটো অমংগলসূচক। তোমাৰ বন্ধু-বান্ধৱীৰ মাজত বহুতেই এই জনপ্ৰিয় অন্ধবিশ্বাসটোৰ ওপৰত আস্থা ৰখাৰ সম্ভাৱনা আছে। ইচ্ছা কৰিলে তুমি সমীক্ষা এটা চলাব পাৰা। সি যি কি নহওক, আমি ইতিমধ্যে কেইবাবাৰো উল্লেখ কৰা বেণুধৰ ৰাজখোৱাৰ কিতাপখন পঢ়িলে তুমি দেখিবা যে কিবা আলোচনা কৰাৰ সময়ত হাঁচি মৰাটোও মংগলজনক নহয়। এই অন্ধবিশ্বাসটোৰ ব্যাখ্যা হিচাপে ৰাজখোৱা ডাঙৰীয়াই লিখিছে: The Assamese word for sneezing is hanchi which sounds like hai -chih (alas !, oh !). This gave rise to the abve bolief. (P. 97) ব্যাখ্যাটো সন্তোষজনক যেন লাগিছে নে? 'হাঁচি' শব্দটোৰ সতে 'হাঁয়' আৰু 'ছিঃ' শব্দ দুটাৰ সাদৃশ্য আছে বাবেই মানুহে হাঁচি মৰাটো অমংগল-সূচক বুলি ভাবে নে? যদি এই ব্যাখ্যাটো শুদ্ধ হয় তেন্তে অসম আৰু দুই এখন প্ৰদেশৰ বাহিৰে অন্য ঠাইত হাঁচি অমংগলসূচক হ'ব নালাগে। কিয়নো, হাঁচি শব্দটো অসমীয়া, বঙলা আদি কেইটামান ভাষাতহে আছে। পিছে হাঁচিক অমংগলসূচক বুলি ভবা বিশ্বাসটো বেছ ব্যাপক আৰু পুৰণি: '.........fear once associated with the sneege was worldwide. Romans saw in it an evil omen. Parsees felt that the sneeze indicated the threatening presence of evil spirits. (R. Braseh, How Did It Begin? P. 71)

তোমাক আগতেই কৈ আহিছো যে হাঁচিৰ লগত আদিম মানুহে আত্মাৰ বহিৰ্গমন তথা মৃত্যুৰ সম্পৰ্ক দেখা পাইছিল। হাঁচি মৰাৰ মুহূৰ্তত হয়তো ৰহস্যময় মৃত্যুৰ সৈতে যুক্ত ভূত-প্ৰেত-অপদেৱতাৰ অনিষ্টকৰ উপস্থিতিও তেওঁলোকে কল্পনা কৰিছিল। পাৰ্চীসকলে ভয় কৰা 'Threatening presence of evil spirits'-ৰ বিশ্বাসত এনে কল্পনাৰ আভাস বিদ্যমান। বহুলাংশে এইবোৰ কাৰণতেই

মানুহে এসময়ত হাঁচিব সতে বিপদ বা অসাফল্যক সম্পৰ্কিত কৰিছিল। মৃত্যুৰ আগজাননী বা লক্ষণ হিচাপে বিবেচিত হাঁচিক আদিম আৰু প্ৰাচীন কালৰ মানুহে যে অশুভ বুলি গণ্য কৰিব তাত আচৰিত হ'বলগীয়া একো নাই। পিছে কিঞ্চিৎ আচৰিত হওঁ তেতিয়া যেতিয়া দেখোঁ যে একবিংশ শতিকাৰ দুৱাৰদলিত ভৰি দিও আমি আদিম ভিত্তিহীন বিশ্বাসৰ মূলোচ্ছেদ কৰিব পৰা নাই। তোমাৰ ভৱবাজ ভিনিদেউ বা গোবৰ্দ্ধন মামাৰ কথা বাদেই দিলো, গাৰ্গীৰ দৰে অত্যাধুনিকাও দেখোন ক্ষেত্ৰবিশেষে আদিম বিশ্বাসৰ কবলত অ-সচেতন-ভাৱে আবদ্ধ! হাঁচিয়ে তাইৰ 'মুড' মেঘাচ্ছন্ন কৰাৰ ঘটনাটোৱেই ইয়াৰ নিৰ্ভেজাল নিদৰ্শন। কোনে জানে, পৰিশোধিত তথা পৰিবৰ্দ্ধিত হৈ আৰু কিমান আদিম বিশ্বাস আত্মগোপন কৰি আছে আমাৰ আধুনিক চেতনাত!

):—:(

## ৩. অন্ধবিশ্বাস ঃ মনস্তাত্বিক বিচাৰ

ডাঃ 'ধ'ৰ নামৰ শেহত দেশী-বিদেশী ডিগ্ৰীৰ এডাল দীঘল নেজ। এই ডিগ্ৰীবোৰে চিকিৎসক হিচাপে তেওঁৰ দক্ষতা নিশ্চয় বঢ়াইছে, লগতে বেংক বেলেঞ্চও বৃদ্ধি পাইছে বিপুল হাৰত। কিন্তু তেওঁৰ চেতনাৰ চৰিত্ৰ যদি বিচাৰ কৰা হয়তে দেখিবা যে ডিগ্ৰীৰ নেজডালে তেওঁৰ বিশেষ উপকাৰ সাধিব পৰা নাই। ডাঃ 'ধ'ৰ মাক যেতিয়া অসুস্থ হৈ পৰিছিল তেতিয়া তেওঁ বিপুল ব্যয় কৰি আয়োজন কৰিছিল নৱগ্ৰহৰ পূজা। নটা গ্ৰহৰ সম্মিলিত শক্তিয়ে কিন্তু মাকক ৰক্ষা কৰিব নোৱাৰিলে। গ্ৰহ-তুষ্টিৰ পাঁচদিনৰ পাছতেই তেওঁ সংসাৰৰ পৰা বিদায় ললে। দুবছৰৰ পাছত দেউতাকৰ মংগলাৰ্থে পুনৰ গ্ৰহ-পূজা পাতিলে। এইবাৰ অৱশ্যে নটাৰ নহয় কেৱল এটাৰ—অৰ্থাৎ শনিৰ পূজা। গ্ৰহ-পূজাই দেউতাকৰ কিন্তু বিশেষ মংগল সাধিব নোৱাৰিলে। হৃদৰোগত ভেৰ মাহৰ ভিতৰত দেউতাকে শেষ নিঃশ্বাস ত্যাগ কৰিলে।

বৈজ্ঞানিক চেতনাসম্পন্ন মানুহ হোৱা হ'লে ইয়াৰ পাছত ডাঃ'ধ'ই গ্ৰহ-পূজাৰ শৰণাপন্ন নহ'লহেঁতেন। পিছে কেইবছৰমানৰ পাছত যাইকৈ তেওঁৰ একমাত্ৰ পুত্ৰ বৈবাহিক-সূত্ৰে বৰ্ণভ্ৰষ্ট হোৱাৰ বাবে—ডাঃ'ধ'ৰ হৃদপিণ্ডত বিপদজনক দৌৰ্বল্য দেখা গ'ল। পণ্ডিত পুতেকৰ তান্ত্ৰিক্যক আওকাণ কৰি ডাঃ'ধ'ই পুনৰ আয়োজন কৰিলে নৱগ্ৰহৰ পূজা।

অন্ধবিশ্বাসৰ প্ৰতি অটল আনুগত্য ডাঃ'ধ'ৰ একক বৈশিষ্ট্য নহয়। তেওঁৰ সমগোত্ৰীয় অলেখ লোক আমাৰ মাজত আছে। পিছে প্ৰশ্ন হ'ল—অন্ধবিশ্বাসৰ অন্তঃসাৰশূন্যতা তথা অৰ্থহীনতা বাৰে বাৰে প্ৰমাণিত হোৱা সত্বেও কিয় মানুহে উটে আক ভিত্তিহীন ধাৰণা কিছুমানক প্ৰশ্ৰয় দিয়ে? The Columbia Encyclope-

dia-ৰ পাতত তুমি এই প্ৰশ্নটোৰ উত্তৰ পাবা : 'Superstitions are the result of imperfect knowledge, but man clings to them, despite evidence to the contrary, because they reflect his deepest fears'. (P. 2070) কথাখিনিৰ পৰা তুমি এটা সিদ্ধান্তলৈ আহিব পাৰা : বৰ্তমান পৰ্য্যালোচনাত অন্ধবিশ্বাসক কেৱল বৌদ্ধিক দৈন্যতাৰ প্ৰতিফলন হিচাপে বিচাৰ কৰিলেই নহ'ব, তাৰ যি গভীৰ মনস্তাত্বিক উৎস সেইবিষয়েও আলোচনা কৰাৰ প্ৰয়াস বাঞ্ছনীয়। খুব সম্ভৱ এই আলোচনা অবিহনে আধুনিক কালৰ অন্ধবিশ্বাসৰ জনপ্ৰিয়তা তথা প্ৰসাৰৰ প্ৰকৃত কাৰণ সম্পৰ্কে পূৰ্ণাংগ পৰ্য্যালোচনা সম্ভৱ নহয়। অন্য হাতেদি, সম্পূৰ্ণ সুকীয়া এটা কাৰণেও অন্ধবিশ্বাসৰ বিচাৰবিশ্লেষণ কৰোঁতে আধুনিক মনস্তত্বৰ সহায় লোৱা প্ৰয়োজন। মস্তিষ্কৰ বিশৃঙ্খলা বা বিশেষ ধৰণৰ অস্বাভাৱিকতাৰ ফলত কেতিয়াবা এনে অৱস্থাৰ সৃষ্টি হয় যে মানুহে একধৰণৰ ৰহস্যময় সংলাপৰ কল্পনা কৰিছে তাৰ ব্যাখ্যা বিচাৰি পায়। 'ভূতাবিষ্ট নে মানসিক ৰোগী' শীৰ্ষক ৩.ৰ আলোচনাংশত দুই-এগৰাকী যুক্তিবাদী লেখক আৰু মনস্তাত্বিকৰ লিখনিৰ ভিত্তিত তোমাক এইবিষয়ে কিছু কথা জনাবলৈ চেষ্টা কৰিম।

ওপৰৰ ইংৰাজী উদ্ধৃতিটোত 'deepest fears'-ৰ কথা কোৱা হৈছে। আমাৰ ধাৰণা, 'fear'-ৰ সলনি 'anxiety'-ৰ উল্লেখ থকা হ'লে অন্ধবিশ্বাসৰ মনস্তাত্বিক উৎসৰ চৰিত্ৰ আৰু স্পষ্টভাৱে ওলাই পৰিলহেঁতেন। কিয়নো, আদিম মানসৰ কথা লিখোঁতে আমি দেখিছো যে অনিৰ্দিষ্ট বা দুৰ্বোধ্য উৎসৰ পৰা অহা বিপদ-বিপৰ্য্যয়ৰ কাল্পনিক বা বাস্তৱ সম্ভাৱনাই আদিম মানুহৰ সমগ্ৰ চেতনাক প্ৰায় আচ্ছন্ন কৰি ৰাখিছিল। এই আবেগিক অৱস্থাক 'anxiety' বুলিলে আৰু অধিক শুদ্ধ নহ'ব ? সি যি কি নহওঁক, 'fear' আৰু 'anxiety'-ৰ মাজত থকা সূক্ষ্ম পাৰ্থক্যৰ আভাস দিবলৈ A concise Psychological Dictionary-ৰ পৰা দুটা বাক্য তুলি দিছোঁ। অভিধানখনৰ

মতে 'fear' হ'ল : 'an emotion arising in situations that threaten the individual's biological or social existence, and directed at the source real or imaginary danger.... If the source of danger is unclear or unrealised by the individual, the resultant sensation is called anxiety'. (P. 99) আদিম সমাজত প্ৰধানতঃ biological existence বা জৈৱিক অস্তিত্ব বিপন্ন হ'লে বা হ'ব বুলি ভাবিলে মানুহে ভয় খাইছিল বা উদ্বিগ্ন হৈ পৰিছিল। (আৰু এই ভয় তথা উদ্বেগ সৰহক্ষেত্ৰত আছিল সমষ্টিগত।) পৰৱৰ্তীকালত শ্ৰেণী সমাজৰ বিকাশৰ লগে লগে—Social existence-ৰ সমস্যা তথা নিৰাপত্তাইও বিশেষ গুৰুত্ব আৰু প্ৰাধান্য পাব ধৰিলে। তোমাৰ ভৰষাজ ভিনীহি-দেৱে ব্যৱসায়ৰ অৱনতিৰ ভয়ত দহটা আঙুলিত বাৰটা আঙঠি পিন্ধে। জৈৱিক নহয়, সামাজিক অস্তিত্ব বিপন্ন হোৱাৰ ভয়তহে তেওঁ উদ্বিগ্ন হৈ পাথৰৰ সহায়ত প্ৰভাৱ-প্ৰতিপত্তি অক্ষুণ্ণ ৰখাৰ কথা ভাবে। আদিম সমাজত সামাজিক অস্তিত্বক কেন্দ্ৰ কৰি এই প্ৰকাৰ ব্যক্তিকেন্দ্ৰিক অন্ধবিশ্বাসৰ কথা ভাবিব নোৱাৰি। আদিম মানুহৰ ভয় তথা উদ্বেগৰ প্ৰথম আৰু প্ৰধান উৎস আছিল জৈৱিক অস্তিত্বৰ নিৰাপত্তাৰ নিশ্চয়তা। অৰ্থাৎ, সকলো ক্ষেত্ৰত আদিম আৰু আদিমোত্তৰ কালৰ ভয় তথা উদ্বেগৰ চৰিত্ৰ একে নহয়। অৱশ্যে তোমাক বোধহয় নকলেও হ'ব যে biological existence বা জৈৱিক অস্তিত্বক কেন্দ্ৰ কৰি মানুহৰ যি প্ৰবৃত্তিজাত ভয় আৰু উদ্বেগ তাৰ মূল চৰিত্ৰৰ কিন্তু বিশেষ সলনি হোৱা নাই—যদিও এই ক্ষেত্ৰত বিজ্ঞান আৰু যুক্তিবাদৰ প্ৰভাৱৰ কথা তুমি অস্বীকাৰ কৰিব নোৱাৰা। মৃত্যুকেন্দ্ৰিক অন্ধবিশ্বাসৰ বিষয়ে আলোচনা কৰোঁতে আমি দেখিম এই প্ৰবৃত্তিজাত ভয় তথা উদ্বেগে কিমান বিচিত্ৰ বিশ্বাস তথা আচাৰ-অনুষ্ঠানৰ জন্ম দিছে তাহানিৰ সেই প্ৰাগৈতিহাসিক যুগৰে পৰা। মৃত্যুৰ ব্যাখ্যা বিচাৰি বা তাক বাধা দিবলৈ মানুহে সম্পূৰ্ণ অসহায়

কেতবোৰ ঘটনাৰ মাজতো, আৱিষ্কাৰ কৰিছিল কাৰণিক সম্পৰ্ক। অৱশ্যে কেৱল জৈৱিক অস্তিত্বই নহয়, সামাজিক অস্তিত্ব তথা অন্যান্য সমস্যা-সংকটক কেন্দ্ৰ কৰিও উদ্ভট কিছুমান বিশ্বাস গঢ় লৈ উঠিছিল কাল্পনিক কাৰ্য্যকাৰণ সম্পৰ্কৰ ভিত্তিত। বৰ্তমান অধ্যায়ৰ পৰৱৰ্তী অংশত আমি এই ধৰণৰ কাৰ্য্যকাৰণ সম্পৰ্কৰ বিশেষ এটি চিত্তাকৰ্ষক দিশৰ ওপৰত নতুন দৃষ্টিভংগীৰে কিছু আলোকপাত কৰিবলৈ প্ৰয়াস কৰিম।

## ৩.ক অন্ধবিশ্বাস আৰু বিপৰীত কাৰ্য্যকাৰণ সম্পৰ্ক

আকাংক্ষা আৰু আশংকা— যাইকৈ এই দুটাৰ সংমিশ্ৰণৰ ফলত যি মানসিকতা গঢ় লৈ উঠে তাৰ স্বৰূপ কঁহিয়াই নাচালে অন্ধবিশ্বাসৰ মনস্তাত্বিক উৎস উদ্ঘাটন কৰাটো সম্ভৱ নহয়। তোমাক আগতেই জনাই থৈছোঁ যে আদিম কালত কাম্য বস্তু লাভ কৰাৰ আগ্ৰহ আৰু ভয়-ভীতি দূৰ কৰাৰ প্ৰয়োজনে মানুহৰ চেতনাত প্ৰায় একাধি-পত্য বিস্তাৰ কৰিছিল। অৱশ্যে কেৱল আদিম কালতেই নহয়, পৰৱৰ্তী কালতো, আনকি সাম্প্ৰতিক যুগতো, এই একাধিপত্য প্ৰায় একেভাৱেই আছে—কেৱল বহুক্ষেত্ৰত আকাংক্ষা আৰু আশংকাৰ চেহেৰা তথা চৰিত্ৰ সলনি হৈছে। মানৱ-মনৰ এই বৈশিষ্ট্যৰ বাবেই তুমি দেখিবা যে অন্ধবিশ্বাসবোৰ সাধাৰণতে দুই ধৰণৰ—ইতিবাচক আৰু নেতিবাচক। আকাংক্ষা-পূৰণৰ সতে সম্পৰ্কিত অন্ধবিশ্বাসবোৰ ইতিবাচক; আশংকা-দূৰীকৰণৰ সতে সম্পৰ্কিত অন্ধবিশ্বাসবোৰ নেতি-বাচক। কেতিয়াবা অৱশ্যে এই দুইবিধ প্ৰৱণতাৰ সংমিশ্ৰণ ঘটিব পাৰে বিশেষ এটা অন্ধবিশ্বাসত। যেনে, তোমাৰ প্ৰমীলা পেহীয়ে শক্তিশালী তাবিজ ধাৰণ কৰিছে দুটা উদ্দেশ্যে—চাকৰিৰ ক্ষেত্ৰত ওপৰলৈ উঠাৰ আগ্ৰহ আৰু শনিৰ অহিতকৰ বোৰ-দৃষ্টি দূৰ কৰাৰ প্ৰয়োজনত।

আকাংক্ষা-পূৰণ আৰু আশংকা-নিৰসনৰ সতে ওতঃপ্ৰোতভাৱে যুক্ত অজস্ৰ ইতিবাচক/নেতিবাচক অন্ধবিশ্বাসৰ জন্ম তথা বিকাশ হৈছিল আদিম সমাজত। এই বিষয়ে উদাহৰণৰ সৈতে ইতিমধ্যে আমি কিছু আলোচনা কৰিছোঁ। তুমি যদি আদিম মানুহক প্ৰাপ্য স্বীকৃতিখিনি দিয়াৰ নিৰ্মোহ বৈজ্ঞানিক মনোভাৱ লৈ এই অন্ধবিশ্বাস-বোৰ ভালদৰে খুঁচিয়াই বিচাৰ কৰা তেন্তে অনায়াসে তুমি এটা গুৰুত্বপূৰ্ণ সিদ্ধান্তলৈ আহিব পাৰা; সিদ্ধান্তটো হ'ল—আদিম মানুহে উপলব্ধি কৰিছিল যে প্ৰতিটো ঘটনাৰ বা বস্তুৰ কাৰণ থাকে। আজি আমাৰ বিচাৰত সহজ আৰু সাধাৰণ যেন লাগিলেও সেই আদিম যুগত মানৱ-মনৰ এই নৱোদ্ভূত বৈশিষ্ট্যটোৰ গুৰুত্ব মুঠেও উপেক্ষণীয় নাছিল। আদিম মানুহৰ সিদ্ধান্তবোৰ যিমানেই উদ্ভট আৰু ভিত্তিহীন নহওক, কাৰণানুসন্ধানৰ যি প্ৰচেষ্টা তেওঁলোকৰ ধ্যান-ধাৰণাৰ নেপথ্যত সক্ৰিয় থকা দেখা যায় তাৰ মাজত নিহিত হৈ আছিল এক বিপুল সম্ভাৱনা। এক অৰ্থত, আজিৰ বিজ্ঞান সেই সম্ভাৱনাৰেই প্ৰস্ফুটিত ৰূপ নহয় জানো? আজি পৰীক্ষিত বৈজ্ঞানিক উপায়েৰে মেঘ জমা কৰি অনাবৃষ্টি দূৰ কৰাৰ চেষ্টা কৰে বিজ্ঞানীসকলে। আদিম কালত এই একেটা কামকে বহুতেই কৰিব বিচাৰিছিল—ঐন্দ্ৰজালিক উপায়েৰে, কাল্পনিক পদ্ধতিৰে। জনজাতীয় সমাজত বিচাৰিলে তুমি সাম্প্ৰতিক কালতো এনে ঐন্দ্ৰজালিক প্ৰয়াস দেখা পাবা। এটা দৃষ্টান্ত দিওঁ। গাৰো সমাজত বেছ কৌতূহলোদ্দীপক প্ৰথা এটি আছে। যেতিয়া বৰষুণৰ প্ৰয়োজন হয় তেতিয়া গাৰো-সকলে এটা ক'লা ছাগলী পাহাৰৰ ওখ টিঙত বান্ধি থয়। তেওঁ-লোকৰ বিশ্বাস, ছাগলীৰ ক'লা ছালখনে আকাশখনো মেঘেৰে ক'লা কৰি পেলাব। দকৈ খুঁচিয়াই চালে দেখিবা যে এই বিশ্বাসৰ নেপথ্যত নিম্নোক্ত ধৰণৰ কাৰ্য্যকাৰণ সম্পৰ্কৰ কল্পনা কৰা হৈছে:

কাৰণ—ক'লা মেঘ
পৰিণতি—বৰষুণ
সিদ্ধান্ত—কাৰণৰ জন্ম দিব পাৰিলে পৰিণতিৰ আশা

আপুনি সৃষ্টি হ'ব ( অর্থাৎ, আকাশত ক'লা মেঘ
জমা কৰিব পাৰিলে বৰষুণ দিব )।

অর্থাৎ, গাৰোসকলে ক'লা মেঘৰ ( অর্থাৎ কাৰণৰ ) জন্ম দি বৰষুণ ( অর্থাৎ পৰিণতি ) আনিব পৰা যায় বুলি বিশ্বাস কৰে। দীর্ঘ অভিজ্ঞতাৰ বলত এইক্ষেত্রত তেওঁলোকে দৃশ্যমান কাৰণটোক ঠিকেই চিহ্নিত কৰিছে, কেৱল সেই কাৰণ সৃষ্টি কৰাৰ পদ্ধতিটোহে-ঐন্দ্রজালিক।

পর্য্যাবেক্ষণ আৰু অভিজ্ঞতাৰ ফলত আদিম মানুহে আৰু এটা কথাৰ উমান পাইছিল। সেইটো হ'ল, প্রতিটো ঘটনাৰ যেনেকৈ কাৰণ থাকে ঠিক তেনেকৈ সংঘটিত হোৱাৰ পাছত প্রতিটো ঘটনা কাৰণলৈ ৰূপান্তৰিত হয়। ধৰা, হিংস্র জন্তুৰ আঘাতত এগৰাকী চিকাৰীজীৱী আদিম মানুহৰ মৃত্যু হ'ল। তোমাক বোধহয় নকলেও হ'ব যে এইক্ষেত্রত জন্তুৰ আঘাত কাৰণ, মৃত্যু পৰিণতি। যথাসময়ত মৃত্যুৰ খবৰ পাই সেই নিহত চিকাৰীগৰাকীৰ সংগীসকলে শোক-বিহ্বল হৈ চিঞৰি চিঞৰি কান্দিব ধৰিলে। এইবাৰ কিন্তু পৰিণতি ( অর্থাৎ মৃত্যু ) কাৰণলৈ ৰূপান্তৰিত হ'ল। কিয়নো, জন্তুৰ আক্রমণত প্রিয় সংগী এজন ঢুকোৱাৰ বাবেহে কান্দোনৰ উমান পৰিছে। সহজ কথাত, প্রথম ক্ষেত্রত মৃত্যু পৰিণতি, দ্বিতীয় ক্ষেত্রত কাৰণ।

এই শিক্ষাৰ পৰা উভতে উপায়েৰে আকাংক্ষা-পূৰণ বা আশংকা-নিৰসনৰ চেষ্টা কৰা আদিম মানুহে এক অদ্ভুত সিদ্ধান্তলৈ আহিছিল : পৰিণতিয়ে কাৰণৰ জন্ম দিব পাৰে। ইয়াকেই আমি reverse causality বা বিপৰীত কার্য্যকাৰণ সম্পর্ক বুলিব পাৰোঁ। আমি জানো যে কাৰণেহে পৰিণতিৰ জন্ম দিয়ে। এইক্ষেত্রত কিন্তু সম্পর্কটো ওলোটা, বিপৰীত : পৰিণতি দায়ী কাৰণৰ সৃষ্টিৰ বাবে। এইবাবেই আমি এই অদ্ভুত কার্য্যকাৰণ সম্পর্কক reverse causality বা বিপৰীত কার্য্যকাৰণ সম্পর্ক বুলিছোঁ। এক যুজন সংখ্যক অন্ধবিশ্বাসৰ গুৰিত এই প্রকাৰ বিপৰীত সম্পর্কৰ প্রত্যক্ষ বা পৰোক্ষ ভূমিকা থাকে।

কথাষাৰ আৰু পৰিষ্কাৰভাৱে হৃদয়ঙ্গম কৰিবলৈ আমি এটা নমুনা লব পাৰোঁ। আৰবত অনাবৃষ্টি হ'লে যাদুকৰ-পুৰোহিতসকলে বেছ মজাৰ এটা অনুষ্ঠানৰ সহায়ত বৰষুণ আনিবলৈ চেষ্টা কৰে। তেওঁলোকে হাতত ছাতি লৈ মন্ত্ৰ মাতি পথাৰত খোজকাঢ়ি ঘূৰি ফুৰে। আমাৰ আলোচ্য প্ৰসংগত খবাং পথাৰত ছাতি লৈ ঘূৰি ফুৰাটো বিশেষভাৱে তাৎপৰ্য্যপূৰ্ণ। মানুহে ছাতি কেতিয়া লয়? যেতিয়া বৰষুণ বা ৰ'দ দিয়ে। অৰ্থাৎ, এই ক্ষেত্ৰত ছাতি লোৱা কাৰ্য্যটো পৰিণতি। অনাবৃষ্টি দূৰ কৰিব বিচৰা আৰবৰ যাদুকৰ-পুৰোহিতসকলে পৰিণতিৰ দ্বাৰা—অৰ্থাৎ, হাতত ছাতি লৈ পথাৰত ঘূৰা কাৰ্য্যটোৰ দ্বাৰা—কাৰণৰ ( অৰ্থাৎ, বৰষুণৰ ) উৎপাদন কৰিব বিচাৰিছে। এই অনুষ্ঠানৰ নেপথ্যত থকা বিপৰীত কাৰ্য্যকাৰণ সম্পৰ্কৰ চৰিত্ৰ এই প্ৰকাৰ :

কাৰণ—বৰষুণ

পৰিণতি—হাতত ছাতি লৈ পথাৰত ঘূৰা

সিদ্ধান্ত—পৰিণতি উৎপাদন কৰিব পাৰিলে কাৰণৰ সৃষ্টি হ'ব (অৰ্থাৎ, বৰষুণ অহিলে মানুহে যিদৰে হাতত ছাতি লয় সেইদৰে ছাতি লৈ ঘূৰিলে বৰষুণ আহিব )।

আমাৰ অসমীয়া সমাজত বহুলভাৱে প্ৰচলিত এটি অন্ধবিশ্বাস হ'ল : ঘৰৰ চাৰিসীমাৰ ভিতৰত থকা গছত শগুণ বহিলে মানুহে ভয়ংকৰ বিপদ আসন্ন বুলি ধৰি লয়। শগুণৰ সৈতে ভয়ংকৰ বিপদ বা মৃত্যুৰ ৰহস্যময় সংযোগ আৱিষ্কাৰ কৰা এই বিশ্বাসটোৰ নেপথ্যত কি ধৰণৰ কাৰ্য্যকাৰণ সম্পৰ্ক সক্ৰিয়? বেণুধৰ ৰাজখোৱাই আমি ইতিমধ্যে কেইবাবাৰো উল্লেখ কৰা তেওঁৰ কিতাপখনত এই বিশ্বাসটোৰ ব্যাখ্যা দাঙি ধৰি লিখিছে : 'A vulture appears when there is a dead body. [ অৰ্থাৎ, শগুণৰ আৱিৰ্ভাৱ পৰিণতি, মৰাশৰ উপস্থিতি কাৰণ ] So when a vulture visits a house [ যেতিয়া পৰিণতিৰ আৱিৰ্ভাৱ ঘটে ], the belief arises

that there will be a dead body in the house [ কাৰণৰ উপস্থিতি অনিবাৰ্য্য ] i.e., Someone of the family will die.' ( P. 29 ) আমাৰ বন্ধনীবদ্ধ মন্তব্যসমূহৰ পৰা নিশ্চয় তুমি বুজিব পাৰিছা যে এই জনপ্ৰিয় অন্ধবিশ্বাসৰ ভিত্তি বিপৰীত কাৰ্য্য-কাৰণ সম্পৰ্ক বা reverse causality। চমুকৈ ক'বলৈ গ'লে—

কাৰণ—মৰাশৰ উপস্থিতি
পৰিণতি—শগুণৰ আৱিৰ্ভাব
সিদ্ধান্ত—পৰিণতিৰ (শগুণৰ) আৱিৰ্ভাবৰ অৰ্থই হ'ল কাৰণৰ (মৰাশৰ) আসন্ন আগমন।

দৈনন্দিন জীৱনৰ সৰু-সুৰা ঘটনাৰ মাজতো খুচৰিলে তুমি এই reverse causality-ৰ ভূমিকা দেখা পাবা। তোমাৰ নিশ্চয় মনত আছে, কেইবছৰমানৰ আগতে তোমালোকৰ ড্ৰইং ৰুমৰ কাষৰ প্ৰায় পৰিত্যক্ত কোঠাটোত এখন নাটকৰ বিহাৰ্চেল হৈছিল। নাটকৰ আগৰ কেইদিন প্ৰায় মাজৰাতিলৈকে বিহাৰ্চেল চলিছিল। তোমাৰ বান্ধৱী গাৰ্গীয়ে এদিন বাউচি জুৰি কান্দি এটা বিয়োগান্তক দৃশ্যৰ বিহাৰ্চেল কৰি আছে, তেনেতে তোমাৰ আইতা কোঠাটোলৈ সোমাই আহি সংযত খঙেৰে ক'লে : 'মাজৰাতি এনেকৈ কান্দিব নাপায়। অমংগল মতা হয়।' তোমাৰ আইতাৰ প্ৰস্থানৰ লগে লগে সেইদিনাৰ বিহাৰ্চেলও বন্ধ হ'ল। কঁহিয়াই চালে দেখিবা যে তোমাৰ আইতা আৰু আন বহুতে সসম্ভ্ৰমে মানি চলা এই অন্ধ-বিশ্বাসটোৰ ভিত্তি আচলতে বিপৰীত কাৰ্য্যকাৰণ সম্পৰ্ক : ঘৰত কোনোবা ঢুকালেহে মানুহে মাজৰাতি বাউচি জুৰি কান্দে, গতিকে মাজৰাতি কন্দা-কটা কৰিলে ঘৰৰ অমংগল হয়। তাৰমানে পৰিণতিৰ (কান্দোনৰ) আৱিৰ্ভাবে কাৰণৰ ( মৃত্যু বা অমংগলৰ ) জন্ম দিয়ে।

বৰ্ত্তমান অধ্যায়ৰ আৰম্ভনিতে তোমাক জনাইছো যে শ্ৰেণী সমাজৰ বিকাশৰ লগে লগে মানুহৰ Social existence বা সামাজিক অস্তিত্বৰ নিৰাপত্তাৰ সমস্তাই মানুহক ভীত আৰু উদ্বিগ্ন কৰিব

ধৰিলে। স্বাভাৱিকতে সামাজিক অস্তিত্বক কেন্দ্ৰ কৰিও নন অন্ধ-বিশ্বাসৰ সৃষ্টি হ'ল। এনে বিশ্বাসৰ আঁৰতো কেতিয়াবা reverse causality-ৰ উদ্ভট চিন্তা সক্ৰিয় থকা দেখা যায়। বেণুধৰ ৰাজখোৱাৰ পূৰ্বোক্ত কিতাপখনত এটি চিত্তাকৰ্ষক অন্ধবিশ্বাসৰ উল্লেখ আছে: কাঁহীত অকণো ভাত নৰখাকৈ খাব নাপায়। খালে কি হ'ব? ৰাজখোৱাই লিখিছে: 'A person violating this rule will, it is believed, become a poor men. The belief arose from the fact that the richmen have enough to eat and spare. (P. 52) তাৰমানে কাঁহীত অকণো ভাত নৰখাকৈ খোৱাটো দাৰিদ্ৰ্যৰ লক্ষণ, অৰ্থাভাৱৰ পৰিণতি। কাৰোবাৰ আচৰণত এই পৰিণতি যদি পৰিলক্ষিত হয় তেনেহলে বুজিব লাগিব যে অতি শীঘ্ৰে তাৰ কাৰণৰো- অৰ্থাৎ দাৰিদ্ৰ্যৰো—আগমন ঘটিব। চিন্তাৰ এই উদ্ভট পদ্ধতি জানো reverse causality-ৰেই নিৰ্ভেজাল নিদৰ্শন নহয়? কঁহিয়াই চালে দেখিবা এই ধৰণৰ অন্ধবিশ্বাসৰ নেপথ্যত তাৎপৰ্য্যপূৰ্ণ সমাজতাত্ত্বিক সত্যও নিহিত হৈ থাকে। পৰৱৰ্তী অধ্যায়ত এই বিষয়ে কিঞ্চিৎ আভাস দিবলৈ যত্ন কৰিম।

## ৩.খ মনস্তাত্ত্বিক উৎসৰ সন্ধান: মৃত্যু-ভীতি

বাণিজ্যিক ব্যস্ততাৰ পৰা সাময়িকভাৱে সকাহ পালে তোমাৰ ভবৰাজ তিনীহিদেৱে ইহলোকৰ বিলাস-বাসনাৰ প্ৰতি পিঠি দিবলৈ চেষ্টা কৰি পৰলোক-চৰ্চাত মনোনিবেশ কৰে। সচৰাচৰ মাৰ্চ মাহত বিৰাট অংকৰ 'বিল'-বোৰ 'পাছ' কৰাই টকাখিনি 'বেংকস্থ' কৰাৰ পাছতহে এনেবোৰ আধ্যাত্মিক মুহূৰ্ত আহে। আত্মা-চিন্তাৰ এনেবোৰ বিৰল মুহূৰ্তত তোমাৰ ভবৰাজ তিনীহিদেৱে অহৰহ আওৰাই থাকে

গীতাৰ মৰ্ম : মানুহে যেনেকৈ জীৰ্ণবস্ত্ৰ ত্যাগ কৰি নতুন বস্ত্ৰ গ্ৰহণ কৰে, আত্মায়ো তেনেকৈ পুৰণি শৰীৰ ত্যাগ কৰি নতুন শৰীৰত সোমাইগৈ। তাৰমানে, আত্মা অমৰ, অবিনশ্বৰ।

আত্মা মৃত্যুঞ্জয়ী বুলি কল্পনা কৰি তোমাৰ ভিনীহিদেৱে বাক নিজৰ অৱচেতনত থকা মৃত্যু-ভীতিক জয় কৰিব বা নিয়ন্ত্ৰণ কৰিব বিচাৰে নেকি? কথা-বতৰাৰ পৰা মনত হয় মৃত্যুক তেওঁ বিশেষ পাত্তা নিদিয়ে, কিয়নো আত্মাৰ অমৰত্বত তেওঁৰ বিশ্বাস অটল। পিছে মনস্তত্বৰ কিতাপত তুমি reaction formation নামৰ এবাৰ কথা পাবা যাৰ অৰ্থ James Dreven-ৰ A Dictionary of Psychologyত এনেদৰে দিয়া হৈছে : a kind of self-defence on the part of an individual against an impulse or tendency he experiences, but rejects. (P. 240) অৰ্থাৎ, তোমাৰ মনৰ গভীৰত ভয় আছে, অথচ তুমি সেই ভয়ৰ অস্তিত্ব স্বীকাৰ কৰিব নিবিচাৰা, তেনেক্ষেত্ৰত তোমাৰ বাহ্যিক আচৰণ বা কথা-বতৰাত তুমি বেছ সাহসী আনকি দুঃসাহসীও হৈ পৰিব পাৰা। হিন্দুধৰ্মৰ আত্মা-তত্বত ভৰ দি মৃত্যুক পাত্তা নিদিয়াৰ যি মনোভাৱ তোমাৰ ভিনীহিদেৱে সগৰ্বে দেখুৱায় তাৰ নেপথ্যত বাক reaction formation নামৰ মানসিক প্ৰক্ৰিয়াটোৰ কিবা ভূমিকা আছে নেকি? যদি আছে তেন্তে ক'ব লাগিব যে নবৰ দেহা আৰু অবিনশ্বৰ আত্মাৰ তত্ব বহুতৰে বাবে reaction formation-ৰেই দাৰ্শনিক সংস্কৰণ!

এইটো এটা আনুমানিক সিদ্ধান্তহে। পিছে তবধাৰ ভিনীহিদেউ আৰু তেওঁৰ দৰে অসংখ্য লোকৰ ক্ষেত্ৰত যিটো কথা প্ৰায় ভাঠি কোৱা যায় সেইটো হ'ল—আত্মাৰ অমৰত্বৰ ধাৰণাই তেওঁলোকক নিশ্চয় কিঞ্চিৎ সান্ত্বনা তথা স্বস্তি দিয়ে। আদিম যুগতো অমৰত্বৰ এই ধাৰণাই মৃত্যু-ভীত মানুহৰ মনত কিছু সকাহ দিছিল বুলি অনুমান কৰিব পাৰি, (যদিও ব্যক্তিসত্তা-কেন্দ্ৰিক আধুনিক যুগৰ

মানসিকতা আদিম কালত নাছিল বাবে আত্মাব অবিনশ্বৰত্বৰ ধাৰণাই আদিম আৰু আধুনিক মনত একেধৰণৰ মনস্তাত্বিক প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল বুলি ভাবিলে বোধহয় ভুল হ'ব )। ৰাছেলে এঠাইত দ্ব্যৰ্থহীন ভাষাত লিখিছে : 'If we were not afraid of death, I donot balieve that the idea of immortality would even have arisen'. (B. Russell, why I Am Not A Christian P. 46)

২.ঘ আলোচনাংশত লিখা কথাখিনি পুনৰ এবাৰ চকু ফুৰাই চালে তুমি দেখিবা যে মনস্তত্বনিৰ্ভৰ এই উক্তিত আত্মাৰ ধাৰণাৰ উদ্ভৱৰ পূৰ্ণাংগ ব্যাখ্যা অনুপস্থিত। পিছে, সীমাবদ্ধতা থাকিলেও, মনস্তাত্বিক অন্তৰ্দৃষ্টিৰ বাবে মৃত্যু-ভীতিৰ ওপৰত গুৰুত্ব দিয়া ব্যাখ্যাসমূহৰ তাৎপৰ্য্যক তুমি উলাই কৰিব নোৱাৰা। মৃত্যুক জীৱনৰ নিশ্চিত স্বাভাৱিক পৰিণতি বুলি সহজভাৱে গ্ৰহণ কৰিব নোৱাৰাৰ কাৰণে কিমান প্ৰকাৰৰ অন্ধবিশ্বাসৰ জন্ম হৈছিল তাৰ কিছু নমুনা ইতিমধ্যে তোমাক দিছোঁৱেই। বৈচিত্ৰ্যৰ ফালৰ পৰা মৃত্যু-ভীতি সংক্ৰান্ত অন্ধবিশ্বাসৰ সীমাসংখ্যা নাই ; প্ৰায় আটাইবোৰ অন্ধবিশ্বাসৰ তালিকা এখন প্ৰস্তুত কৰিব গ'লেও বিপদ আছে—দ্ৰৌপদীৰ শাড়ীৰ দৰেই সেই তালিকাখনো হ'ব অনন্ত, অসীম। তাৰফলত আমাৰ পত্ৰালোচনাৰ পৰা ডাক-বিভাগৰ আয় কিছু বাঢ়িব হয়, পিছে তুমি নিশ্চিতভাৱে বিৰক্ত হ'বা !

সমাজ বিকাশৰ আদিম অৱস্থাত সংগ্ৰহ বা উৎপাদনৰ উপায় অনুন্নত হোৱা হেতুকে খাদ্যাভাৱৰ দুশ্চিন্তাই মানুহক বৰকৈ পীড়িত কৰিছিল। অভিজ্ঞতা আৰু পৰ্য্যবেক্ষণৰ ফলত সেইকালতেই মানুহৰ চেতনাত খাদ্যাভাৱ আৰু মৃত্যুৰ মাজত থকা সম্পৰ্ক ক্ৰমে স্পষ্ট হৈছিল বুলি অনুমান কৰিব পাৰি। মানুহে বুজিছিল, খাদ্যৰ অভাৱত শৰীৰটো অলৰ-অচৰ হৈ পৰে, কেতিয়াবা যন্ত্ৰণাও হয় আৰু যথাসময়ত খাদ্যাভাৱ দূৰ কৰিব নোৱাৰিলে মানুহৰ দেহাটো উশাহ-উত্তাপৰ

সতে সম্পর্ক নথকা, এটা নিৰ্জীৱ মাংসপিণ্ডলৈ পৰিণত হয়। দ্বিতীয় অধ্যায়ত বৰ্ণনা কৰা বেড-ইণ্ডিয়ানসকলৰ বাইছন-নৃত্যটোৰ কথা তোমাৰ মনত আছেনে ? সেইটোও আচলতে খাদ্যাভাৱ দূৰ কৰাৰ বা খাদ্যাভাৱৰ পৰা নিজকে মুক্ত ৰখাৰ এক ঐন্দ্ৰজালিক প্ৰচেষ্টা। অৰ্থাৎ, আও-পকীয়াকৈ হলেও, এই ধৰণৰ ঐন্দ্ৰজালিক আচাৰ-অনুষ্ঠানৰ জৰিয়তে মৃত্যুক বাধা দিয়াৰ প্ৰয়াস নথকা নহয়।

কেৱল খাদ্যাভাৱেই নহয়, নিৰাপত্তাৰ সমস্যাইও মানুহক বিব্ৰত আৰু সন্ত্ৰস্ত কৰিছিল। প্ৰত্যক্ষ অভিজ্ঞতাৰ পৰা তেওঁলোকে বুজিছিল, প্ৰাকৃতিক দুৰ্ঘটনা আৰু জন্তু-জানোৱাৰৰ আক্ৰমণতো মানুহ মৰে। তদুপৰি ৰোগ-ব্যাধিৰ আক্ৰমণ আছিল তেওঁলোকৰ বাবে এক দুৰ্বোধ্য আৰু ভয়ংকৰ অভিজ্ঞতা। প্ৰাকৃতিক দুৰ্ঘটনা আৰু ৰোগ-ব্যাধিৰ বিষয়ে আদিম মানুহৰ জ্ঞান নিতান্তই সীমিত হোৱাৰ বাবে তেওঁলোকে নানা তৰহৰ উদ্ভট ধ্যান-ধাৰণাৰ সহায়ত মৃত্যুৰ কাৰণ সম্পৰ্কে ব্যাখ্যা বিচাৰি উলিয়াবলৈ যত্ন কৰিছিল। পাহাৰৰ পৰা বাগৰি পৰা পাথৰৰ হেঁচাত যদি কোনো আদিম লোক মৰিছিল, তেওঁলোকে সেই পাহাৰত আত্মা বা ভৌতিক সত্তা আৰোপ কৰি কোনো অপশক্তিৰ ৰোষত পৰি মানুহজনৰ মৃত্যু হোৱা বুলি কল্পনা কৰিছিল। এই ধৰণৰ কল্পনাৰ ফলতেই মৃত্যুৰ পৰা নিজকে। গোষ্ঠীক ৰক্ষা কৰিবলৈ অপশক্তিক নিয়ন্ত্ৰণ বা তুষ্ট কৰাৰ বিভিন্ন আচাৰ-অনুষ্ঠানৰ জন্ম। কথাষাৰ তোমাক অন্যভাৱেও ক'ব পৰা যায় : মৃত্যুৰ ৰহস্যময় অভিজ্ঞতাৰ ব্যাখ্যা বিচাৰি আদিম মানুহে বহুতো সৰ্বপ্ৰাণবাদী বা animistic ধ্যান-ধাৰণাৰ জন্ম দিছিল আৰু এইবোৰ ধ্যান-ধাৰণাৰ ভিত্তিত মানুহে আচাৰ-অনুষ্ঠানৰ দ্বাৰা মৃত্যুক বাধা দিবলৈ চেষ্টা কৰি নিজকে—সচেতনভাৱে নহলেও—মৃত্যুভীতিৰ পৰা মুক্ত কৰিব যত্ন কৰিছিল।

অনিশ্চয়তাই মৃত্যুৰ ৰহস্যময় ভয়াবহতা শতগুণে বঢ়াই তুলিছিল। আদিম মানুহে অহৰহ যুঁজিব লগীয়া হৈছিল প্ৰতিকূল প্ৰকৃতিৰ

বিৰুদ্ধে। ধৰিলোৱা সদায়ে হাবিয়ে-বননিয়ে চিকাৰ কৰি ঘূৰি ফুৰা এজন আদিম মানুহৰ মৰাশটো এদিন হঠাৎ পোৱা গ'ল হাবিৰ মাজত। কিন্তু কোনেও নেজানিলে সৰ্পৰ দংশনত তেওঁৰ মৃত্যু হ'ল। অথবা ধৰি লোৱা, দুৰ্বোধ্য ৰোগে আদিম মানুহৰ মনত সৃষ্টি কৰা তীব্ৰ অনিশ্চয়তৰ কথা। যিজন বলিষ্ঠ সুঠাম লোক সদায়ে সক্ৰিয়, তেৱেঁই হয়তো এদিন হঠাতে বুকুৰ বাঁওফালে হাতেৰে হেঁচা মাৰি ধৰি, মুখেৰে গোঁ গোঁ শব্দ কৰি ঢলি পৰিল। অপ্ৰত্যাশিত মৃত্যুৰ এই ৰহস্যময় অভিজ্ঞতাবোৰে আদিম যুগৰ অজ্ঞ অসহায় মানুহক জানো কম ভবাই তুলিছিল ? অকল ভবাই তোলাই নহয়, তেওঁলোকৰ চেতনাৰ এক বৃহৎ অংশ নিশ্চয় আচ্ছন্ন হৈ পৰিছিল স্থায়ী উদ্বেগেৰে। কিয়নো, সৰহক্ষেত্ৰত তেওঁলোকৰ বাবে মৃত্যুৰ উৎস আছিল দুৰ্বোধ্য, অনিৰ্দিষ্ট, ৰহস্যময়। এনে মনস্তাত্ত্বিক অৱস্থা উদ্বেগ-উৎপাদনৰ এক প্ৰকৃষ্ট পূৰ্বচৰ্ত।

অলপ আগতে তোমাক জনাইছো যে মৃত্যুৰ ৰহস্যময় অভিজ্ঞতাৰ ব্যাখ্যা বিচাৰি আদিম মানুহে বহুতো সৰ্বপ্ৰাণবাদী বা animistic ধ্যান-ধাৰণাৰ জন্ম দিছিল আৰু এইবোৰ ধ্যান-ধাৰণাই উদ্বেগৰ তীব্ৰতা আৰু ব্যাপকতা বঢ়াই তুলিছিল। কিয়নো, মৃত্যুৰ সৰ্বপ্ৰাণ-বাদী ব্যাখ্যা মতে পাহাৰ-পৰ্বত-গছ-পাথৰ নদী আদিও থকা বিভিন্ন ধৰণৰ অপশক্তি বা evilspirits-ৰ কাৰণে বহুক্ষেত্ৰত মানুহৰ মৃত্যু হয়। এই অপশক্তিবোৰে মানুহক কিয়, কেনেকৈ আৰু কেতিয়া আক্ৰমণ কৰে সেইবিষয়ে বহু অন্ধবিশ্বাস আদিম সমাজত প্ৰচলিত আছিল (আৰু এতিয়াও তুমি তাৰ অৱশিষ্ট বিনাকষ্টে বিচাৰি পাবা)।

এই ধৰণৰ ধ্যান-ধাৰণাৰ ওপৰত বৰকৈ আস্থা ৰাখিলে মানুহৰ সাহস কমি যোৱাটো খুবেই স্বাভাৱিক। তোমাৰ গোবৰ্দ্ধন মামাৰ কথাই ধৰাচোন। ৰাতি বেছি হলে তেওঁ পকেটত লোহাৰ সৰু কটাৰী এখন লৈহে বাহিৰলৈ ওলায়। যোৱা শতিকাত অসমলৈ যেতিয়া আমেৰিকান মিশ্যনেৰীসকল আহিছিল, অসমীয়া সমাজত

তেওঁলোকে তোমাৰ মামাৰ পূৰ্বপুৰুষসকলক দেখা পাই আচৰিত হৈছিল। সেই সময়ত মানুহে কিবা অসুখ হ'লে পাত, অপদেৱতা বা ভূত লম্বিছে বুলি ভাবি নানা প্ৰকাৰৰ আচাৰ-অনুষ্ঠানৰ আয়োজন কৰিছিল। মিশ্যনেৰী ব্ৰাউনৰ বিৱৰণ পঢ়িলে তুমি বুজিবা এনেধৰণৰ ধাৰণাই মানুহক কৰি তুলিছিল অভাৱনীয়ভাৱে ভয়াতুৰ। কেৱল সেয়ে নহয়, অন্ধবিশ্বাসী মানুহে চৌপাশৰ বহুতো বস্তুকেই সন্দেহৰ চকুৰে চাইছিল; চাৰিওফালে অনুভৱ কৰিছিল অপকাৰী অপশক্তিৰ অবাধ বিচৰণ। মিশ্যনেৰী ব্ৰাউনৰ লিখনিৰ পৰা প্ৰাসংগিক কিছু কথা তোমাৰ জ্ঞাতাৰ্থে ইয়াত তুলি দিছোঁ: 'These superstitious notions make the life of the natives one of continual fear and tormant, and render them exclusively timorous. So universal is the lack of courage, that I have never found an undividual among them who was willing to sleep alone at night, or to go to any distance after dark without company, lest haply he shall meet with a bhut, or a daini.' (দ্ৰ. H.K. Barpujari, The American Missioneries and North-East India, P. 184) মিশ্যনেৰী ব্ৰাউনে পদাৰ্থ বিজ্ঞানৰ অধ্যাপক তোমাৰ গোবৰ্দ্ধন মামাক দেখাহেঁতেন বাৰু কি ক'লেহেঁতেন!

পুনৰ আদিম মানুহৰ মনস্তত্ত্বৰ প্ৰসংগলৈ অহা যাওক। অপায়-অমংগলৰ চিন্তাই আদিম মানুহৰ চেতনাক প্ৰায় আচ্ছন্ন কৰি ৰাখিছিল। সকলো ক্ষেত্ৰত নহলেও সৰহক্ষেত্ৰতে এইপ্ৰকাৰ দুশ্চিন্তাৰ নেপথ্যত ক্ৰিয়া কৰিছিল মনৰ গভীৰত নিহিত থকা মৃত্যু-ভীতিয়ে। অৱশ্যে এই ক্ৰিয়া সদায় প্ৰকাশ্য বা প্ৰত্যক্ষ নাছিল। পিছে বিচাৰ-বিশ্লেষণ কৰিলে তুমি দেখিবা যে আদিম সমাজৰ অসংখ্য অন্ধবিশ্বাসৰ মতে মৃত্যু-ভীতি কিবা নহয় কিবা প্ৰকাৰে যুক্ত। লি ৰি কি নহওক,

তুমি আদিম মানুহৰ মনোভাৱ আৰু মানসিক অৱস্থাৰ কথা কল্পনা কৰিবলৈ যত্ন কৰাচোন। চাৰিওফালে ভূত-প্ৰেত-অপদেৱতা-অপশক্তি আদিৰ অনিষ্টকৰ অস্তিত্ব সম্পৰ্কে সদাসতৰ্ক আদিম মনটো নিশ্চয় ভয়, উদ্বেগ তথা সন্দেহ-সংশয়েৰে ভৰি পৰিছিল। ক'ৰবাত কিবা এটা অস্বাভাৱিক যেন দেখিলে বা শুনিলে তেওঁলোক সন্ত্ৰস্ত হৈ পৰিছিল, বাঢ়ি গৈছিল মৃত্যু-ভীতি। বিচিত্ৰ কেতবোৰ অপদেৱতা-অপশক্তিৰ সম্মিলিত বা একক চক্ৰান্তৰ গোন্ধ পাইছিল তেওঁলোকে চৌপাশে।

আদিম মানুহৰ এই মনোভাবক বাৰু আধুনিক মনস্তাত্বিকে কি বুলিব ? খুব সম্ভৱ এই প্ৰকাৰ মনোভাৱক শিথিলাৰ্থত animistic paranoid delusion বোলা যায়। Paranoia-ৰ ৰোগীয়ে বক্তিগতভাৱে যেনেকৈ নিজৰ চাৰিওফালে চক্ৰান্তকাৰী বা অপকাৰী শক্তিৰ সমাৱেশ তথা সক্ৰিয়তাৰ ভ্ৰান্ত ধাৰণা (delusion) সযত্নে মনত পুহি ৰাখে, প্ৰায় তেনেকৈয়ে আদিম মানুহেও সমূহীয়াভাৱে, মূলতঃ animistic বা সৰ্বপ্ৰাণবাদী ধ্যান-ধাৰণাৰ ভিত্তিত, চৌপাশে অনুভৱ কৰিছিল অনিষ্টকৰ শক্তিৰ বিপদজনক উপস্থিতি বা অহিতকাৰী সক্ৰিয়তা। এই মনোভাৱক animistic paranoid delusion বুলিলে ভুল হ'ব জানো ? এইবিধ আদিম delusion-ৰ ফলত কিমান যে অন্ধবিশ্বাসৰ সৃষ্টি হ'ব পাৰে সেইকথা তোমাক বহলাই ক'ব গ'লে তুমি বোধহয় বিৰক্তহে হ'বা ; কিয়নো, অপায়-অমংগল আৰু তাৰ চৰম ৰূপ মৃত্যুক কেন্দ্ৰ কৰি সৃষ্টি হোৱা এই delusion-ৰ লগত অন্ধবিশ্বাসৰ সম্পৰ্ক ইমানেই ঘনিষ্ট আৰু স্পষ্ট যে সেই বিষয়ে বহলাই লিখিবলৈ যোৱা বাহুল্যহে মাথোন।

এইখিনিতে প্ৰাসংগিক এটি মনস্তাত্বিক প্ৰক্ৰিয়াৰ কথা তোমাক জনাই থোৱাৰ প্ৰয়োজন। বদ্ধমূল ভ্ৰান্তবিশ্বাস বা delusion-য়ে কেতিয়াবা illussion আৰু hallucination-ৰ জন্ম দিব পাৰে। যথা, শ্ৰীযুত'ক'ই ৰাতি কেতিয়াবা বিশেষ এটা জংঘী আৰু হুলস্থূল

বতাহত লবচব কৰি থকা গছব ডাল এটা দেখি ভাবিব পাৰে—ভূতে তেওঁলৈ চাই মূৰ হুপিয়াইছে! এইটো illussion-বহে দৃষ্টান্ত, hallucination-ৰ নহয়। Hallucination-ৰ ক্ষেত্ৰত ভ্ৰান্তিৰ চৰিত্ৰ আক মাৰাত্মক: গছ-পাত আক বতাহৰ সঞ্চালন নোহোৱাকৈয়ে শ্ৰীযুত'গ'ই শূন্য পথাৰত দেখিব পাৰে ভূতৰ ভয়াবহ আহ্বান! এই ধৰণৰ অস্বাভাৱিক অভিজ্ঞতাক optical বা visual hallucination বোলা হয়। শ্মশানত হঠাৎ শ্ৰীযুত'গ'ই প্ৰেতাত্মাৰ চিঞৰ শুনিলে সি হ'ব auditory hallucination।

আদিম কালত বিচিত্ৰ বা বহুমূল delusion-য়ে যে নানা তৰহৰ illussion তথা hallucination-ৰ জন্ম দিছিল সেই কথা অনায়াসে অনুমান কৰিব পাৰি। এই অস্বাভাৱিক অভিজ্ঞতাবোৰৰ কাৰণ তথা চৰিত্ৰ সম্পৰ্কে আদিম মানুহৰ কোনো ধাৰণা নথকাব বাবে তেওঁলোকে ভৌতিক আক অলৌকিক illussion তথা hallucination বোৰক সঁচা বুলিয়েই গ্ৰহণ কৰিছিল। তাৰমানে, delusion-এ সৃষ্টি কৰা অস্বাভাৱিক বা ভিত্তিহীন অভিজ্ঞতাবোৰে পুনৰ delusion দৃঢ়তৰ হোৱাতহে সহায় কৰিছিল। (প্ৰসংগতঃ তোমাক কৈ থওঁ যে দিন-ৰাতিৰ সন্ধিক্ষণৰ সময়ছোৱাক বহুতে ভূত-প্ৰেতৰ অবাধ আবিৰ্ভাৱৰ সময় বুলি ভাবে। আচলতে এন্ধাৰ-পোহৰে সৃষ্টি কৰা অস্পষ্ট পৰিৱেশত illussion আক hallucination সৃষ্টি হোৱাৰ সম্ভাৱনা বেছি।)

এই পত্ৰালোচনাৰ দ্বিতীয় অধ্যায়তে আমি দেখিছোঁ যে আদিম সমাজৰ ধ্যান-ধাৰণা তথা আচাৰ-অনুষ্ঠানৰ ব্যাখ্যা-বিবৰণ নিদিয়াকৈ প্ৰকৃতপক্ষে অন্ধবিশ্বাসৰ উৎস-সন্ধান সম্ভৱ নহয়। সেই গতিকে আমি বিভিন্ন দিশ আক দৃষ্টিভংগীৰ উল্লেখ কৰিবলৈ যাওঁতে বাবে প্ৰতি আদিম সমাজৰ কথা উল্লেখ কৰিছোঁ। পিছে ইয়াৰ পৰা যদি কোনোবাই এই সিদ্ধান্তলৈ আহে যে আধুনিক সমাজ অন্ধবিশ্বাসৰ কবলৰ পৰা মুক্ত হৈছে তেন্তে বাস্তৱৰ বহু সত্যৰ ওপৰত মিছাৰ

প্ৰলেপ সনাহে হ'ব। মাজৰাতি বিহাৰ্চেলত কন্দাৰ কাৰণে তোমাৰ আইতাই খণ্ড কৰাৰ ঘটনাটো তোমাৰ নিশ্চয় মনত আছে। সেইটো জানো অতীতৰে পৰা চলি অহা আৰু আধুনিক কালতো জীয়াই থকা অন্ধবিশ্বাস নহয়? সেই অন্ধবিশ্বাসটোৰ গভীৰ উৎস আচলতে মানুহৰ মৃত্যু-ভীতিৰ মাজতেই নিহিত হৈ আছে।

তোমাৰ আধুনিকা বান্ধৱী গাৰ্গীয়ে হয়তো ক'ব, আইতাৰ উদ্ভট বিশ্বাসবোৰ প্ৰাচ্যৰ—বিশেষতঃ ভাৰতৰ—গাঁৱলীয়া সংস্কৃতিক প্ৰতি-নিধিত্ব কৰে, পাশ্চাত্যত এইধৰণৰ যুক্তিহীন বিশ্বাসক কোনেও প্ৰশ্ৰয় নিদিয়ে। এনে উক্তিত সত্যৰ আংশিক প্ৰতিফলনহে দেখা যায়, বাকী অপ্ৰতিফলিত অংশটো ঢাকি ধৰে উগ্ৰপাশ্চাত্য-প্ৰীতিয়ে। Gustav Jahoda-ৰ Psychology of Superstition নামৰ কিতাপখনৰ দ্বিতীয় অধ্যায়টো পঢ়িলে তুমি দেখিবা আমাৰ গাৰ্গীহঁতে ভবাৰ দৰে পাশ্চাত্যৰ জগতখন অন্ধবিশ্বাস-মুক্ত নহয়। বৰ্তমান অৱশ্যে সেই প্ৰসংগলৈ নগৈ, আমাৰ আলোচ্য বিষয়টোৰ লগত সংগতি ৰাখি, মৃত্যু-ভীতিৰ সতে যুক্ত এটি প্ৰায় অৰ্বাচীন অন্ধবিশ্বাসৰ উল্লেখ কৰিব বিচাৰিছোঁ। 'There is a strong and wide-spread Superstition, found all over England, which forbids the taking of red and white flowers, mixed in a single bunch, into a hospital. To do so means a death in the ward, not necessarily that of the patient to whom they are given.' এই উদ্ভট পশ্চিমীয়া অন্ধবিশ্বাসটোৰ কথা তুমি 'Superstitions of Death and the Supernatural' নামৰ কিতাপখনৰ ৭২-৭৩ পৃষ্ঠাত পাবা। এই বিশ্বাসটো ইমানেই ব্যাপক আৰু বদ্ধমূল যে হস্পিটালৰ 'চিষ্টাৰ' সকলেও এই ধৰণৰ ফুল নিয়া মানুহক সোমাব দিব নোখোজে।

আচলতে মৃত্যুৰ প্ৰতি থকা সহজাত ভয়ৰ বশৱৰ্তী হৈ মানুহে হয়তো বহু আৰু ঘটনাক অশুভ বা মৃত্যুৰ বাৰ্তাবাহক বুলি

বিশ্বাস কৰে। পশ্চিমৰ এটা অন্ধবিশ্বাসৰ মতে বাটে-পথে পৰি থকা মৰহা ফুল কেতিয়াও বুটলি লব নালাগে, 'for they carry the contagion of death; আমাৰ সমাজতো তুমি বিচাৰিলে এই ধৰণৰ দেখাৰ নমুনা পাবা। তোমাৰ মনত আছে নে নাই নাজানো, এবাৰ তোমালোকৰ বাৰীৰ চুকত বাতি কৈঁচাই নিউ নিউ কৈ চিঞৰা শুনি তোমাৰ আইতাই ভীষণ হুলস্থুল লগাইছিল। সেই সময়ত তোমাৰ গোবৰ্দ্ধন মামা তাতেই আছিল। তেওঁ নিৰ্বিষ্টচিত্তে পঢ়ি থকা পদাৰ্থ বিজ্ঞানৰ বিৰাট কিতাপখন টেবুলৰ এচুকলৈ দলিয়াই পঠিয়াই হাতত তুলি ললে পি. এম. বাগ্‌চিৰ পঞ্জিকা। তাৰ পাছত দিন-ক্ষণ তথা প্ৰতিকাৰৰ উপায় সম্পৰ্কে তোমাৰ আইতাৰ লগত দীৰ্ঘ আলোচনা চলিল। (যিমান দূৰ জানো, এই অমংগলীয়া চৰাইটোৰ মাত শুনাৰ পাছত তোমাৰ আইতাই কেইবাদিনো টোপনিৰ ঔষধ খাবলৈ বাধ্য হৈছিল আৰু সম্ভাব্য মৃত্যুক বাধা দিয়াৰ আনুষ্ঠানিক চেষ্টাত খৰচ হৈছিল মুঠ ৫৬০ টকা!)

আমাৰ সমাজৰ প্ৰচলিত বিশ্বাস অনুযায়ী কৈঁচাই নিউ নিউ কৰিলে মৃত্যুৰ আগমন সু-নিশ্চিত। কেৱল আমাৰ সমাজতেই নহয়, পশ্চিমীয়া সমাজতো কৈঁচাৰ লগতে মৃত্যুক সম্পৰ্কিত কৰা কিছু বিশ্বাসৰ প্ৰচলন থকাৰ কথা জনা যায়। 'An owl entering, or flying round a house, or perching on the roof is a death omen——' (Superstition of Death and the Supernatural, P. 96.) আমাৰ মানুহেও বিশ্বাস কৰে যে এই কুলক্ষণীয়া চৰাইটো ঘৰত সোমালে পৰিয়ালৰ অমংগল।

তোমাৰ অনুসন্ধিৎসু মনত নিশ্চয় প্ৰশ্ন জাগিছে: কৈঁচাক কিয় কুলক্ষণীয়া চৰাই বুলি গণ্য কৰা হয়? ৩.ক আলোচনাংশত আমি শগুনক কিয় অশুভ ভবা হয় সেই বিষয়ে কিছু আভাস দিবলৈ যত্ন কৰিছো। পিছে শগুন সম্পৰ্কীয় অন্ধবিশ্বাসৰ ব্যাখ্যা কৰোঁতে আমি যি পদ্ধতি অৱলম্বন কৰিছো সেই reverse casuality-ৰ

ধাৰণাৰ সহায়ত কেঁচাৰ চিঞৰ বা গৃহ-প্ৰৱেশ বিষয়ক বিশ্বাসৰ ওৰ পোৱা যাব বুলি মনে নধৰে। বেণুধৰ ৰাজখোৱাই লিখিছে : 'The owl is a hideous bird. When it enters into a house, is naturally taken to mean that something hideous (I. E., some great calamity) will come to the family' (Assamese Popular Superstitions and Assamese Demonology, P. 30) এই ধৰণৰ ব্যাখ্যাৰ আভাস যুক্তিবাদী লেখক ভবানীপ্ৰসাদ সাহুৰ 'শৰীৰ ঘিৰে সংস্কাৰ' শীৰ্ষক কিতাপখনতো আছে। (পৃঃ ৯৪) সন্দেহ নাই, কেঁচাৰ কুৎচ চেহেৰা আৰু কৰ্কশ মাতত মানুহে বোধহয় কিবা অমংগলৰ ইংগিত বিচাৰি পাইছিল। আৰু তাৰ পৰাই আলোচ্য অন্ধবিশ্বাসটোৰ জন্ম বুলি বহুতে বিশ্বাস কৰে। পিছে এই ব্যাখ্যাক পূৰ্ণাংগ বা সন্তোষজনক ব্যাখ্যা বুলি মানি নলৈ আমি জানো অন্য দৃষ্টিভংগীৰে কেঁচা-বিষয়ক অন্ধবিশ্বাসৰ উৎস-সন্ধান কৰিব নোৱাৰো ? পিছে উৎস-সন্ধানৰ এই নতুন প্ৰয়াসৰ কথা তোমাক জনোৱাৰ আগতে আদিম মানুহে কেনেকৈ মৃত্যু আৰু এন্ধাৰৰ মাজত এক ৰহস্যময় সংযোগ কল্পনা কৰিছিল তাৰ বিষয়ে থূলমূলকৈ আভাস দিয়া উচিত হ'ব।

অভিজ্ঞতা আৰু পৰ্য্যবেক্ষণৰ ফলত আদিম মানুহে দুটা কথা বঢ়িয়াকৈ বুজিছিল : প্ৰথম, চকু মুদিলে এন্ধাৰ দেখি ; দ্বিতীয়, মৰণৰ লগে লগে মানুহে চকু মুদে। এই দুটা বিচ্ছিন্ন কথাৰ পৰা আদিম মানুহৰ মনত এক বিচিত্ৰ উপলব্ধিৰ জন্ম হৈছিল ; সেইটো হ'ল—মৃত্যু আৰু এন্ধাৰৰ মাজত এক গভীৰ আৰু গোপন সম্পৰ্ক বিদ্যমান। খুব সম্ভৱ এই উপলব্ধিৰ ভিত্তিতেই পশ্চিম দিশক—যিফালে প্ৰতিদিনাই সূৰ্য্যৰ 'মৃত্যু' হোৱা আদিম মানুহে লক্ষ্য কৰিছিল—সেই পশ্চিম দিশৰ লৈতে (আৰু লগতে ৰাতিৰ লৈতেও) মৃত্যুক সম্পৰ্কিত কৰিছিল। 'Day and night give to east and west correlation with life and death.' (Before

Philosophy, P. 30") আমাৰ সমাজত এটা বিশ্বাসৰ প্ৰচলন আছে যে পশ্চিমৰ ফালে মূৰ বাখি শিশুক শোৱাব নেপায়। অনেক লোক সংস্কৃতিবিদে এই বিশ্বাসৰ ব্যাখ্যা এইধৰণে দিছে: পশ্চিম দিনে মূৰ থলে পূব দিনে—অৰ্থাৎ সূৰ্য্যৰ ফালে—ভৰি থব লাগিব। এনে কৰিলে সূৰ্য্যৰ অসন্মান হয়। এইপ্ৰকাৰ ব্যাখ্যাই লোক-বিশ্বাসটিৰ ওপৰত পৰৱৰ্তীকালৰ পৰা প্ৰলেপৰহে আভাস দিব পাৰে, উৎস-সন্ধানৰ ক্ষেত্ৰত বিশেষ সহায় নকৰে। অলপ আগতে আদিম মানুহে এন্ধাৰৰ লগত মৃত্যুক যুক্ত কৰাৰ যি কথা কলোঁ তাৰ পৰি-প্ৰেক্ষিতত যদি তুমি বিচাৰ কৰা তেন্তে দেখিবা যে পশ্চিমৰ দিনে মূৰ থৈ শিশুক শুওৱাৰ প্ৰধান কাৰণ হ'ল পশ্চিম দিশতেই সূৰ্য্যৰ 'মৃত্যু' হয় আৰু তাৰ পাছত পৃথিৱীত বিয়পি পৰা এন্ধাৰৰ লগত মৃত্যুৰ সম্পৰ্ক গভীৰ। গতিকে পশ্চিম দিশ শুভ হ'ব নোৱাৰে।

পুনৰ তোমাৰ অতি পৰিচিত ফেঁচাৰ প্ৰসংগলৈ অহা যাওক। আমি প্ৰত্যেকেই জানো যে ফেঁচা nocturnal bird—তাৰ চলন-ফুৰণ ৰাতিহে, দিনত নহয়। পৰিচিত সকলো চৰায়ে যেতিয়া বাহৰ নিৰাপদ আশ্ৰয়ত বিশ্ৰাম লয় যেতিয়া এন্ধাৰৰ বুকুত আৰম্ভ হয় ফেঁচাৰ নৈশ পৰিভ্ৰমণ। পাখিবোৰ বেছ কোমল হোৱা হেতুকে উৰা মাৰোতে ফেঁচাৰ ৰৱকৈ শব্দও নহয়। উজ্জ্বল চকু, কৰ্কশ মাত আৰু আপচু চেহেৰাৰ এই অদ্ভুত চৰাইটোৰ নিঃশব্দ নৈশ বিচৰণে আদিম মানুহৰ মনত নিশ্চয় সন্দেহ, ভয় আৰু কৌতূহলৰ জন্ম দিছিল। অনুমান কৰিব পাৰি যে আদিম মানুহে নিজস্ব চিন্তা-পদ্ধতিৰে খুব সম্ভৱ ফেঁচাৰ বিষয়ে এইপ্ৰকাৰে ভাবিছিল:

এন্ধাৰৰ সৈতে মৃত্যুৰ সম্পৰ্ক
এন্ধাৰৰ সৈতে ফেঁচাৰো সম্পৰ্ক
গতিকেই মৃত্যুৰ সৈতে ফেঁচাৰ সম্পৰ্ক সুনিশ্চিত।

অৰ্থাৎ, নিশাচৰ চৰাই হোৱা হেতুকে ফেঁচা অশুভ বুলি জনা-জাত। এইক্ষেত্ৰত আপচু চেহেৰা বা প্ৰকৃতিকটু মাতৰ ভূমিকা নিশ্চয়

আছে, পিছে আমি উল্লেখ কৰা অন্ধবিশ্বাসটোৰ উৎস-উদ্ঘাটনৰ বেলিকা ফেঁচাৰ নৈশ-বিচৰণৰ কথাটোৱে বিশেষ প্ৰাধান্য পোৱা উচিত বুলি মনে ধৰে। মৃত্যু-ভীতিয়ে উদ্বিগ্ন কৰি তোলা আদিম মানুহৰ মনত এই নৈশ-বিচৰণৰ কথাটোৱে বিশেষ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল বুলি সহজেই অনুমান কৰিব পাৰি। মানুহে ফেঁচা আৰু মৃত্যুৰ মাজত এক ৰহস্যময় সংযোগ কল্পনা কৰিছিল আৰু এই সংযোগৰ একমাত্ৰ কাল্পনিক যোগসূত্ৰ আছিল এন্ধাৰৰ প্ৰতীকী তাৎপৰ্য্য। তদুপৰি যি সময়ছোৱাক বহুতো মানুহে ভূত-প্ৰেতৰ বিচৰণৰ কাল বুলি ভাবে সেই সময়তেই ফেঁচাই নিৰ্বিকাৰভাৱে উৰি ফুৰে। ফেঁচাৰ এই দুৰ্বোধ্য বৈশিষ্ট্যটোৰ ব্যাখ্যা বিচাৰি আদিম মানুহে নিশ্চয় এই সিদ্ধান্তলৈ আহিছিল যে এই ৰহস্যময় চৰাইটোৰ সৈতে ভূত-প্ৰেত-অপদেৱতাৰ সম্পৰ্ক খুবেই নিবিড়। (আমি ওপৰত এন্ধাৰৰ— অৰ্থাৎ ক'লা ৰঙৰ যি প্ৰতীকী তাৎপৰ্য্যৰ কথা কৈছো সেই তাৎপৰ্যৰ বাবেই সম্ভৱতঃ ক'লা মেকুৰী বা কাউৰীকো বহুতো সমাজত অশুভ ভবা হয়। এইধৰণৰ উদ্ভট বিশ্বাসবোৰ ফঁহিয়াই চালে তুমি দেখিবা যে একেবাৰে মূল আৰু প্ৰধান উৎস নিহিত হৈ আছে মানুহৰ মৃত্যু-ভীতিত।)

তোমাৰ আইতাৰ মুখত তুমি নিশ্চয় তিনকড়ি বাবুৰ নাম শুনিছা। তিনকড়ি বাবুৰ পুৰা নাম তিনকড়ি মুখাৰ্জী। স্কুলত তেখেতে তোমাৰ দেউতাইতক অংক পঢ়াইছিল। বৰ ভাল শিক্ষক আছিল বাবে পুৰণি মানুহে এতিয়াও তেওঁক সোঁৱৰে। এবাৰ হেনো তেওঁ কথা প্ৰসংগত তোমাৰ আইতাক কৈছিল যে মাকে তেওঁৰ মংগল চিন্তা কৰিহে তিনকড়ি নামটো ৰাখিছিল। পিছে এইপ্ৰকাৰ নামৰ লগত মানুহৰ মংগল-অমংগলৰ কি সম্পৰ্ক থাকিব পাৰে? নামে আনো মানুহক ৰক্ষা কৰিব পাৰে? অনুসন্ধিৎসু মনত এইধৰণৰ প্ৰশ্নই উকি মৰাটো স্বাভাৱিক।

বঙালী সমাজত প্ৰচলিত এটি চিত্তাকৰ্ষক নামকৰণ প্ৰক্ৰিয়াৰ কথা তোমাক নজনালে এককড়ি, তিনকড়ি সাতকড়ি আদি নামৰ ৰহস্য তুমি ভেদ কৰিব নোৱাৰা। এই প্ৰক্ৰিয়া অনুযায়ী সন্তানৰ জীৱন সম্পৰ্কে কিবা ভয় কৰিলে মাকে সন্তানটি ধাইৰ হাতত দি পাছত এককড়ি, তিনকড়ি বা সাতকড়ি দি কিনি লয়—যাতে অনিষ্টকাৰী অপশক্তিয়ে সন্তানটি তেওঁৰ বুলি নাভাবে আৰু তাৰ অপকাৰ নকৰে। (দ্ৰ. প্ৰফুল্লদত্ত গোস্বামী, জাপান জনকৃষ্টি আৰু অন্যান্য ৰচনা, পৃঃ ৪২) তুমি অৱশ্যে নাভাবিবা যে সন্তানক অমংগলীয়া শক্তিৰ হাতৰ পৰা ৰক্ষা কৰা এনে পদ্ধতি বঙালী সমাজৰেই একচেটিয়া বৈশিষ্ট্য। অন্যান্য সমাজতো প্ৰায় একেধৰণৰ বিশ্বাসৰ সন্ধান পোৱা যায়।

সেই সিদিনালৈকে ৰোগ-ব্যাধিৰ কাৰণে আনকি উন্নত সমাজতো শিশুৰ মৃত্যুহাৰ আছিল বেছি। আদিম সমাজত মৃত্যুহাৰ যে অভাৱনীয় আছিল সেই কথা সহজেই অনুমেয়। স্বাভাৱিকতে শিশুৰ মৃত্যুক বাধা দিবলৈ—অৰ্থাৎ, অপশক্তি-অপদেৱতাক নিষ্ক্ৰিয় বা নিয়ন্ত্ৰণ কৰিবলৈ—মানুহে আশ্ৰয় লৈছিল নানা প্ৰকাৰ অন্ধবিশ্বাসৰ। (এই আশ্ৰয় এতিয়াও মানুহে ত্যাগ কৰিব পাৰিছে বুলি মনে নধৰে।) ডফলা সমাজত অনাকৰ্ষণীয় বা বেয়া নাম দি সন্তানৰ জীৱন ৰক্ষা কৰাৰ প্ৰয়াস চকুত পৰে। (দ্ৰ. P. D. Saikia, Studies in Dafla Social and Religious Life, P. 37) পুৰণি মিকোঁ সমাজতো অপশক্তিৰ পৰা বচাবলৈ সন্তানক আপচু নাম দিয়া হৈছিল। কোনোবাই সন্তানটিক অপশক্তিয়ে অনিষ্ট কৰিব বুলি ভৱিষ্যৎবাণী কৰিলে নৱজাতক শিশুটিক ওচৰ-চুবুৰীয়াৰ ঘৰত এদিন বা দুদিনৰ কাৰণে থৈ অহা হৈছিল। (দ্ৰ. J. D. Baveja, The Land where the Bamboo Flowers, P. 34) খুব সম্ভৱ, অনিষ্টসাধন কৰিবলৈ ঘূৰি ফুৰা ভূত-প্ৰেতে যাতে সন্তানটি বিচাৰি নাপায় তাৰ বাবে মিকোঁ মাক-দেউতাকে এনে ব্যৱস্থা লৈছিল।

আপচু নামৰ সহায়ত সন্তানক অমংগলীয়া শক্তিৰ হাতৰ পৰা ৰক্ষা কৰাৰ প্ৰক্ৰিয়া অসমীয়া সমাজতো আছিল। (দ্ৰ. বিৰিঞ্চি কুমাৰ বৰুৱা, **অসমৰ লোক সংস্কৃতি,** পৃঃ ১৪) বেয়া নামৰ প্ৰতি অপদেৱতাৰ আকৰ্ষণ কম—এনে বিশ্বাস আমাৰ বড়ো-কছাৰী সমাজতো দেখা যায়। সেয়ে পৰিয়ালত সন্তানৰ জন্ম হৈয়ো জীয়াই নাথাকিলে বড়ো-কছাৰীসকলে বেয়া নামৰ আশ্ৰয় লৈছিল। **'বড়ো-কছাৰীৰ সমাজ আৰু সংস্কৃতি,** নামৰ কিতাপখনত ভবেন নাৰ্জীয়ে ল'ৰা সন্তানক দিয়া এইধৰণৰ ছটামান আপচু নামৰ উল্লেখ কৰিছে। (পৃ. ১১১) নামকেইটা হ'ল :

ছাইমাখি—কুকুৰৰ বিষ্ঠা

অমাখি—গাহৰিৰ বিষ্ঠা

দাওখি—কুকুৰাৰ বিষ্ঠা

বুজিবলৈ অসুবিধা নহয় যে আদিম যুগত বা পৰৱৰ্তী কালত মানুহে কল্পনা কৰা ভূত-প্ৰেত-অপদেৱতাৰ চৰিত্ৰত এটি মানুহসুলভ দিশো আছে। অৰ্থাৎ, এই অনিষ্টকাৰী শক্তিবোৰে মানুহৰ দৰে ভুলও কৰে, সুন্দৰ নামৰ দ্বাৰা আকৃষ্ট হয়, অথবা 'কুকুৰৰ বিষ্ঠা'বা 'গাহৰিৰ বিষ্ঠা'ৰ দৰে আপচু নাম শুনি দূৰতে বিদূৰ হয়।

আলোচনা প্ৰসংগত তোমাক একাধিকবাৰ জনাইছোঁ যে মৃত্যুৱে সন্ত্ৰস্ত, হতবাক আৰু কৌতূহলী কৰি তোলা আদিম মানুহে অপকাৰী-অমংগলীয়া শক্তি কেওবোৰৰ অস্তিত্বত বিশ্বাস কৰিছিল। শগুণৰ আগমন বা কৈঁচাৰ চিঞৰক মৃত্যুৰ বাৰ্তাবাহক বুলি ভবাটো আচলতে গভীৰ মৃত্যু-ভীতিৰেই অভিব্যক্তি। পিছে এই ধৰণৰ গভীৰ আৰু তীব্ৰ মৃত্যু-ভীতিয়ে মানুহক নিষ্ক্ৰিয়, মুমূৰ্ষ বা সম্পূৰ্ণভাৱে অদৃষ্টবাদী কৰি তুলিছিল বুলি ভাবিলে ভুল হ'ব। মানুহৰ স্বভাৱত আত্মৰক্ষণৰ সহজাত প্ৰবৃত্তি বিদ্যমান। বহুলাংশে এই প্ৰবৃত্তিৰ প্ৰত্যক্ষ বা পৰোক্ষ তাগিদাত মানুহে জীৱন আৰু জগতক—প্ৰথমাৱস্থাত বহুক্ষেত্ৰত কাল্পনিক উপায়েৰে হলেও—নিয়ন্ত্ৰণ কৰাৰ চেষ্টা চলাই

আছিছে সেই আদিম কালবেপৰা। তোমাক বোধহয় নকলেও হ'ব যে আমাৰ সৰহভাগ অন্ধবিশ্বাসমূলক আচাৰ এই প্ৰচেষ্টাৰেই ফলশ্ৰুতি। আপচু নামৰ সহায়ত অপশক্তিক বিভ্ৰান্ত কৰি সন্তানৰ জীৱন ৰক্ষা কৰাৰ প্ৰক্ৰিয়াও আচলতে এই প্ৰচেষ্টাৰেই অবিচ্ছেদ্য অংগ।

মৃতৰ আত্মা আৰু ভূত-প্ৰেত অপদেৱতাক আভুৱা দি আত্মৰক্ষণৰ চেষ্টা চলোৱাৰ দেখাৰ নমুনা তুমি লোকাচাৰ বিষয়ক গ্ৰন্থত পাবা। পৰ্য্যাপ্ত শক্তি, ধৈৰ্য্য, সময় ইত্যাদি নথকা হেতুকে লাইব্ৰেৰীলৈ গৈ বিভিন্ন গ্ৰন্থৰ পৰা নমুনা উদ্ধাৰ কৰাৰ চেষ্টা নকৰি হাতৰ কাষতে থকা দুই এখন কিতাপৰ পৰা দুটামান নমুনা বুটলি তোমালৈ পঠাইছোঁ। প্ৰথমেই সুধাকৰ চট্টোপাধ্যায়ৰ "ধৰ্ম্ম ও কুসংস্কাৰ" নামৰ কিতাপখনৰ ১৬৪ পৃষ্ঠাত উল্লেখ থকা বেছ কৌতূহলোদ্দীপক ৰীতি এটাৰ কথা কওঁ। কোনো কোনো আদিবাসীয়ে কবৰ দিবলৈ নিওঁতে মৰাশটো পোনবাটেৰে নিনি সদায়ে অকোৱা পকোৱা বাটেৰে নিয়ে। এই ৰীতিৰ গূঢ়াৰ্থ কি গম পাইছানে? গূঢ়াৰ্থ হ'ল, অকোৱা পকোৱা বাটেৰে নিলে মৃতৰ আত্মাই বাট চিনি পুনৰ উভতি আহি কাৰো অপকাৰ-অনিষ্ট কৰিব নোৱাৰিব। (বিপৰীত ধৰণৰ ৰীতি এটাৰ সন্ধান পোৱা যায় পশ্চিমৰ সমাজত। এই ৰীতি মতে, কোনো প্ৰকাৰ বাধা বা বিৰতি নোহোৱাকৈ কবৰস্থানৰ পিনে মৰাশটো নিব লাগে। এই ৰীতিটো যথাসম্ভৱ নিখুঁতভাৱে পালন কৰিবলৈ কেতিয়াবা আনকি যানবাহন চলোৱাৰ আধুনিক নীতি-নিয়মকো সাময়িকভাৱে অগ্ৰাহ্য কৰা হয়। এই ৰীতিৰ নেপথ্যত সক্ৰিয় পুৰণি এটি অন্ধবিশ্বাস: 'Reluctance to impede a funeral procession goes back to ancient superstition. People feared that some dissatisfied spirit, avense to leave this world, might take advantage of the halt. Seizing the opportunity, it might escape from the

body and start haunting and harming the living'. (R. Brasch, How Did It Begin ? P. 65) আত্মৰক্ষাৰ চিন্তাত মানুহৰ ভাবনা আৰু আচৰণে কি উদ্ভট ৰূপ লব পাৰে তাৰ আভাস দিবলৈ তোমালৈ দুটা নমুনা পঠালোঁ। একমাত্ৰ নহলেও, মৃত্যু-ভীতিয়েই যে এই প্ৰকাৰ বিশ্বাস তথা আচৰণৰ অন্যতম প্ৰধান উৎস সেই বিষয়ে জানো তোমাৰ মনত ইয়াৰ পাছত কিবা সংশয় থাকিব ?

তোমাৰ দেউতা ঢুকাওতে গাৰ্গীয়ে এখন ক'লা শাৰী পিন্ধি মৃতদেহৰ ওপৰত ফুল দিছিল। পশ্চিমৰ প্ৰতি বিশেষভাৱে আকৃষ্টা গাৰ্গীয়ে সেই শোকবিহ্বল মুহূৰ্ততো পশ্চিমীয়া ৰীতি অনুকৰণ কৰিছিল—হয়তো স্বতঃস্ফূৰ্তভাৱেই। এতিয়া প্ৰশ্ন হ'ল—মৃত্যুজনিত শোকৰ কালত ক'লা পোছাক পিন্ধা এই ৰীতিটোৰ উৎস আৰু তাৎপৰ্য্য কি ? How Did It Begin ? নামৰ কিতাপখনৰ লেখকে এই বিষয়ে এটি সাৰুৱা আৰু সংক্ষিপ্ত মন্তব্য দিছে: 'It arose not outof respect for but dread of the dead.' (P. 56) কথাষাৰ পঢ়ি গাৰ্গী হয়তো ক্ষুব্ধ আৰু বিৰক্ত হ'ব। পিছে হলেও উপায় নাই। কিয়নো, বিভিন্ন অন্ধবিশ্বাসৰ ওৰ বিচাৰি ফুৰোতে কেতিয়াবা এনে কিছু উদ্ভট তথা অপ্ৰিয় চিন্তাৰ সন্ধান পোৱা যায় যিবোৰৰ সতে আধুনিক মানুহৰ সচেতন কোনো সম্পৰ্ক নাথাকে। সি যি কি নহওক, ক'লা পোছাক আচলতে এক প্ৰকাৰৰ ছদ্মবেশ—যাৰ সহায়ত মানুহে মৃতৰ প্ৰেতাত্মাক বিভ্ৰান্ত কৰি আত্মৰক্ষাৰ চেষ্টা কৰিছিল। অৰ্থাৎ, প্ৰেতাত্মাই যাতে চিনি নাপায় সেই উদ্দেশ্যে ক'লা কাপোৰ পিন্ধি নিজৰ পৰিচয় গোপন ৰাখিবলৈ চেষ্টা কৰিছিল। (P.56) ইয়াতকৈও বিচিত্ৰ উপায়েৰে প্ৰেতাত্মাৰ মনত ভুল ধাৰণাৰ সৃষ্টি কৰি নিজকে নিৰাপদ ৰখাৰ ব্যৱস্থাৰ উল্লেখ একেখন কিতাপৰ একে পৃষ্ঠাতে আছে। কেতবোৰ জনগোষ্ঠীৰ লোকে মুখত ক'লা আৰু বগা ৰঙ সানি বিচিত্ৰ কৌশলেৰে মৃতলোকৰ আত্মাক বিভ্ৰান্ত

কৰিবলৈ চেষ্টা কৰে। তেওঁলোকৰ বিশ্বাস, বঙ সলা কিস্তুত-কিমাকাৰ চেহেৰা দেখি প্ৰেতাত্মাবোৰে তেওঁলোকক ভূত ভাবি বেহাই দিব! কোনে জানে, হিন্দুসকলে শ্ৰাদ্ধত চুলি খুৰোৱাৰ সতে প্ৰেতাত্মাক বিভ্ৰান্ত কৰি নিজকে ৰক্ষা কৰাৰ আদিম কৌশলবো হয়তো কিবা সম্পৰ্ক থাকিব পাৰে।

শ্ৰাদ্ধৰ কথা কওঁতে তোমাৰ দেউতাৰ মৃত্যুৰ কথা মনলৈ আহিল। তোমাৰ বোধহয় মনত আছে, মৰাশ শ্মশানলৈ নিয়াৰ সময়ত তোমাৰ ভৰঘাজ ভিনীহিদেৱে জোৰকৈ তোমাৰ হাতত কটাৰী এখন গুঁজি দিছিল। এই নিয়মটো আমাৰ বহুতে বেছ নিষ্ঠাৰে মানি চলা দেখা যায়। তোমাৰ ভিনীহিদেউ এই নিষ্ঠাবানসকলৰে একন। শ্ৰাদ্ধৰ সময়তো তোমাৰ ককাইদেউক তেওঁ এখন কটাৰী দিছিল লগত লৈ ফুৰিবলৈ। শুনিবলৈ বেয়া যদিও এইবোৰৰ নেপথ্যত এটাই উদ্দেশ্য সক্ৰিয় আছিল ; সি হ'ল, জৈৱিক অৱলুপ্তিৰ পাছত প্ৰেতলৈ ৰূপান্তৰিত হোৱা তোমাৰ দেউতাৰ প্ৰেতাত্মাৰ হাতৰ পৰা তোমালোকক ৰক্ষা কৰা! অৱশ্যে কেৱল মৃত্যুৰ বেলিকাই নহয়, জন্ম আৰু বিবাহৰ বেলিকাও লোহাৰ কটাৰীৰ সহায়ত প্ৰেতাত্মা খেদোৱাৰ ব্যৱস্থা লোৱা দেখা যায়। অসমৰ বাহিৰত, আনকি ভাৰতৰ বাহিৰতো, এইপ্ৰকাৰ লোক-বিশ্বাসৰ ব্যাপক প্ৰচলন থকা বুলি জনা যায়। মিছৰত কোনো মানুহে এন্ধাৰ আৰু অচিন ঠাইত উপস্থিত হলে প্ৰথমেই লোহা শব্দটো উচ্চাৰণ কৰে। উদ্দেশ্য, ক্ষতিকৰ অপশক্তিৰ পৰা নিজকে ৰক্ষা কৰা। ( দ্ৰ. বৰুণ চক্ৰবৰ্তী, লোক বিশ্বাস ও লোকসংস্কাৰ, পৃ. ১০৬ ) পশ্চিমীয়া দেশৰ স্কুলীয়া ল'ৰা-ছোৱালীয়ে এতিয়াও কেতিয়াবা সৌভাগ্য লাভৰ আশাত শীতল লোহা স্পৰ্শ কৰি কয়—'Touch wood, no good ; Touch iron, rely on.'। ( ঐ, পৃ. ১০৭ )

এইবোৰ কথাৰ পৰা তুমি বিনা দ্বিধাই এই সিদ্ধান্তলৈ আহিব পাৰিবা যে লোহাক এসময়ত মানুহে অশুভ শক্তিৰ বিৰুদ্ধে বিশ্বাসযোগ্য

প্ৰতিবোধকাৰী শক্তি হিচাপে গণ্য—আৰু মান্যও—কৰিছিল। লোহাৰ ঐন্দ্ৰজালিক শক্তিৰ বিষয়ে এই আদিম ধাৰণা এচাম মানুহৰ মাজত এতিয়াও জীয়াই আছে—আদিম বা পৰিশোধিত ৰূপত। এইখিনিতে তোমাৰ মনত নিশ্চয় এটি প্ৰশ্ন জাগিছে—ইমানবোৰ ধাতু থাকোতে লোহাই কিয় মানুহৰ চিন্তা-চেতনাৰ ওপৰত বিশেষভাৱে ৰেখাপাত কৰিলে? প্ৰাচীন কালত বহুতেই ভাবিছিল যে পৃথিৱীৰ বুকুত উল্কাপিণ্ডৰ পৰাই লোহাৰ প্ৰথম আৱিৰ্ভাব। এই ধাৰণাৰ ভেঁটিতেই মানুহে লোহাক এক স্বৰ্গপ্ৰেৰিত ধাতু বুলি মান্য কৰিছিল আৰু স্বাভাৱিকতে এই উপকাৰী ধাতুটোৰ ওপৰত আৰোপ কৰিছিল ভূত-প্ৰেত খেদাব পৰা অলৌকিক শক্তি। (ঐ, পৃঃ ১৩৮)

অন্য এটি দৃষ্টিভংগীৰেও আমি লোহা সম্পৰ্কীয় আদিম ধাৰণাৰ বিচাৰ-বিশ্লেষণ কৰিব পাৰোঁ। গৰ্ডন চাইল্ডৰ লিখনিৰ পৰা জানিব পাৰি যে নৱ-প্ৰস্তৰ যুগত মানুহে কুঠাৰৰ আকৃতিৰ সৰু পাথৰ ডিঙিত পিন্ধা 'নেকলেচ'ত ওলোমাই লৈছিল, 'presumably in the belief that such a model would confer upon its wearer something of the queer power or mana inherent in the new tool.' (G. Childe, What Happened in History, P. 72) অৰ্থাৎ, নতুনকৈ নিৰ্মিত কুঠাৰৰ অপূৰ্ব কৰ্মদক্ষতা দেখি নৱ-প্ৰস্তৰ যুগৰ মানুহে তাৰ মাজত ঐন্দ্ৰজালিক শক্তি নিহিত থকা বুলি কল্পনা কৰিছিল। লোহাৰ ঐন্দ্ৰজালিক শক্তিৰ ব্যাখ্যা প্ৰসংগতো এই কথা প্ৰযোজ্য বুলি মনে ধৰে। মানৱ সভ্যতাৰ ইতিহাসত জুইৰ দৰে লোহাৰ আৱিষ্কাৰো এক যুগান্তকাৰী ঘটনা। প্ৰকৃতিৰ বিৰুদ্ধে সাধাৰণ মানুহৰ যি সংগ্ৰাম সেই সংগ্ৰামত লোহাৰ ভূমিকা অবিস্মৰণীয়। চাইল্ডৰ ভাষাত—Iron,.......first gave to the masses, and specially the rural population, a real independent share in the benefits of civilization. (P. 200) যুদ্ধৰ সময়ত এই লোহাৰ গোৰ্ডা

আৰু বঢ়িয়াকৈ প্ৰতিষ্ঠিত হয়। অনুমান কৰিব পাৰি, নব-প্ৰস্তৰ যুগৰ মানুহে নতুনকৈ নিৰ্মিত কুঠাৰৰ মাজত যেনেকৈ ঐন্দ্ৰজালিক শক্তি আৱিষ্কাৰ কৰিছিল, তেনেকৈ পৰৱৰ্তী কালৰ মানুহে সভ্যতাৰ ইতিহাসত যুগান্তৰ অনা লোহাৰ মাজত বিচাৰি পাইছিল অশুভ-অপকাৰী শক্তিক প্ৰতিৰোধ কৰিব পৰা নিশ্চিত সম্ভাৱনা। অজ্ঞ, অসহায় আৰু কল্পনাপ্ৰৱণ মানুহে লোহাৰ প্ৰকৃত শক্তি আৰু সম্ভাৱনাক শতগুণে সম্প্ৰসাৰিত কৰি জন্ম দিছিল এক অলৌকিক ক্ষমতাসম্পন্ন ধাতুৰ শক্তিৰ ধাৰণা - যাৰ সহায়ত জন্ম-মৃত্যু-বিবাহৰ সময়ত মানুহে নিজকে ৰক্ষা কৰাৰ চেষ্টা কৰিছিল অলৌকিক অপশক্তিৰ আক্ৰমণ-অত্যাচাৰৰ পৰা। তোমাক বোধহয় মক'লেও হ'ব যে আত্মৰক্ষাৰ স্বাৰ্থত জন্ম লোৱা এইধৰণৰ অন্ধবিশ্বাসৰ গভীৰ নেপথ্যত সক্ৰিয় থকা আটাইতকৈ শক্তিশালী আৰু গুৰুত্বপূৰ্ণ অনুভূতিটো হ'ল মানুহৰ মৃত্যুভীতি।

## ৩.গ ভাগ্য-গণনাৰ ভুৱা বিজ্ঞান

১৯৭৮ চনত কলিকতাৰ খেলপথাৰত বেছ মজাৰ এটা ঘটনা ঘটিছিল। সেইদিনা আছিল মোহনবাগান আৰু ইষ্টবেংগলৰ খেল। এনে এখন উত্তেজনাপূৰ্ণ খেল চাবলৈ কৌতূহলী দৰ্শকৰ অভাৱ নাছিল। পিছে নিৰ্দ্ধাৰিত সময় পাৰ হৈ প্ৰায় এঘন্টা যোৱাৰ পাছতো কোনোটো দলকেই খেল-পথাৰত সোমোৱা দেখা নগ'ল। কাৰণ? কাৰণ আন একো নহয়, জ্যোতিষীৰ নিৰ্দেশ। দুয়োটা দলৰ জ্যোতিষীসকলে দলীয় ভাগ্য-গণনা কৰি ঘোষণা কৰিছিল যে খেল-পথাৰত প্ৰথমে প্ৰৱেশ কৰা দলটোৰ পৰাজয় সুনিশ্চিত। আমাৰ এচাম ৰাজনৈতিক নেতাৰ দৰে বহুতো খেলুৱৈও জ্যোতিষ-নিৰ্ভৰ। ১৯৮৭ চনৰ ২ জুলাইৰ "Amrita Bazar Patrika-ত প্ৰকাশিত "Footballers in search of 'goal stones" শীৰ্ষক খবৰ এটিত কলিকতাৰ

বহুতো নামী-দামী খেলুৱৈয়ে নানা তবহৰ পাথৰ ধাৰণ কৰি নিজৰ দক্ষতা তথা সুনাম বঢ়াবলৈ যত্ন কৰাৰ কথা আছে। মোহনবাগান আৰু ইষ্টবেংগলৰ খেলাত সৃষ্টি হোৱা সমস্যাৰ তাৎপৰ্য্যপূৰ্ণ খবৰটো এই সংবাদটোতেই আছে। প্ৰসংগতঃ তোমাক জনাই থওঁ যে শেষ পৰ্যান্ত জ্যোতিষজনিত এই সমস্যাৰ দ্বিদলসন্মত এটি সমাধান ওলাল : দুই পক্ষৰ অধিনায়কৰ মধ্যস্থতাত দল দুটাৰ খেলুৱৈসকল একে সময়তে খেল-পথাৰত সোমাবলৈ ৰাজী হ'ল!

কথা হ'ল, আমাৰ জকাইচুকৰ সাধাৰণ দল এটাৰ লগত মোহনবাগান বা ইষ্টবেংগলৰ খেলা হোৱাহেঁতেন তেওঁলোকে জানো জ্যোতিষীৰ কাষ চাপিলহেঁতেন? অথবা, চাপিলেও জ্যোতিষীৰ নিৰ্দেশ মানিবলৈ গৈ এইদৰে সমস্যাৰ সৃষ্টি কৰিলেহেঁতেন নে? তুমি ভালদৰেই জানা যে মোহনবাগান আৰু ইষ্টবেংগল দুয়োটা দলেই বেছ ভাল খেলে। স্বাভাৱিকতে সমপৰ্য্যায়ৰ দুটা দলৰ মাজত কোন জিকিব, কোন হাৰিব সেইবিষয়ে নিশ্চিয়তা নথকা আচৰিত নহয়। অলপ কঁহিয়াই চালে তুমি দেখিবা যে এই অনিশ্চয়তা আৰু আত্ম-বিশ্বাসহীনতাই দল দুটাৰ জ্যোতিষ-নিৰ্ভৰতাৰ বাই কাৰণ। জকাইচুকৰ দলক কলিকতাৰ এই দুটা দলে নিশ্চয় কোনো গুৰুত্ব নিদিলেহেঁতেন আৰু অনিশ্চয়তাজনিত উদ্বেগৰ তাড়নাত জ্যোতিষীৰ দ্বাৰা বোধহয় গ্ৰহ-নক্ষত্ৰৰ প্ৰভাৱ-অন্বেষণৰ চেষ্টাও নচলালেহেঁতেন।

খেল-পথাৰৰ পৰা বুটলি অনা জ্যোতিষ-নিৰ্ভৰতাৰ এই চিত্তাকৰ্ষক নমুনাই তোমাৰ মনত নিশ্চয় একাধিক প্ৰশ্নৰ সবল সমাৱেশ ঘটাইছে। সহজেই অনুমান কৰিব পাৰিছোঁ, প্ৰশ্নৰ এই সমাৱেশৰ একেবাৰে সমুখভাগত থিয় হৈ থকা আটাইতকৈ সোচ্চাৰ প্ৰশ্নটো হ'ল— জ্যোতিষ-নিৰ্ভৰতাৰ উৎস কি? লক যদিও প্ৰশ্নটো দৰাচলতে বৰ ডাঙৰ। আলোচনাৰ বৰ্তমান অংশত এই বিষয়ে তোমাক কিছু আভাস দিবলৈ যত্ন কৰিম। যিহেতু এই অধ্যায়ত আমি মনস্তত্ত্বৰ পোহৰত অন্ধবিশ্বাসৰ এভাৰ পৃথিৱীখনত প্ৰৱেশ কৰাৰ প্ৰয়াস কৰিছোঁ

সেই গতিকে এই আলোচনাংশত আমাৰ বিচাৰ-ব্যাখ্যাত মনস্তাত্ত্বিক বিশ্লেষণে কিছু প্ৰাধান্য পোৱাতো স্বাভাৱিক।

মানুহ উচ্চ মস্তিষ্কৰ অধিকাৰী। ভাষাভিত্তিক চিন্তাভাৱনা মানুহৰ অন্যতম প্ৰধান বৈশিষ্ট্য। এই চিন্তাভাৱনা কৰাৰ ক্ষমতাৰ বাবেই মানুহে অতীতৰ ঘটনাৱলীৰ বিচাৰ কৰে, জানিব বিচাৰে অনাগত ভৱিষ্যতৰ গৰ্ভত কি অজ্ঞাত সম্ভাৱনা লুকাই আছে। একেবাৰে আদিম কালত মানুহে যেতিয়া হাবিয়ে-বননিয়ে খাদ্য সংগ্ৰহ কৰি ঘূৰি ফুৰিছিল তেতিয়াও তেওঁলোকে পাছদিনাৰ নিৰাপত্তা তথা খাদ্য সংগ্ৰহৰ দুঃশ্চিন্তাত ভৱিষ্যত সম্পৰ্কে জানিব বিচাৰিছিল। ধন-বস্তুৰ ওপৰত নিৰ্ভৰশীল কৃষি-সভ্যতাৰ উদ্ভৱন তথা বিকাশৰ পাছত এই ভৱিষ্যত-দুশ্চিন্তা কমিছিল বুলি মনে নধৰে। আচলতে ভৱিষ্যত সম্পৰ্কে জনাৰ আগ্ৰহ মানুহৰ প্ৰকৃতিৰ প্ৰায় এক অবিচ্ছেদ্য অংশ। এই অ-প্ৰতিৰোধ্য আগ্ৰহৰ মনস্তাত্ত্বিক প্ৰতিক্ৰিয়াই কি ৰূপ লব পাৰে তাৰ আভাস দিবলৈ Gustav Jahoda-ৰ The Psychology of Superstition-ৰ পৰা দুআষাৰ তুলি দিছোঁ: 'The anxiety to know one's fate is so great that often ill-tidings may be preferred to an absence of information, and after a period of anxious waiting even bad news may come as something of a relief, because it frees a person to adjust actively to a situation'; (P. 133) কিতাপখনৰ একে পৃষ্ঠাতে Jahoda-ই আৰু এবাৰ তাৎপৰ্য্যপূৰ্ণ কথা কৈছে: 'This desire to know what is in store helps to account for the widespread resort to prophecy and divination in practically all known societies....'। আলোচনাৰ বৰ্তমান অংশৰ শিৰোনামাত যি 'ভাগ্য-গণনাৰ' কথা কোৱা হৈছে তাৰ মনস্তাত্ত্বিক উৎস-উদগনিৰ কথা বুজাত তোমাৰ সহায় হ'ব বুলিহে Jahoda-ৰ কিতাপখনৰ পৰা

দুটি উদ্ধৃতি দিলোঁ। (তুমি নিশ্চয় জানা যে ভবিষ্যৎ-গণনাৰ পদ্ধতি বিচিত্র আৰু বহুবিধ। এই আলোচনাংশত আমি জ্যোতিষৰ কথা খাইকৈ আলোচনা কৰিম। প্ৰসংগতঃ দুই এটা বাহিৰা কথা লিখিলে তুমি আকৌ মূল বিষয়ৰ পৰা ফালৰি কাটি গৈছোঁ বুলি ভয় নাখাবা!)

আকাশত থকা গ্ৰহ-নক্ষত্ৰই মানুহৰ জীৱন আৰু জগতক প্ৰভাৱিত কৰে—এই ধাৰণাৰ উৎপত্তি হ'ল কেনেকৈ? তোমাৰ প্ৰমীলা পেহী বা গোবৰ্দ্ধন মামাৰ দৰে লোকে ক'ব, সৰ্ব শক্তিমান ঈশ্বৰে গ্ৰহ-নক্ষত্ৰৰ গতি-বিধি নিয়ন্ত্ৰণ কৰে, গতিকে এই গতি-বিধিৰ দ্বাৰা তুমি ঈশ্বৰৰ ইচ্ছা সম্পৰ্কে অৱগত হ'ব পাৰা। এনে ব্যাখ্যাত বিশ্বাসহে আছে, বিজ্ঞান নাই। বৈজ্ঞানিক দৃষ্টিভংগীৰে তুমি যদি জ্যোতিষৰ উৎপত্তি সম্পৰ্কে বিচাৰ-বিশ্লেষণ কৰা তেন্তে দেখিবা যে আদিম মানুহৰ পৰ্য্যবেক্ষণলব্ধ অভিজ্ঞতাৰ লগত জ্যোতিষৰ জন্ম-কাহিনী ওতঃপ্ৰোতভাৱে সম্পৃক্ত।

আদিম মানুহে লক্ষ্য কৰিছিল যে বহুতো প্ৰাকৃতিক ঘটনা-দুৰ্ঘটনা-বিপদ-বিপৰ্য্যয় পৃথিৱীৰ বাহিৰৰ শক্তিৰ দ্বাৰা নিয়ন্ত্ৰিত: তেওঁ-লোকে দেখিছিল প্ৰচণ্ড ধুমুহা-বৰষুণৰ আগতে আকাশৰ পৰা জোন-বেলি-তৰা অদৃশ্য হৈ যায়, জোৱাৰ-ভাটাৰ সতে জোনৰ কিবা ৰহস্যময় সম্পৰ্ক আছে অথবা আকাশৰ পৰা বজ্ৰপাতে হঠাতে সুস্থ মানুহ এজনক নিথৰ-নিস্পন্দ কৰি পেলায়। এইবোৰ পৰ্য্যবেক্ষণৰ ফলত সেইকালৰ মানুহে বিশ্বাস কৰা আৰম্ভ কৰিলে 'that his destinies were also guided by the sun, the moon, the planets and the stars outside the earth.' (A. Kavoor, Begone Godmen, P. 39) অন্যহাতেদি, আমি জানো যে জ্যোতিৰ্বিদ্যাৰ চৰ্চা আৰম্ভ হৈছিল কৃষিকাৰ্য্য, দূৰযাত্ৰা—বিশেষকৈ সমুদ্ৰগামী নৌ-যাত্ৰাৰ—বাস্তৱ প্ৰয়োজনত। কৃষি-নিৰ্ভৰ উৎপাদন নিৰ্ভৰশীল আছিল খাইকৈ নদীৰ জলস্ৰোত আৰু বৰষুণৰ'

ওপৰত। যিকোনো সময়ত খেতি কৰিলে ভাল বা পৰ্য্যাপ্ত শস্য পোৱাৰ সম্ভাৱনা নাছিল। গতিকে সেই আদিম কৃষি যুগৰ মানুহে সূৰ্য্য আৰু গ্ৰহ-নক্ষত্ৰৰ অৱস্থানক কাল-নিৰূপণৰ উপায় হিচাপে গ্ৰহণ কৰিলে। ইয়াৰ ফলত এনে কিছুমান ধ্যান-ধাৰণাৰ সৃষ্টি হ'ল যিবোৰৰ পৰা আজিও আমি মুক্ত হ'ব পৰা নাই। "'The sun, as the regulator of the year, the bringer of the harvest, came to be worshipped as a god: The moon though outsted from the primacy that it had in the time of the hunters, was not neglected, and observations were extended to the brilliant erratic stars, the planets, that aquired minor divinities of their own' (J. D. Bernal, Science in History, PP-122-123) এটা দৃষ্টান্ত দিলে বোধহয় বাৰ্ণালৰ এই কথাখিনিৰ মৰ্ম তুমি ভালদৰে অনুধাৱন কৰিব পাৰিবা। নীল নদীৰ বানৰ ওপৰত আদিম কালৰ কৃষি-কাৰ্য্য কিমান নিৰ্ভৰশীল আছিল তুমি জানা। সেই কালৰ মানুহে বাস্তৱ প্ৰয়োজনত গ্ৰহ-নক্ষত্ৰৰ পৰ্য্যবেক্ষণ কৰি এই সিদ্ধান্তলৈ আহিছিল যে নীল নদীত বান অহাৰ সময়ত 'লুব্ধক' তৰাটোৱে পুবাৰ আকাশৰ দিগন্ত ৰেখাত অৱস্থান কৰে। ইয়াৰ পৰা শেষ পৰ্য্যন্ত ভেঁওলোকৰ মনত এই ধাৰণাৰ সৃষ্টি হ'ল যে 'লুব্ধক' তৰা আচলতে নীল নদীৰ বানৰ দেৱতা। (দ্ৰ. অমল দাসগুপ্ত, মানুষেৰ ঠিকানা, পৃঃ ২১৫) প্ৰকৃতিৰ ঋতু পৰিবৰ্তনৰ লগত গ্ৰহ-নক্ষত্ৰৰ সম্পৰ্ক দেখি আদিম কালৰ অজ্ঞ-অনুসন্ধিৎসু মানুহে নিশ্চয় আক বেছিকৈ আকাশলৈ চোৱা আৰম্ভ কৰিছিল। তোমাক বোধহয় বহলাই কোৱাৰ প্ৰয়োজন নাই যে আদিম প্ৰকৃতিৰ ওপৰত গ্ৰহ-নক্ষত্ৰৰ প্ৰভাৱ দেখি বা কল্পনা কৰি জ্যোতিষৰ নেপথ্যত থকা উদ্ভট ধ্যান-ধাৰণাবোৰৰ জন্ম দিছিল। অৰ্থাৎ, আকাশৰ গ্ৰহ-নক্ষত্ৰই যদি প্ৰকৃতিক প্ৰভাৱিত কৰিব পাৰে তেন্তে পাৰ্থিব মানুহৰ জীৱনকো

অপাৰ্থিৱ আকাশ-নিবাসী শক্তিবোৰে নিশ্চয় প্ৰভাৱিত কৰে। গ্ৰহ-নক্ষত্ৰৰ অৱস্থানৰ লগত সাংসাৰিক সুখ-দুখৰ এক ৰহস্যময় সংযোগ বা কাল্পনিক কাৰ্য্যকাৰণ সম্পৰ্ক আৱিষ্কাৰ কৰিছিল মানুহে। প্ৰথম অধ্যায়ত আমি অন্ধবিশ্বাসৰ যি সংজ্ঞা নিৰ্ণয় কৰিছো সেই অনুযায়ী মৰ্ত্যৰ জীৱনৰ চাবি-কাঠি আকাশত থকাৰ এই ধাৰণাটো নিৰ্ভেজাল অন্ধবিশ্বাসৰ বাহিৰে আন একো নহয়।

মানুহৰ ভাগ্য গ্ৰহ-নক্ষত্ৰ শাসিত—এয়ে থুল-মূলকৈ জ্যোতিষৰ মৰ্ম। তোমাৰ জন্মলগ্নত গ্ৰহ-নক্ষত্ৰৰ অৱস্থান কি ধৰণৰ আছিল তাৰ ওপৰত নিৰ্ভৰ কৰিব তোমাৰ স্বাস্থ্য, চৰিত্ৰ, চাকৰি, বিবাহ ইত্যাদি। তাৰমানে, নিয়তি-নিৰ্দ্ধাৰিত জীৱনৰ ধাৰণাটো জ্যোতিষৰ দ্বাৰা সমৰ্থিত। অন্যহাতেদি, তুমি দেখিবা যে প্ৰতিকূল গ্ৰহ-নক্ষত্ৰৰ অশুভ প্ৰভাৱ দূৰ কৰিবলৈ জ্যোতিষীসকলে নানা প্ৰকাৰৰ তাবিজ, ৰত্ন ধাৰণ, ধৰ্মানুষ্ঠান আদিৰ বিধান দিয়ে। এইবোৰৰ সহায়ত মানুহে তথাকথিত নিয়তিৰ নিৰ্মম নিয়ন্ত্ৰণৰ পৰা নিজকে মুক্ত কৰিবলৈ চেষ্টা কৰে। জ্যোতিষবিশ্বাসীসকলৰ বিশ্বাস আৰু আচৰণৰ মাজত এই বিৰোধ দেখি কেতিয়াবা আচৰিত হওঁ। তোমাৰ আইতা 'নিৰ্ভেজাল' অদৃষ্টবাদী, অথচ কেঁচাই নিউ নিউকৈ চিঞৰাৰ লগে লগে অদৃষ্টৰ ওচৰত নিঃচৰ্তভাৱে আত্মসমৰ্পণ নকৰি তেওঁ জ্যোতিষীৰ শৰণাপন্ন হ'ল। মানৱ-প্ৰকৃতি সঁচাকৈ বৰ বিচিত্ৰ, বৰ জটিল!

জ্যোতিষৰ সমালোচকসকলৰ মতে জ্যোতিষশাস্ত্ৰ ভুৱা-বিজ্ঞান। জ্যোতিষীসকলে দাবী কৰে যে ৰাশিচক্ৰ বিচাৰ কৰি মানুহৰ ভূত-ভৱিষ্যতৰ কথা কোৱাটো সম্ভৱ। পিছে প্ৰচলিত আৰু পুৰণি বুলিয়েই আজগুৱী কথাবোৰ বিনাপ্ৰশ্নে মানি লোৱাৰ অভ্যাস বা আগ্ৰহ যিসকলৰ নাই তেওঁলোকে স্বাভাৱিকতে প্ৰশ্ন কৰিব: মানুহৰ জীৱন সঁচাকৈয়ে জানো জন্মলগ্নৰ ওপৰত নিৰ্ভৰ কৰে? যদি কৰে তেন্তে ধনী আৰু দুখীয়া পৰিয়ালৰ দুটি সন্তানৰ জন্ম-লগ্ন যদি একে হয় তেন্তে তেওঁলোকৰ ভৱিষ্যৎ কি একে হ'ব? যি মুহূৰ্তত ৰবীন্দ্ৰ'

নাথ বা শেক্সপীয়াবৰ জন্ম হৈছিল সেই মুহূৰ্ত্তত আৰু বহুতো শিশুৰ জন্ম হৈছিল, সেইসকলে কিয় অমৰ সাহিত্য-কীৰ্তিৰ স্ৰষ্টা হ'ব নোৱাৰিলে? আজিকালি চিকিৎসাবিজ্ঞান অপাৰেচনৰ সহায়ত শিশুৰ জন্ম ত্বৰান্বিত কৰা সম্ভৱ। মানুহৰ ভৱিষ্যৎ যদি জন্ম-লগ্নৰ ওপৰত নিৰ্ভৰ কৰে তেনেহলে শুভমুহূৰ্ত চাই এনে অস্ত্ৰোপচাৰৰ সহায়ত সন্তানৰ জন্ম দিলে সিহঁতৰ ভৱিষ্যৎ সুখ-সমৃদ্ধিৰে ভৰি পৰিবনে? যুক্তিবাদী কোভুৰৰ চিন্তাকৰ্ষক মন্তব্য এটি এই প্ৰসংগতে তোমাক জনোৱাৰ লোভ সামৰিব পৰা নাই। 'Begone Godmen !' নামৰ কিতাপত তেওঁ লিখিছে: 'If destinies of persons depend on the time of their births, it will be possible to plan human destinies by inducing their births to take place at auspicious or inauspicious time by medical manipulation. If so, gynocologist can hope to get a better practice in future ¡ ( P.44 ) প্ৰসংগতঃ তোমাক জনাই থওঁ যে প্ৰকৃত জন্ম-লগ্ন কোনটো সেই বিষয়েও তুমি জ্যোতিষীসকলক প্ৰশ্ন কৰিব পাৰা। প্ৰাচীন ব্যাবিলন আৰু গ্ৰীচত গৰ্ভধাৰণৰ সময়ক জন্ম-ক্ষণ হিচাপে ধৰি লৈ জন্ম-পত্ৰিকা ৰচনা কৰা হৈছিল। ( দ্ৰ. Begone Godmen, P. 44 ) আমাৰ জ্যোতিষীসকলে অৱশ্যে এই পদ্ধতি মতে জন্ম-পত্ৰিকা ৰচনা নকৰে।

তোমাৰ ভবমাজ তিনীহিদেয়ে বাণিজ্যিক বিপদ-বিপৰ্য্যয়ৰ মুখামুখি হলেই 'ৰাহুৰ দশা'ৰ কথা কয়। আমাৰ জ্যোতিষীসকলৰ মুখত প্ৰায়ে এই ৰাহু-কেতু'ৰ কথা শুনা যায়। ৰাহু আৰু কেতু আচলতে প্ৰাচীন কালত মানুহে কল্পনা কৰা মহাশূন্যৰ দুটা দৈত্যহে। পৰৱৰ্তী-কালত জ্যোতিৰ্বিজ্ঞানৰ চৰ্চাৰ ফলত জনা গ'ল যে এই নামৰ কোনো গ্ৰহ মহাকাশত নাই। তাৰমানে, আমাৰ মানুহে যি নৱগ্ৰহৰ পূজা কৰে তাৰ দুটা গ্ৰহৰ মৰাচলতে কোনো অস্তিত্বই নাই। অন্যহাতেদি, সূৰ্য আৰু চন্দ্ৰ কোনো গ্ৰহই নহয়—এটি নক্ষত্ৰ, আনটি উপগ্ৰহ।

যিসকলে জ্যোতিষশাস্ত্ৰক 'বিজ্ঞান'ৰ মৰ্য্যাদা দিব বিচাৰে তেওঁলোকে বোধহয় নাজানে—অথবা জানিও নজনাৰ ভাও ধৰে—যে জ্যোতিষ আৰু হস্তৰেখাবিদ্যাত আমি যি নৱগ্ৰহৰ কথা পাওঁ তাৰ পাঁচটিৰহে মাথোন গ্ৰহ হিচাপে প্ৰকৃত অস্তিত্ব আছে। তোমাৰ গোবৰ্দ্ধন মামাই এই ধৰণৰ যুক্তি-তৰ্কৰ কোনো পাত্তা দিবলৈ নিবিচাৰিব। বৈজ্ঞানিক পৰিভাষা আৰু দুই-এজন বিজ্ঞানীৰ উক্তিৰ সহায়ত তেওঁ প্ৰমাণ কৰিবলৈ তৎপৰ হ'ব যে মানুহৰ জন্ম মাটিৰ পৃথিৱীত হ'লেও তেওঁৰ ভাগ্য-ভৱিষ্যৎ নিৰ্দ্ধাৰিত হয় মহাকাশত! তোমাৰ মামাৰ অপযুক্তি-বোৰ খণ্ডন কৰাৰ আগ্ৰহ আৰু অৱসৰ থাকিলে তুমি বিনম্ৰ কণ্ঠে প্ৰসিদ্ধ বিজ্ঞানী মেঘনাদ সাহাৰ কথা দুআষাৰ তেওঁক শুনাব পাৰা। সাহাই বিৰল নিৰ্মোহ দৃষ্টিভংগীৰে কৈছে: '.........হিন্দুৰ তিথি ইত্যাদি গণনা, শুভ-অশুভ দিনেৰ মতবাদ, কতকগুলি মধ্যযুগীয় ভ্ৰান্তিৰ ওপৰ প্ৰতিষ্ঠিত এবং হিন্দু পঞ্জিকা একটা কুসংস্কাৰেৰ বিশ্বকোষ মাত্ৰ।' (মেঘনাদ ৰচনা সংকলন, পৃ: ১৫২) এইখিনিতে তোমাক জনাই থওঁ যে ১৯৭৫ চনত নিউইয়ৰ্কৰ 'হিউমেনিষ্ট' নামৰ পত্ৰিকাত জ্যোতিষ শাস্ত্ৰৰ ভিত্তিহীনতাৰ স্বৰূপ উদ্‌ঘাটন কৰি এখন ইস্তাহাৰ প্ৰকাশ পাইছিল। এই ইস্তাহাৰত চহী কৰিছিল বিশ্বৰ ১৮৬ জন প্ৰতিষ্ঠিত বিজ্ঞানীয়ে—এওঁলোকৰ ভিতৰত ১৯জন নোবেল বঁটা বিজয়ী বিজ্ঞানীও আছিল। ইস্তাহাৰত থকা এই কথাখিনি পঢ়ি তুমি নিশ্চয় ভাল পাবা: 'Why do people believe in astrology? In these uncertain times many long for comfort of having guidence in making decision. They would like to believe in destiny predetermined by astral forces beyond their control. However, we must all face the world, and we must realige that our future lies in ourselves, and not in the stars.' H. Narasimhaial, Ed., Science, Non-Science and

the Paranormal, P. xix ) আমাৰ সৰহভাগ কাকত-আলোচনী এইপ্ৰকাৰ বিজ্ঞানভিত্তিক বিবৃতি প্ৰকাশ কৰাতকৈ 'ৰাশিফল' প্ৰকাশ কৰাতহে বেছি আগ্ৰহী ।

তোমাৰ ভৰদ্বাজ ভিনীহিদেৱে ক'ব 'জ্যোতিষ-শাস্ত্ৰ যদি ভিত্তিহীনেই হয়, যদি ই তোমালোকে কোৱাৰ দৰে ভুৱা বিজ্ঞানেই হয়, তেনেহলে জ্যোতিষীৰ কেতবোৰ ভৱিষ্যৎবাণী অদ্ভুত ধৰণে মিলি যায় কিয় ?' জ্যোতিষ-বিশ্বাসীসকলৰ মুখত এই ধৰণৰ কথা প্ৰায়ে শুনা যায়। এইকথা সঁচা যে জ্যোতিষীৰ দুই এটা ভৱিষ্যৎবাণী কেতিয়াবা ফলিয়ায়। পিছে ই কেতিয়াও জ্যোতিষ-শাস্ত্ৰৰ বৈজ্ঞানিকতাৰ প্ৰমাণ হ'ব নোৱাৰে। সম্ভাব্যতাৰ নিয়ম অনুযায়ী আৰু আকস্মিকভাৱে জ্যোতিষীৰ দুই এটা কথা কেতিয়াবা সঁচা বুলি প্ৰমাণিত হ'ব পাৰে। পিছে দূৰদৃষ্টি আৰু অন্তদৃষ্টি থাকিলে এই ধৰণৰ দুই এটা ভৱিষ্যৎবাণী তুমিও কৰিব পাৰা। যেনে, তোমাৰ বান্ধৱী গাৰ্গীক যদি কোৱা 'এই বছৰ মটৰ দুৰ্ঘটনাৰ পৰা তুমি কথমপিহে ৰক্ষা পাবা' তেন্তে তোমাৰ কথা মিছা বুলি প্ৰমাণিত হোৱাৰ আশা কম। কিয়নো, তুমি ভালদৰেই জানা, গাৰ্গীয়ে—বোধহয় নৱলব্ধ স্বাধীনতাৰ সগৰ্ব গতিময় অভিব্যক্তি হিচাপে—গাড়ী বেছ জোৰে চলায়। গতিকে সম্ভাব্যতাৰ নিয়ম মতে ৩৬৫ দিনৰ ভিতৰত যিকোনো এদিন গাৰ্গীয়ে কথমপি দুৰ্ঘটনাৰ পৰা ৰক্ষা পোৱাটো খুবেই স্বাভাৱিক।

এই ধৰণৰ দুই-এটা ভৱিষ্যৎবাণী মিলি গ'লেই বিশ্বাসীসকলে হুলস্থূল লগাই দিয়ে। জ্যোতিষৰ জনপ্ৰিয়তাৰ ইও এটা ঘাই কাৰণ বুলি ধাৰণা হয়। জ্যোতিষ সম্পৰ্কে মনত পূৰ্বনিৰ্দ্ধাৰিত ধাৰণা কিছুমান থকাৰ বাবে সামান্য সাফল্যকে তেওঁলোকে অতিৰঞ্জিত কৰে আৰু অসামান্য বিফলতাক তেওঁলোকে আওকাণ কৰে। আচলতে শতকৰা পাঁচভাগ ভৱিষ্যদ্বাণী মিলি যোৱাতকৈ শতকৰা পঁচানব্বৈ ভাগ ভুল প্ৰমাণিত হোৱাটো বেছি গুৰুত্বপূৰ্ণ—অন্ততঃ বিজ্ঞান-মনস্ক মানুহৰ বাবে। আৰু এটা কথা। মানুহৰ ভাগ্য-গণনা কৰোঁতে জ্যোতিষীসকলে এনে ভাষা

সাধাৰণতেব্যৱহাৰ কৰে যাৰ একাধিক অৰ্থ থাকিব পাৰেঅথবা যাৰ অৰ্থ ইমানেই শিথিল অথবা আৰু অস্পষ্ট হ'ব পাৰে যে দৈনন্দিন জীৱনৰ বহুতো স্বাভাৱিক ঘটনাক ই সহজেই সাঙুৰি লয়। এনে ভৱিষ্যদ্বাণী সাধাৰণতে বিফল নহয়। অন্যহাতেদি, জ্যোতিষীসকল কেৱল শব্দৰ যাদুকৰেই নহয়, মনস্তাত্ত্বিকো। তেওঁলোকে মানুহৰ মন বুজি এনে কিছুমান কথা কয় যিবোৰে মানুহৰ অহংবোধক তৃপ্ত কৰে বা আশা-আকাঙ্ক্ষাক প্ৰতিফলিত কৰে। এনে ভাগ্য-গণনাই মানুহক সম্মোহিত বা মুগ্ধ কৰাৰ সম্ভাৱনা বেছি। তোমাৰ প্ৰমীলা পেহীৰ হাতখন চাই যদি কওঁ 'আপোনাৰ দৰে নিষ্ঠাবান মানুহ খুব কমহে পোৱা যায়' তেন্তে তেওঁ জানো সেই মন্তব্যটো অস্বীকাৰ কৰিব? অথচ কোনে নাজানে, তেওঁৰ পিৰিয়ডটোক কলেজৰ ল'ৰা-ছোৱালীয়ে 'টিফিন' পিৰিয়ড বুলি কয়!

বিজ্ঞানী আৰু বিজ্ঞানমনস্ক লোকসকলে পৰীক্ষা-নিৰীক্ষাৰ দ্বাৰা সত্যৰ স্বৰূপ উদ্‌ঘাটনৰ ওপৰত বিশেষভাৱে গুৰুত্ব দিয়ে। এনে পৰীক্ষা নিৰীক্ষাৰ সহায়ত জ্যোতিষ শাস্ত্ৰৰ ভিত্তিহীনতা তথা ব্যৰ্থতা প্ৰমাণ কৰা সম্ভৱ জানো? যদি সম্ভৱ তেন্তে সেই ধৰণৰ পৰীক্ষা চলোৱা হৈছে নে? প্ৰসিদ্ধ যুক্তিবাদী আব্ৰাহাম কোভুৰৰ Begone Godmen-ৰ ষষ্ঠ অধ্যায়ত তুমি এই ধৰণৰ দুই-এটা পৰীক্ষাৰ কথা পাবা। তোমাৰ টেবুলত কিতাপখন মেখা মনত পৰে, গতিকে কোভুৰৰ পৰীক্ষাৰ বিষয়ে তুমি নিজেই পঢ়ি লব পাৰিবা। (অৱশ্যে ইতিমধ্যে বলিছে কোভুৰৰ কোনো একান্ত অনুৰাগীৰ কৌশলৰ কৃপাত কিতাপখনৰ মালিকীস্বত্ব হস্তান্তৰিত হোৱা নাই!) বৰ্তমান পত্ৰালোচনাত আমেৰিকাৰ Kansas City Committee for Skeptical Inquiry-য়ে চলোৱা এটা চিত্তাকৰ্ষক পৰীক্ষাৰ কথা উল্লেখ কৰিব বিচাৰিছোঁ। আমিলবাবুৰ দ্বাৰা প্ৰকাশিত Indian Skeptic (*March, 1989*), নামৰ আলোচনীখনত এই পৰীক্ষাটোৰ কথা ওলাইছিল।

আমেৰিকাৰ এজন কুখ্যাত হত্যাকাৰী জন গেচি (John Gacy)। এওঁ অতি নৃশংসভাৱে হত্যা কৰিছে ৩৩জন লোকক। এই অপৰাধীজনৰ জন্ম-পত্ৰিকাখন লৈ ক্যান্‌ছাছ্‌ চহৰৰ যুক্তিবাদী গৱেষকসকল পাঁচ গৰাকী জ্যোতিষীৰ কাষ চাপিল। জন্ম-পত্ৰিকাখন কাৰ সেই বিষয়ে অৱশ্যে জ্যোতিষী কেইজনক কোনো কথা কোৱা নহ'ল। জ্যোতিষী কেইজনে জন্ম-পত্ৰিকা বিচাৰ কৰি তেওঁলোকৰ ৰায় দিলে—'they desrcibed him as having a "well rounder personality" that he could "offer a good role model" and that he would "be excellent for working arouod young people.'। ভুৱা-বিজ্ঞানৰ ধাৰক-বাহক জ্যোতিষীসকলৰ কৃতিত্ব সঁচাকৈয়ে অবিস্মৰণীয়: নৃশংস হত্যাকাৰীজন গেচিও 'good role model'-ৰ উপযুক্ত ব্যক্তি! গ্ৰহ-নক্ষত্ৰৰ অৱস্থান বিচাৰ কৰি মানুহৰ চৰিত্ৰ তথা ভৱিষ্যৎ সম্পৰ্কে জনাটো সম্ভৱ হোৱাহেঁতেন আমেৰিকাৰ পাঁচজন জ্যোতিষী এনে হাস্যকৰভাৱে ব্যৰ্থ নহ'লহেঁতেন।

যুক্তিবাদীসকলৰ এনে সুপৰিকল্পিত পৰীক্ষা-নিৰীক্ষাৰ বাহিৰেও কিতাপে-পত্ৰে এনে বহু কথা আমি পাওঁ যিবোৰে জ্যোতিষৰ ব্যৰ্থতাৰ কথা প্ৰমাণ কৰে যদিও জ্যোতিষৰ অন্ধ-সমৰ্থকসকলে ক'ব যে এইবোৰ ব্যৰ্থতাৰ প্ৰমাণ নহয়, ভুল গণনাৰহে ফল)। দৃষ্টান্ত হিচাপে ভোল্টেয়াৰৰ কথা তোমাক জনাব পাৰোঁ। দুজন বিখ্যাত জ্যোতিষীয়ে কৈছিল, ভোল্টেয়াৰ মাত্ৰ ৩২ বছৰ বাচিব। অথচ আমি জানো যে ভোল্টেয়াৰ বাচি আছিল ৮৪ বছৰ। গ্যালিলিওয়ে ট্যাচক্যানিৰ ডিউক কাৰ্ডিন্যালৰ জন্ম-পত্ৰিকা তৈয়াৰ কৰি ভৱিষ্যবাণী কৰিছিল যে ডিউকৰ দীৰ্ঘায়ু সুনিশ্চিত। পিছে গ্যালিলিওৰ ভৱিষ্যৎ গণনাৰ কেইসপ্তাহমানৰ পাছতেই ডিউক গৰাকীৰ মৃত্যু হয়। গ্যালিলিওয়ে জ্যোতিষ বিশ্বাস কৰিছিল যুলি যি সকল জ্যোতিষ সমৰ্থকে আত্ম-পক্ষ সমৰ্থন কৰিব বিচাৰে তেওঁলোকে কিন্তু গ্যালিলিওৰ এই শোচনীয় ব্যৰ্থতাৰ কথা ভুলাক্ৰমেও উল্লেখ নকৰে।

জ্যোতিষৰ অন্তঃসাৰশূন্যতাৰ প্ৰমাণ সাম্প্ৰতিক কালৰ কেতবোৰ ঘটনাৱলীৰ পৰাও জনা যায়। হিটলাৰৰ বিশ্ব-বিজয়ৰ সপোন কেনেকৈ চূৰমাৰ হৈ গ'ল তাৰ ইতিহাস তুমি ভালদৰেই জানা। এই হিটলাৰে কিন্তু জ্যোতিষৰ ওপৰত অটল আস্থা ৰাখিছে প্ৰতিটো খোজ দিছিল। সঞ্জয় গান্ধীৰ ৰাশিচক্ৰ হেনো অন্ততঃ দুশ জ্যোতিষীয়ে বিচাৰ কৰিছিল। কোনেও কিন্তু তেওঁৰ মৃত্যুৰ কথা কোৱা নাছিল। ১৯৮৭ চনৰ Reliance world Cup-ৰ সময়ত বহুতো জ্যোতিষীয়ে চূড়ান্ত ফলাফলৰ কথা আগতীয়াকৈ সদৰি কৰিছিল সগৰ্বে। The Assam Tribune (20th Oct. 1987)-ত পণ্ডিত বিদ্যাপতি শৰ্মাই ভৱিষ্যৎবাণী কৰিছিল যে পাকিস্তানেই শেষ পৰ্য্যন্ত বিজয় মাল্য পিন্ধিব। তিনিদিন পাছত একেখন কাকততে অন্য এগৰাকী জ্যোতিষীয়ে ঘোষণা কৰিলে যে বিজয়ীৰসন্মানপাব ভাৰতেহে। (Krishnendu Chakraborty, 'Is Astrology a Science?' Assam Tribune, Jan. '28' 1990) বাস্তৱত কিন্তু কি হ'ল সেই কথা তোমাৰ বোধহয় মনত আছে। ভাৰত বা পাকিস্তানে নহয়, বিজয় মাল্য পিন্ধিলে অষ্ট্ৰেলিয়াইহে! তোমাৰ গোবৰ্দ্ধন মামাই যিমানেই বাক্-বিতণ্ডা নকৰক, এই তথ্যবোৰে কিন্তু নিশ্চিতভাৱে জ্যোতিষশাস্ত্ৰৰ বিৰুদ্ধেহে সাক্ষ্য দিব।

কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ'-ৰ চতুৰ্থ অধ্যায়ৰ ১৪২তম প্ৰকৰণত তুমি জাতৰ বিধিনি সমূহৰ এখন তালিকা পাবা। এই তালিকাখনত থকা এটি বিধিনি হ'ল, 'মাংগলিক তিথি আৰু নক্ষত্ৰলৈ বাট চাই থকা অভাৱ'। (পৃ. ২৬০) সহজ কথাত, ব্যৱসায়ত উন্নতি কৰিব গ'লে শুভ তিথি আৰু নক্ষত্ৰৰ মাংগলিক প্ৰভাৱলৈ বাট চাই থাকিলে নচলিব। কৌটিল্যৰ কথাবাৰ নিৰ্মোহ বাস্তৱবুদ্ধিৰ এক সুন্দৰ নিদৰ্শন। তোমাৰ ভৱৰাজ তিনীহিদেউ হিন্দু ঐতিহ্যৰ উৎসাহী আৰু উগ্ৰ অনুৰাগী হলেও কৌটিল্যৰ এই নিৰ্দেশৰ প্ৰতি তেওঁৰ অনীহা খুবেই স্পষ্ট। ব্যৱসায়ত নতুনকৈ কিবা কৰিবলগীয়া হ'লেই তেওঁ

নির্দ্বিধায় নিবাৰণ পণ্ডিতৰ শৰণাপন্ন হয়। গ্ৰহ-নক্ষত্ৰৰ শুভ অৱস্থান সম্পৰ্কে নিশ্চিত নোহোৱালৈকে তেওঁ কোনো নতুন ব্যৱসায় আৰম্ভ নকৰে। কিবা কাৰণে নিবাৰণ পণ্ডিত চহৰৰ বাহিৰলৈ গ'লে তোমাৰ ভৰদ্বাজ ভিনীহিদেউ হস্তৰেখাবিদৰ শৰণাপন্ন হয়। তেওঁৰ বিশ্বাস, হাতৰ ৰেখা ভালদৰে বিচাৰ কৰিব পাৰিলে ভূত-ভৱিষ্যতৰ বহুতো কথা ক'ব পাৰি। এয়া অৱশ্যে তোমাৰ ভিনীহিদেউৰ ব্যক্তিগত বিশ্বাস নহয়, আমাৰ সমাজৰ বহুতেই এনে ভিত্তিহীন ধাৰণা পোষণ কৰে। বান্দৰ, গৰিলা, চিম্পাঞ্জী ইত্যাদিৰ হাতত থকাৰ দৰে মানুহৰ হাততো বহু ভাঁজ বা ৰেখা আছে। এই ৰেখাবোৰৰ লগত মানুহৰ জীৱনৰ বিভিন্ন ঘটনাৱলীৰ এক ৰহস্যময় সংযোগ কল্পনা কৰাটোক তুমি বাক অন্ধবিশ্বাস সুবুলি কি বুলিবা? শিশুৱে মাতৃগৰ্ভত হাত দুখন মুঠি মাৰি থকাৰ কাৰণে হাতৰ তলুৱাত ৰেখাৰ বা ভাঁজৰ সৃষ্টি হয়। কিন্তু শিশুৱে এইদৰে হাত দুখন মুঠি মাৰি থয় সেই বিষয়টো এতিয়ালৈকে বোধহয় মীমাংসা হোৱা নাই। পিছে বহুতেই অনুমান কৰে যে এই অভ্যাসটো বিৱৰ্তন বা evolution-ৰ পৰিণতি। অৰ্থাৎ, আমাৰ পূৰ্বপুৰুষসকলে গছৰ ডালত মুঠি মাৰি ধৰাৰ বস্তু অভ্যাসটো আমাৰ সন্তা শিশুইতে বংশগতি সূত্ৰে পাইছে! (দ্ৰ. বিজ্ঞান জ্যোতিষ সমাজ, পৃঃ ১০৩)

তোমাক এটা মজাৰ পৰীক্ষাৰ কথা জনাওঁ। এই পৰীক্ষাটোৰ পৰা তুমি গম পাবা বাক্-কৌশলী হস্তৰেখাবিদসকলৰ ভাগ্য-গণনা কিমান শুদ্ধ। এবাৰ বাবু নামৰ ১ বছৰ ৪ মাহৰ সৰু বান্দৰ এটাৰ সোঁ আৰু বাঁও হাতৰ ছাপ হাওৰাৰ এগৰাকী প্ৰসিদ্ধ হস্তৰেখাবিদক দেখুওৱা হ'ল—বিচাৰৰ কাৰণে। হস্তৰেখাবিদজনে জাতকৰ স্বভাৱ আৰু ভৱিষ্যৎ সম্পৰ্কে বিবোৰ কথা ক'লে তাৰ দুটামান তোমাৰ জ্ঞাতাৰ্থে জনাইছোঁ : (১) ব্ৰেইন ভাল। পঢ়া-শুনাত ভাল হ'ব। (২) ২৩ বছৰ বয়সত উপাৰ্জনশীল হ'ব। (৩) আয়ু মধ্যম—অৰ্থাৎ ৬০/৬২ বছৰ জীয়াই থাকিব। (দ্ৰ. বিজ্ঞান জ্যোতিষ

সমাজ, পৃঃ ১০৪) হস্তৰেখাবিদজনৰ ভৱিষ্যদ্বাণী যদি সঁচা হ'বলৈ হয় তেনেহ'লে তুমি এটা নাভূত-নাশ্রুত ঘটনা কল্পনা কৰিব লাগিব—এটা বান্দৰে ভালকৈ পঢ়া-শুনা কৰি উপার্জনশীল হৈ, ৬০/৬২ বছৰ বয়সত ইহলীলা সংবৰণ কৰিছে!

জ্যোতিষৰ বিৰুদ্ধে যুক্তিবাদীসকলৰ তাত্ত্বিক আৰু পৰীক্ষাভিত্তিক সমালোচনাই জ্যোতিষীসকলক শল-ঠেকত পেলাইছে বুলি ভাবিলে কিন্তু ভুল হ'ব। ভাৰতৰ কথা বাদেই দিছোঁ, পশ্চিমৰ আধুনিক সমাজতো ভাগ্য-গণনাৰ ব্যৱসায় দিনক দিনে সম্প্রসাৰিতহে হৈছে। আমাৰ দেশৰ বহুতো কাকত-আলোচনীৰ দৰে, ষাঠীৰ দশকৰ প্রথম ভাগত, আমেৰিকাত ১,০০০-তকৈ বেছি কাকত-আলোচনীয়ে ভাগ্য-গণানৰ শিতান প্রকাশ কৰিছিল। Gustav Jahoda-ৰ ভাষাত, 'In this age of computer and moon rocket, artrology and fortune telling are enjoying a boom.' (Psychology Superstition P. 20) এতিয়া স্বাভাৱিকতে তুমি প্রশ্ন এটি কৰিব পাৰা: জ্যোতিষৰ এই প্রসাৰ তথা জনপ্রিয়তাৰ কাৰণ কি?

কাৰণ একাধিক। তাৰে দুই-এটা কাৰণৰ ইংগিত তোমাৰ আলোচনা প্রসংগত দিছোঁৱেই। বঙ্গদেশৰ বিশিষ্ট বুদ্ধিজীৱী ৰামেন্দ্র সুন্দৰ ত্রিবেদীয়ে প্রায় নৱৈ বছৰ আগতে জ্যোতিষশাস্ত্রৰ সমালোচনা প্রসংগত লিখিছিল: 'একটা ঘটনা গণনাৰ সহিত মিলিলেই দুন্দুভি বাজাইব, আৰ সহস্র গণনায় যাহা না মিলিবে তাহা চাপিয়া যাইব অথবা গণক ঠাকুৰেৰ অজ্ঞতাৰ দোহাই দিয়া উড়াইয়া দিব, এরূপ ব্যৱসায়ও প্রশংসনীয় নহে। (বিজ্ঞান জ্যোতিষ সমাজ, পৃঃ ১১) আমাৰ সৰহভাগ জ্যোতিষসমর্থক আৰু জ্যোতিষীয়ে কিন্তু এই কামটোকেই কৰে। তোমাক আগতেই জনাইছোঁ যে এই পক্ষপাতমূলক আৰু অতিৰঞ্জিত প্রচাৰ জ্যোতিষৰ জনপ্রিয়তাৰ এটা মুখ্য কাৰণ। আলোচনা প্রসংগত তোমাক আৰু দুটা কথা জনোৱাৰ কথা মনত পৰিছে। এটা হ'ল, দ্ব্যর্থবোধক আৰু অস্পষ্ট কথা-বতৰাৰ দ্বাৰা জ্যোতিষী-

সকলে তেওঁলোকৰ গণনাৰ ভিত্তিহীনতা বা তাৰ মাজত থকা ফাঁকি বহুক্ষেত্ৰত ঢাকি ৰাখিবলৈ সক্ষম হয়। আনটো কাৰণ হ'ল, কৌশলেৰে জ্যোতিষীসকলে এনে কেতবোৰ কথা কয়, যিবোৰে মানুহৰ অহংবোধক তৃপ্ত কৰে অথবা মানুহৰ মনত থকা বিভিন্ন সপোন আৰু সম্ভাৱনাক প্ৰতিফলিত কৰে।

জ্যোতিষৰ প্ৰসাৰ তথা জনপ্ৰিয়তাৰ মনস্তাত্বিক ভিত্তি বুজিবলৈ হলে তুমি এই কাৰণসমূহৰ লগতে আৰু কেতবোৰ কথাৰ ওপৰত বিশেষ গুৰুত্ব দিব লাগিব। তুমি বোধহয় লক্ষ্য কৰা নাই যে মানুহ আৰু পশুৰ পাৰ্থক্যৰ কথা কওঁতে আমি সাধাৰণতে তাৎপৰ্য্যপূৰ্ণ মনস্তাত্বিক দিশ এটিক আওকাণ কৰোঁ। এই দিশটি হ'ল—আত্ম-প্ৰতাৰণাৰ ক্ষমতা কেৱল মানুহৰহে আছে, পশুৰ নাই। তুমি হয়তো ভাবিছা, এই মনস্তাত্বিক বৈশিষ্ট্যৰ লগত জ্যোতিষৰ আকৌ কি সম্পৰ্ক? সম্পৰ্ক থকাৰ নিমিত্তেহে তোমালৈ এই কথাবোৰ লিখিছোঁ। যিবোৰ মানুহ আত্ম-সমালোচনা কৰিবলৈ অনিচ্ছুক, নিজৰ দোষ-দুৰ্বলতা ঢঁহিয়াই চাই বিফলতা-ব্যৰ্থতাৰ অকণো দায়িত্ব যি মানুহে লব নিবিচাৰে, তেওঁলোকে সাধাৰণতে আত্ম-প্ৰতাৰণাৰ আশ্ৰয় লয়—প্ৰায় অ-সচেতনভাৱেই। এইবিধ মানুহ জ্যোতিষ-শাস্ত্ৰৰ অনুৰাগী হৈ পৰাটো খুবেই স্বাভাৱিক। কিয়নো, জ্যোতিষে বিফলতা-ব্যৰ্থতাৰ বাবে মানুহক দায়ী নকৰে, আকাশৰ দুষ্ট বা অশুভ গ্ৰহ-নক্ষত্ৰকহে দায়ী কৰে। আত্মপ্ৰতাৰকসকলে সকলো দায়িত্বৰ বোজা ৰাহু-কেতু-শনিৰ কান্ধত দি নিজকে নিৰ্দোষ কল্পনা কৰি জানো কম তৃপ্তি আৰু স্বস্তি অনুভৱ কৰে?

বিবেকানন্দই এঠাইত কৈছে যে জ্যোতিষ বা সেই ধৰণৰ ৰহস্যময় চৰ্চাত আস্থা স্থাপন কৰাটো দুৰ্বল চিত্তৰ লক্ষণ। বিজ্ঞানী মেঘনাদ সাহাইও এঠাইত পৰোক্ষভাৱে কৈছে যে ফলিত জ্যোতিষত বিশ্বাস কৰাসকল 'দুৰ্বল মস্তিষ্ক'ৰ লোক। (দ্ৰ. মেঘনাদ ৰচনা সংকলন, পৃঃ ১৪—১৪১) আধুনিক পাশ্চাত্যৰ মনোবিজ্ঞানৰ পৰিপ্ৰেক্ষিতত

সাহাই ব্যৱহাৰ কৰা 'দুৰ্বল মস্তিষ্ক' শব্দদ্বয় বেছ তাৎপৰ্য্যপূৰ্ণ। স্নায়ুতন্ত্ৰৰ মৌলিক বৈশিষ্ট্য অনুযায়ী বিজ্ঞানী পাভলভে সকলো প্ৰাণীক দুটা ভাগত ভাগ কৰিছে: সবল আৰু দুৰ্বল। দুৰ্বল শ্ৰেণীৰ মস্তিষ্কৰ নিস্তেজনাৰ প্ৰাধান্য বেছি আৰু তাৰ ফলত সহ্য ক্ষমতাও কম। (দ্ৰ. বীৰেন্দ্ৰনাথ গঙ্গোপাধ্যায়, পাভলভ পৰিচিতি, ২য় খণ্ড, পৃ: ১১১) এই টাইপৰ মস্তিষ্কক পাভলভীয় মনোবিজ্ঞানে melancholic type বোলে। এই melancholic type সম্পৰ্কে পাভলভে লিখিছে: 'The melancholic temperament is clearly the inhibitable type of nervous system. For the melancholic everything in life apparently becomes an inhibitory agent, since he does not believe in anything, does not hope for anything, sees only evil and danger in everything and expects only evil and danger from everything.' (I. Pavlov, Psychopathology and Psychiatry, P. 217) মেঘনাদ সাহাই 'দুৰ্বল মস্তিষ্ক'ৰ অন্ধবিশ্বাসী মানুহৰ কথা লিখোতে যি প্ৰকাৰৰ মানসিক বৈশিষ্ট্যৰ কথা বুজাব বিচাৰিছিল, পাভলভ-বৰ্ণিত melancholic type-ৰ সতে তাৰ যথেষ্ট সামঞ্জস্য আছে বুলি অনুমান কৰিব পাৰি। এইবিধ দুৰ্বল মস্তিষ্কৰ মানুহে অতিলৌকিক শক্তি বা গ্ৰহ নক্ষত্ৰৰ সহায়ত জীৱনৰ নানা অমীমাংসিত সমস্যাৰ মীমাংসা বিচৰাটো খুবেই স্বাভাৱিক। অন্যহাতেদি, এই দুৰ্বল মস্তিষ্কৰ মানুহক জ্যোতিষী বা সেই জাতীয় লোকৰ কথা-বতৰা তথা বিজ্ঞাপনে সহজেই প্ৰভাৱিত—আনকি সম্মোহিতও কৰিব পাৰে বুলি অনুমান কৰিব পাৰি। মনস্তত্ত্বৰ বিষয়ে ভালদৰে পঢ়া-শুনা কৰা যুক্তিবাদী মানুহৰ লগত এই সম্পৰ্কে কথা পাতিলে তুমি নিশ্চয় আৰু বহুতো কথা জানিব পাৰিবা।

কিঞ্চিৎ ক্ষোভ আৰু বিস্ময়েৰে তুমি হয়তো ভাবিছা যে মনস্তত্ত্বৰ লগতে সমাজতত্ত্বক বাদ দি জ্যোতিষৰ জনপ্ৰিয়তা তথা

প্ৰসাৰৰ কাৰণ অনুসন্ধান কৰিছোঁ। যদি ভাবিছা, তেন্তে পৰৱৰ্তী অধ্যায় নপঢ়ালৈকে এই সন্দৰ্ভত কোনো সিদ্ধান্তত উপনীত নহ'বলৈ তোমাক অনুৰোধ কৰিছোঁ। এটা কথাত তোমাৰ লগত কোনো দ্বিমত থাকিব নোৱাৰে। সেইটো হ'ল, জ্যোতিষৰ জনপ্ৰিয়তা তথা প্ৰসাৰৰ কাৰণ বিচাৰোঁতে সমস্যা-জৰ্জৰ মানুহৰ দৈনন্দিন জীৱনৰ অসহায়তা-অনিশ্চয়তাৰ কথা পাহৰিলে নচলিব। লগতে মানুহৰ সমাজ-চেতনা তথা জ্ঞানৰ সীমাবদ্ধতাৰ কথাও আমি মনত ৰাখিব লাগিব। অন্ধবিশ্বাসৰ সামাজিক ভিত্তি আৰু ভূমিকাৰ বিষয়ে পৰৱৰ্তী অধ্যায়ত সমাজতাত্ত্বিক দৃষ্টিভংগীৰে বিচাৰ কৰোঁতে আমি এই বিষয়ে কিছু বহলাই আলোচনা কৰাৰ প্ৰয়াস কৰিম।

## ৩.ঘ ভূতাবিষ্ট নে মানসিক ৰোগী ?

দুষ্ট গ্ৰহবোৰে বাৰু 'গেৰিলা' যুদ্ধৰ পদ্ধতিৰে আক্ৰমণ কৰে নেকি ? মুখেৰে উচ্চাৰণ নকৰিলেও তোমাৰ গোবৰ্দ্ধন মামাৰ মনত নিশ্চয় এই প্ৰশ্নটোৱে উঁকি মাৰিছে। ঘৰত পূজা আৰু হাতত পাথৰ—এই বিবিধ কৌশলেৰে তেওঁ অশুভ গ্ৰহ-নক্ষত্ৰৰ সম্ভাব্য সকলো আক্ৰোশ-আক্ৰমণৰ বিৰুদ্ধে ব্যৱস্থা লৈছে। পিছে ইমানখিনি কৰাৰ পাছতো তেওঁৰ সংসাৰত মহাবিপদ উপস্থিত। তোমাৰ মামাৰ একমাত্ৰ জীয়ৰী—বিশ্ববিদ্যালয়ৰ কৃতী ছাত্ৰী - জোনাকীৰ অসুখ। দিনটোত কেইবাবাৰো তাই মূৰ্চ্ছা যায় আৰু সোঁহাতখন ক্ৰমে অৱশ হৈ আহিছে। ইফালে পৰীক্ষালৈ আৰু মুঠেই এমাহহে বাকী!

তোমাৰ তিনীছিৰেউৰ লগত পৰামৰ্শ কৰি গোবৰ্দ্ধন মামাই এটা স্থিৰ সিদ্ধান্তলৈ আহিল : জোনাকীৰ গাত ভূত লাগিছে! তৎক্ষণাৎ বেজৰ সন্ধানত গুজাকাংকীসকলৰ ছুটাছুটিমান আৰম্ভ হ'ল। তিনিগৰাকী বেজে প্ৰায় এসপ্তাহমান জাৰিলে ; কিন্তু ভূতক প্ৰস্থানোন্মুখ কোনো লক্ষণেই দেখা নগ'ল! ঠিক তেনেতে তোমাৰ

বাৰুজী গাৰ্গীৰ আবিৰ্ভাৱ। তাই হিষ্টিৰিয়াৰ বিষয়ে এটি নাতিদীৰ্ঘ বক্তৃতা দি আৰু কাৰো কথালৈ কাণ নিদি জোনাকীক লৈ গ'ল এগৰাকী মনস্তত্ত্ববিদৰ চেম্বাৰলৈ। দুসপ্তাহৰ ভিতৰতে স্বেচ্ছায় ভূতে বিদায় ললে।

অলপ খা-খবৰ ললে তুমি দেখিবা, এনে ঘটনাক বিৰল ব্যতিক্ৰম বুলিব নোৱাৰি। তোমাৰ গোবৰ্দ্ধন মামাৰ সমগোত্ৰীয় লোকৰ সংখ্যা আমাৰ আধুনিক সমাজত মুঠেও উপেক্ষণীয় নহয়। এতিয়াও গাঁৱে-ভূঁয়ে-নগৰে-চহৰে হিষ্টিৰিয়াগ্ৰস্ত লোকক জৰা-ফুকা কৰি বা মন্ত্ৰ-মাদুলীৰ সহায়ত ভাল কৰিবলৈ চেষ্টা কৰা দেখা যায়। অৱশ্যে তুলনামূলকভাৱে এনে ঘটনাৰ ব্যাপকতা গ্ৰামাঞ্চলত আৰু শিক্ষাবঞ্চিত সমাজত বেছি। এইখিনিতে অৱশ্যে তোমাক জনাই থোৱা উচিত হ'ব যে যি ৰোগীৰ অন্ধবিশ্বাস গভীৰ আৰু দৃঢ়—তেওঁ কোনো কোনো ক্ষেত্ৰত জৰা-ফুকা বা মন্ত্ৰ-মাদুলীৰ দ্বাৰা কিছু উপকৃত হ'ব পাৰে। এই 'সাফল্য'ৰ কাৰণ মূলতঃ মনস্তাত্ত্বিক, অন্ধবিশ্বাসৰ বৈজ্ঞানিক ভিত্তি ই প্ৰমাণ নকৰে।

জোনাকীক তিনি গৰাকী বেজে এসপ্তাহ জৰা-ফুকা কৰা ঘটনাটো পঢ়ি তোমাৰ মনত নিশ্চয় প্ৰশ্ন জাগিছে: এই ধৰণৰ অন্ধবিশ্বাসৰ প্ৰকৃত উৎস কি? ২. ঘ. অৰ্থাৎ 'আত্মা, ভূত, অপদেৱতা ইত্যাদি' শীৰ্ষক আলোচনাংশত ভূত-প্ৰেত-অপদেৱতাদিৰ জন্ম-বৃত্তান্ত সম্পৰ্কে তোমাক কিছু আভাস দিবলৈ যত্ন কৰিছোঁ। বোধহয় সেই আলোচনাৰ মৰ্মখিনি তুমি এতিয়াও সম্পূৰ্ণভাৱে পাহৰি পেলোৱা নাই। তোমাক নকলেও হ'ব যে ভূতাদিৰ অস্তিত্ব সম্পৰ্কে মানুহৰ মনত যি অন্ধবিশ্বাস যুগ-যুগান্তৰৰ পৰা সোমাই আছে তাৰ পৰাই ভূতাদিৰ অশুভ-অনিষ্টকৰ কৰ্মতৎপৰতাৰ ধাৰণাৰ জন্ম। 'ভূত-লগা' এই অশুভ-অনিষ্টকৰ কৰ্মতৎপৰতাৰ এক ভয়াবহ অভিব্যক্তি। অৱশ্যে তোমাক জনাই থোৱা উচিত হ'ব যে, সকলো হিষ্টিৰিয়াগ্ৰস্ত লোককেই ভূতালিক বুলি গণ্য কৰা নহয়। যিসকল হিষ্টিৰিয়াগ্ৰস্ত লোকে গাত

দেৱ-দেৱী লগা বুলি ঘোষণা কৰে অথবা মানুহে সেইধৰণৰ অনুমান কৰে—তেওঁলোকক সাধাৰণতে দেৱাবিষ্ট বুলিহে গণ্য আৰু মান্য কৰা হয়।

অস্বাভাৱিক মানসিকতা আৰু আচৰণৰ নেপথ্যত ভূত-প্ৰেত-অপদেৱতাৰ প্ৰভাৱ-প্ৰৰোচনাৰ কল্পনা তাহানিৰ প্ৰস্তৰ যুগৰ গুহামানৱেও কৰিছিল। পণ্ডিতসকলে অনুমান কৰিছে যে সেই যুগত প্ৰাগৈতিহাসিক 'চিকিৎসক'-এ অস্বাভাৱিক আচৰণৰ চিকিৎসা কৰিছিল এনে এটি অস্ত্ৰোপচাৰেৰে যাক আজিকালি 'trephining' বোলা হয়। এই অস্ত্ৰোপচাৰ স্থূল পাথৰৰ সঁজুলিৰ সহায়ত ৰোগীৰ লাওখোলাত এটা ছিদ্ৰ কৰি কৰা হৈছিল। এই ছিদ্ৰটো আছিল আচলতে একপ্ৰকাৰৰ দ্বাৰপথহে—যি ফালেদি ৰোগীৰ মূৰৰ ভিতৰত উৎপাত-উপদ্ৰৱ কৰি থকা অপশক্তিটো বাহিৰ ওলাই পলাব পাৰে। আদিম মানুহৰ কিছু লাওখোলা পৰীক্ষা কৰি পণ্ডিতসকল এই সিদ্ধান্তলৈ আহিছে যে এনে ভয়ংকৰ অস্ত্ৰোপচাৰৰ পাছতো দুই-এজন লোক জীয়াই আছিল। (দ্ৰ. J. C. Coleman, Abnormal Psychology and Modern Life, P. 26)

প্ৰস্তৰ যুগৰ গুহামানৱে কল্পনা কৰা মানসিক ৰোগৰ ভিত্তিহীন ব্যাখ্যাৰ প্ৰভাৱৰ পৰা আমাৰ আধুনিক চেতনা জানো সম্পূৰ্ণৰূপে মুক্ত হৈছে? সাম্প্ৰতিক কালত অৱশ্যে ৰোগীৰ মূৰত কৃত্ৰিমভাৱে পলায়নৰ পথ তৈয়াৰ কৰি অপদেৱতা বা প্ৰেতাত্মাক খেদিবলৈ যত্ন কৰা নহয়। পিছে ন্যূনতম অনুসন্ধান চলালেও তুমি দেখিবা যে প্ৰেতাত্মাৰ প্ৰভাৱ বিনষ্ট কৰাৰ উদ্দেশ্যে ৰোগীৰ ওপৰত নানা ধৰণৰ অত্যাচাৰ কৰা হয়। তোমাৰ গোবৰ্দ্ধন মামাৰ ছোৱালী জোনাকীক ভিলিসবাকী বেজে প্ৰায় এসপ্তাহ বিহলঙনিৰে কোবাইছিল। অন্য কেতবোৰ ৰোগীৰ ওপৰত আৰু সাংঘাতিক ধৰণৰ অত্যাচাৰ চলোৱা হয়। বিৰল ক্ষেত্ৰত এনে অত্যাচাৰে কেতিয়াবা Shock therapy-ৰ দৰে কাম কৰিব পাৰে। পিছে যিকোনো মানৱতাবাদী আৰু বিজ্ঞান-

মনক মানুহে এই ধৰণৰ আদিম আৰু অন্ধবিশ্বাসমূলক চিকিৎসা পদ্ধতিক পৰিহণা দিয়াটো স্বাভাৱিক আৰু যুক্তিসংগত। কোৱা বাহুল্য যে এনে অমানুষিক চিকিৎসাৰ ফলত ৰোগৰ স্থায়িত্ব আৰু জটিলতা বঢ়াৰ প্ৰচুৰ সম্ভাৱনা থাকে।

হিষ্টিৰিয়াগ্ৰস্ত ৰোগীৰ দৰে মৃগী (epilepsy) ৰোগীকো দেৱাৱিষ্ট বা প্ৰেতাৱিষ্ট বুলি গণ্য কৰা হয় বহুতো ক্ষেত্ৰত। হিষ্টিৰিয়া এটি মানসিক ৰোগ। অন্যহাতেদি, মৃগী ৰোগৰ মূল কাৰণ মস্তিষ্কৰ কোনো অংশৰ অস্বাভাৱিক সংবেদনশীলতা আৰু উত্তেজনা। ( দ্ৰ. ভবনীপ্ৰসাদ সাহু, শরীর ঘিরে সংস্কার, পৃ. ১২৯) তোমাৰ আইতাই কয়, তোমাৰ এজন খুড়াক হেনো ভূতে ডিঙি মুচৰি মাৰি পেলাইছিল। আচলতে তোমাৰ এই খুড়াজনৰ মৃগী বেমাৰ আছিল। পুখুৰীৰ পাৰলৈ তেওঁ কিয় গৈছিল নাজানো, পিছে পাৰত থিয় হৈ থাকোতে নিশ্চয় মূৰ্ছা গৈ পুখুৰীৰ পাৰৰ বোকাত মুখ থেকেচা খাই পৰিছিল। এই ধৰণৰ ঘটনাবোৰক আমাৰ বহুতেই ব্যাখ্যা-বিশ্লেষণ নকৰি ভূতৰ কীৰ্তি বুলি প্ৰচাৰ কৰে আৰু নিজেও পতিয়ন যায়। এনেবোৰ ক্ষেত্ৰত আমাৰ সৰহভাগ উক্তি তথা ব্যাখ্যা পূৰ্বধাৰণাৰ দ্বাৰা প্ৰভাৱিত বা নিয়ন্ত্ৰিত।

সি যি কি নহওক, আমি এতিয়া পুনৰ মৃগী ৰোগীৰ প্ৰসংগলৈ ঘূৰি আহোঁক। তাহানি এই ৰোগটোক Sacred disease বোলা হৈছিল। আদিম বা প্ৰাচীন কালত এই ধৰণৰ ৰোগ মানুহৰ বাবে বেছ ৰহস্যময় আছিল আৰু সেই নিমিত্তে মানুহে ইয়াৰ কাৰণ অনুসন্ধান কৰিছিল অতিলৌকিক পৃথিৱীত। পিছে বিজ্ঞান-মনস্ক লোকে কাৰণানুসন্ধানৰ এই অবাস্তৱ পদ্ধতিক সমালোচনা নকৰাকৈ থাকে কেনেকৈ? সেই প্ৰাচীন কালতেই যুগান্তকাৰী গ্ৰীক চিকিৎসক হিপোক্ৰেটাছে লিখিছিল: 'It seems to me that the disease called sacred is no more divine than any other. It has a natural cause, just as other

diseases have. Men think it divine because they donot understand it.' (J. D. Bernal, Science in History, Vol : 1, P. 187) হিপোক্ৰেটীচ আধুনিক যুগৰ লেখক হোৱাহেঁতেন তেওঁ নিশ্চয় শেহৰ বাক্যটো bold type-ত দিবলৈ প্ৰেছৰ কম্পোজিটৰক বিশেষভাৱে নিৰ্দেশ দিলেহেঁতেন। কিয়নো, সেই প্ৰাচীন কালতে লিখা এই বাক্যটিৰ প্ৰয়োজন তথা তাৎপৰ্য্য আজিও শেষ হৈ যোৱা নাই। দৰাচলতে এই বাক্যটিত নিহিত হৈ আছে এক কালজয়ী সত্য : অতিলৌকিক উৎসৰ কল্পনা অজ্ঞতাৰ পৰিণতি।

দ্বিতীয় অধ্যায়ৰ আলোচনা প্ৰসংগত তোমাক জনাইছোঁ যে আদিম মানুহৰ অজ্ঞতা মূলতঃ দুবিধ : পাৰিপাৰ্শ্বিক জগত সম্পৰ্কে আৰু নিজৰ প্ৰকৃতি সম্পৰ্কে অজ্ঞতা। ঘাইকৈ দ্বিতীয়বিধ অজ্ঞতাৰ কাৰণে মানুহে অস্বাভাৱিক মানসিকতা আৰু আচৰণৰ নেপথ্যত ভূত-প্ৰেত-অপদেৱতাৰ অনিষ্টকৰ ভূমিকাৰ কথা কল্পনা কৰিছিল। এই আদিম কল্পনাৰ পৰা একবিংশ শতিকাৰ দুৱাৰ দলিত ভৰি দিও আমি নিজকে মুক্ত কৰিব পৰা নাই। প্ৰমাণৰ বাবে তুমি দূৰলৈ যাব নেলাগে, জোনাকীৰ কথা মনত পেলালেই হ'ল। তাহানি হিপোক্ৰেটাচে যি দৃষ্টিভংগীৰে 'Sacred disease'-ৰ অতিলৌকিক চৰিত্ৰ নাকচ কৰিছিল—তেনে দৃষ্টিভংগীৰ ব্যাপক প্ৰসাৰ আৰু প্ৰচাৰ হোৱাহেঁতেন তোমালোকৰ জোনাকীয়ে বেজৰ বিহলঙনিৰ কোব খাবলগীয়া নহ'লহেঁতেন!

আধুনিক কিছু মনস্তাত্ত্বিকে বিচাৰ-বিশ্লেষণ কৰি এই সিদ্ধান্তলৈ আহিছে যে 'ভূত-লগা' বা 'ভূতাৱিষ্ট' হোৱা একধৰণৰ মানসিক ৰোগ। তেওঁলোকৰ মতে কেৱল হিষ্টিৰিয়াই নহয়, ছিজোফ্ৰেনিয়া আৰু অন্যান্য মানসিক ৰোগৰ ক্ষেত্ৰতো মানুহ 'ভূতাৱিষ্ট' হ'ব পাৰে। (দ্ৰ. ধীৰেন্দ্ৰ নাথ গঙ্গোপাধ্যায়, পাতঞ্জল পৰিচিতি, ৩য় খণ্ড, পৃঃ ১০৮-১০৯) অৱশ্যে মন ক'লেও হ'ব যে অধিকাংশ ক্ষেত্ৰত হিষ্টিৰিয়াৰেই

ৰোগীকেই মানুহে 'ভূতাৱিষ্ট' বুলি ভাবে। এই হিষ্টিৰিয়া নো কি, এই বিষয়ে তোমাৰ নিশ্চয় জানিবলৈ মন গৈছে। গতিকে, থোৰতে তোমাৰ কৌতূহল-নিবাৰণৰ চেষ্টা কৰা যাওক। সুযোগ সুবিধা পালে ভৱিষ্যতে তোমালৈ এই বিষয়ে বহলাই লিখিম।

Hysteria শব্দটো আহিছে গ্ৰীক শব্দ 'hystera'-ৰ পৰা—যাৰ অৰ্থ হ'ল জৰায়ু। এসময়ত গ্ৰীক চিকিৎসক সকলে ভাবিছিল যে 'This disorder (hystera) was restricted to women and that it was caused by sexual difficulties, particularly by the wandering of a frustrated uterus to various parts of the body because of sexual desires and a yearning for children. (J. C. Coleman, Abnormal psychology and Modern Life, P. 235) বৰ্তমান অৱশ্যে চিকিৎসকসকলে এই প্ৰাচীন ব্যাখ্যাক নাকচ কৰিছে, যদিও কোনো কোনো ক্ষেত্ৰত এই ৰোগৰ লগত অৱদমিত যৌন-বাসনাৰ সম্পৰ্ক দেখা যায় আৰু আপেক্ষিকভাৱে মহিলাৰ মাজত এই ৰোগৰ ব্যাপকতা এতিয়াও তুলনামূলকভাৱে বেছি। হিষ্টিৰিয়া ৰোগৰ দ্বাৰা মহিলাসকল বেছিকৈ আক্ৰান্ত হোৱাৰ এটা ধাই কাৰণ পুৰুষ-প্ৰধান সমাজৰ সামাজিক-সাংস্কৃতিক অৱদমন তথা বৈষম্য। নাৰীৰ এইধৰণৰ মানসিক ৰোগৰ লগত পুৰুষ-প্ৰধান ব্যৱস্থাৰ সম্পৰ্ক কি ধৰণৰ সেই বিষয়ে তুমি তোমাৰ বান্ধৱী গাৰ্গীৰ সতে আলোচনা কৰিলে নিশ্চয় উপকৃত হ'বা। ( অৱশ্যে যদিহে তুমি তাইৰ hysterical generalisation-ৰোগৰ দ্বাৰা প্ৰভাৱিত বা বিৰক্ত নোহোৱা! )

আমি সাধাৰণতে ভাবো, মূৰ্চ্ছা গৈ কিৰাকিৰি বলকি থকাটোৱেই হিষ্টিৰিয়া। বাস্তৱিকতে হিষ্টিৰিয়াৰ প্ৰকাশ কিন্তু নানা প্ৰকাৰে হ'ব পাৰে। সাধাৰণতে আংশিক বা সম্পূৰ্ণভাৱে সংজ্ঞাহীন হৈ পৰাৰ ঘটনা বেছিকৈ ঘটে যদিও হিষ্টিৰিয়াগ্ৰস্ত ৰোগীৰ মাত-কথা বা শ্ৰৱণ-শক্তি কেতিয়াবা নোহোৱা হৈ যাব পাৰে অথবা হাত-ভৰি অৱশ

অৱশ হৈ পৰিব পাৰে। কোনো কোনো ক্ষেত্ৰত পুৰণি স্মৃতি কেতবোৰ অভাৱনীয়ভাৱে মনলৈ আহিব পাৰে। মনস্তত্ত্বৰ কিতাপত তুমি পাবা—কেনেকৈ প্ৰথম বিশ্বযুদ্ধৰ সংকটপূৰ্ণ অৱস্থাত বহুতো সৈন্য hysterical paralysis-ৰ দ্বাৰা আক্ৰান্ত হৈছিল। 'Here, conversion symptoms—such as being paralysed in the legs or unable to straighten one's back—enabled the soldier to avoid the combat situation without being labelled a 'coward' or being subjected to court-martial.' এই চিত্তাকৰ্ষক ব্যাখ্যাটো উদ্ধৃত কৰিছোঁ J. C. Coleman-ৰ পূৰ্বোক্ত গ্ৰন্থৰ ২৩৫ পৃষ্ঠাৰ পৰা। তোমাৰ গোবৰ্দ্ধন মামাৰ ছুহিতা জোনাকীও বাক hysterical paralysis-ৰ দ্বাৰা আক্ৰান্ত হৈছিল নেকি? যদি হৈছিল, তেন্তে অনুমান কৰিব পাৰি যে পৰীক্ষাৰ এমাহ আগতে সৌহাতখন অৱশ হোৱাৰ লগত বিশ্ববিদ্যালয়ৰ কৃতী ছাত্ৰী জোনাকীয়ে 'Combat situation'-ৰ পৰা পলোৱাৰ অৱচেতন আকাংক্ষা সম্পৰ্কিত। হিষ্টিৰিয়াগ্ৰস্ত ৰোগীৰ অস্বাভাৱিক কথা-বতৰা বা আচৰণ কিন্তু নিৰ্ভেজাল অভিনয় নহয়। অসুস্থতাৰ সময়ছোৱাত তেনে ৰোগীৰ কষ্টও হয় যথেষ্ট। আচলতে এইপ্ৰকাৰ ৰোগৰ উৎপত্তিৰ লৈতে অৱচেতন মনৰ কেতবোৰ মানসিক প্ৰক্ৰিয়া যুক্ত। মানুহে কেতিয়াবা অবাঞ্ছিত বা কষ্টকৰ কিছুমান পৰিস্থিতিৰ পৰা পলাব বিচাৰে, কেতিয়াবা পাহৰিব বিচাৰে অপ্ৰীতিকৰ কিছুমান স্মৃতি বা অভিজ্ঞতা; কোনো কোনো ক্ষেত্ৰত আকৌ অপূৰ্ণ আকাংক্ষাৰ তীব্ৰ তাড়নাত হেৰাই যায় মানুহৰ মানসিক ভাৰসাম্য। এইবোৰ ক্ষেত্ৰত মানুহৰ চিন্তা, কথা-বতৰা আৰু আচৰণত কেতিয়াবা অস্বাভাৱিকতাৰ প্ৰকাশ দেখা যায়। ওজাৰ্থি বা ভূতাৰ্থি লোকৰ বহুতৰ কথা আৰু কীৰ্তিসমূহৰ ব্যাখ্যা কৰোঁতে তুমি যদি হিষ্টিৰিয়া ৰোগৰ উৎস তথা বৈশিষ্ট্য সম্পৰ্কীয় এই কথাখিনি পাহৰি নোযোৱা তেন্তে দেখিবা যে দেৱতা বা অপদেৱতা নহয়, বিশেষ কেতবোৰ

অস্বাভাৱিক মনস্তাত্বিক প্ৰক্ৰিয়াহে সমগ্ৰ আতিলৌকিক ৰহস্যৰ স্ৰষ্টা। গাৰ্গীয়ে এই কথাষাৰ বুজাৰ কাৰণে জোনাকীয়ে বেজৰ বিহলঙনিৰ কোবৰ পৰা সেইবাৰলৈ ৰক্ষা পালে। পিছে তোমাৰ গোবৰ্দ্ধন মামাক বুজায় কোনে? ভূতাৱিষ্ট বা দেৱাৱিষ্ট লোকক হিষ্টিৰিয়া বা স্কিজোফ্ৰেনিয়াৰ দ্বাৰা আক্ৰান্ত বুলি ক'লে তেওঁ হয়তো তেকাহি মাৰি ক'ব: 'দুখনমান কিতাপ পঢ়ি মনস্তত্বৰ লেকচাৰ দিবলৈ শিকিছে! কিমান দেখিলো! বয়স হ'লে বুজিবি, হুঃ!'

পিছে তোমাৰ গোবৰ্দ্ধন মামাইঁতে যিয়েই নকওক, মনস্তত্বৰ কিতাপত কিন্তু 'ভূতাৱিষ্ট' আৰু 'দেৱাৱিষ্ট' ৰোগীৰ বেছ মজাৰ কেত-বোৰ কাহিনী পঢ়িবলৈ পোৱা যায়। পাভলভীয় মনোবিদ ধীৰেন্দ্ৰনাথ গঙ্গোপাধ্যায়ে তেওঁৰ 'পাভলভ পৰিচিতি' নামৰ কিতাপখনৰ তৃতীয় খণ্ডৰ ১১১-১১৪ পৃষ্ঠাত উল্লেখ কৰা এগৰাকী মহিলাৰ ৰোগ-বৃত্তান্তৰ কথা এই প্ৰসংগত তোমাক শুনাব পাৰোঁ। লক্ষণীয় যে হিষ্টিৰিয়াগ্ৰস্ত ৰোগিনীৰ গাত গোসাঁনী লম্ভিছে বুলি প্ৰথমে বিশ্বাস কৰা হৈছিল। পাছলৈ অৱশ্যে সেই বিশ্বাস সলনি হ'ল আৰু আৰাধ্য গোসাঁনীৰ ঠাই ললে দুষ্টা প্ৰেতিনীয়ে। মহিলা গৰাকীৰ ৰোগৰ নেপথ্যত থকা কাহিনীটো এনেধৰণৰ :

প্ৰায় আঠ মাহ অনন্ত মাজিৰ কোনো উপাৰ্জন নাই। স্ত্ৰী কুন্তী পাঁচটি সন্তানক লৈ তেওঁ এতিয়া শহুৰেকৰ সংসাৰত অবাঞ্চিত আলহী। এনে অপ্ৰীতিকৰ পৰিস্থিতিত অনন্ত মাজিয়ে ধৈণীয়েকক তেওঁৰ বাপেকৰ পৰা পাঁচ শ টকা ধাৰ হিচাপে বিচাৰিবলৈ ক'লে। কুন্তী ৰাজী নহ'ল—কাৰণ ইয়াৰ আগতে কেইবাবাৰো অনন্তই টকা লৈ বাপেকক ঘূৰাই দিয়া নাই। কুন্তীয়ে বাপেকৰ পৰা টকা নিবিচৰাৰ কাৰণে অনন্তই এদিন ৰাতি ধৈণীয়েকক বেছ দাবি-ধমকি দি দেশান্তৰী হ'ব বা আত্মহত্যা কৰিব বুলি ভয় দেখুৱালে। সেইদিনা ৰাতিৰেই কুন্তীৰ গাত কালী গোসাঁনী লম্ভিল। ৰাতিপুৱা কুন্তীক পোৱা গ'ল কালী মন্দিৰৰ দুৱাৰ দলিত, নিদ্ৰিত অৱস্থাত। ইয়াৰ

পাছৰে পৰা তেওঁৰ কথা-বতৰা আৰু আচৰণত অস্বাভাৱিকতা দেখা দিবলৈ ধৰিলে। স্বামী অনন্তক মহাদেৱ হৈ তেওঁৰ ভৰিৰ তলত শুবলৈ ক'লে আৰু বাপেকক ক'লে আঁঠুকাঢ়ি তেওঁৰ আগত সেৱা লবলৈ।

ঘৰলৈ যাবলৈ ইচ্ছা নকৰা কুন্তীৰ কাৰণে মন্দিৰৰ কাষতে অস্থায়ী বাসস্থান এটি তৈয়াৰ কৰা হ'ল। তেওঁৰ দৰ্শনাৰ্থীৰে মন্দিৰৰ প্ৰাংগন ভৰি পৰিল। কুন্তীৰ সন্মুখত পাখীৰ, ফল, সন্দেশ আদি স্তূপাকাৰে জমা হবলৈ ধৰিলে। ভয় আৰু ভক্তিত হাজাৰ-হাজাৰ লোকে কুন্তীৰ সন্মুখত আঁঠু ললে।

কুন্তীৰ এই আতিলৌকিক ৰূপান্তৰৰ সময়ত মন্দিৰৰ পূজাৰী কিন্তু উপস্থিত নাছিল। তিনিদিনৰ মূৰত তেওঁ আহিল আৰু তাৰ পাচতেই ঘটনাই গতি সলালে। খুব সম্ভৱ, তেওঁৰ কালী-মন্দিৰৰ প্ৰতিদ্বন্দ্বী আৰু এটা মন্দিৰ স্থাপনৰ সম্ভাৱনা দেখি পূজাৰী গৰাকীয়ে কুন্তীৰ বাপেকক স্পষ্টভাৱে ক'লে যে গোসানী নহয়, দুষ্ট প্ৰেতিনীৰ কবলত পৰিছে কুন্তী। লগে লগে আৰম্ভ হ'ল প্ৰেতিনী-বিতাড়নৰ অমানুষিক অভিযান। ঘৰলৈ আনি কুন্তীৰ ওপৰ নানা ধৰণৰ অত্যাচাৰ কৰা হ'ল। উদ্দেশ্য, অত্যাচাৰত অতীষ্ঠ হৈ প্ৰেতিনী পলাব। ইতিমধ্যে কুন্তীৰ ভায়েকে সকলো খবৰ পাই লগত কেইজনমান ছাত্ৰ আৰু এজন ডাক্তৰ লৈ ঘটনাস্থলীত উপস্থিত হৈ পীড়িতা কুন্তীক বেজ আৰু পূজাৰীৰ হাতৰ পৰা উদ্ধাৰ কৰি মনোবিদৰ চেম্বাৰলৈ আনিলে।

কুন্তীৰ বাৰু কি হৈছিল? হিষ্টিৰিয়াৰ আলোচনা প্ৰসংগত তোমাক জনাইছোঁ যে অবাঞ্ছিত সংকট-সমস্যাৰপৰা পৰিত্ৰাণ পোৱাৰ অবচেতন আগ্ৰহৰ দ্বাৰা চালিত হৈ মানুহ কেতিয়াবা হিষ্টিৰিয়াগ্ৰস্ত হৈ পৰে। সমস্যা-জৰ্জৰিতা কুন্তীও সেয়ে হৈছিল। একালে স্বামীৰ অন্যায় অনুৰোধ আৰু গভীৰ আৰ্থিক অনাটন, অন্যকালে মাজৰাতি 'দেশান্তৰী হম' বা 'আত্মহত্যা কৰিম' বুলি স্বামীয়ে দিয়া ভাবুকি—এনে অৱস্থাত মানসিক ভাৰসাম্য অটুট নথকাটো মুঠেও আচৰিত নহয়। মনোবিদ গঙ্গোপাধ্যায়-বৰ্ণিত ৰোগ-বৃত্তান্তৰ পৰা জনা যায় যে আন্তৰিকতা আৰু বিশ্বস্ততা কুন্তীৰ সেই

নিশা টোপনি অহা নাছিল আৰু গভীৰ ৰাতি লাহেকৈ দুৱাৰ খুলি তাই মন্দিৰৰ প্ৰাংগনলৈ গৈছিল সমস্যা সংকটৰ পৰা পৰিত্ৰাণ পোৱাৰ উপায় বিচাৰি। গোসাঁনীয়ে উপায় নিদিলেও কুন্তীৰ মনে উপায় বিচাৰি পাইছিল আৰু সেই উপায় আছিল সাময়িকভাৱে তেওঁক সমস্যামুক্ত কৰা হিষ্টিৰিয়া। অন্ধবিশ্বাসীসকলে এই হিষ্টিৰিয়াৰ মাজত পৰ্য্যায়ক্ৰমে আৱিষ্কাৰ কৰিছিল গোসাঁনীৰ ব্যক্তিগত উপস্থিতি আৰু প্ৰেতিনীৰ অবাঞ্চিত হস্তক্ষেপ!

এইবাৰ তোমাক আন এটি ৰোগৰ বৃত্তান্ত শুনাওঁ। এই বৃত্তান্তটি লৈছো মনস্তাত্বিক গিৰিন্দ্ৰ শেখৰ বসুৰ 'স্বপ্ন' নামৰ কিতাপখনৰ পৰা। (দ্ৰ. পৃ. ১০৯) এবাৰ এগৰাকী মহিলাৰ চিকিৎসা কৰিবলৈ গৈ বসু ডাঙৰীয়াই দেখিলে যে মূৰ্চ্ছা যোৱাৰ সময়ত মহিলা গৰাকীয়ে বহু দূৰৰ এখন গাৱঁৰ এগৰাকী মহিলাৰ কথা কয়—যি আত্মহত্যা কৰিছিল স্বামীৰ সৈতে কাজিয়া কৰি। পোষ্টেল গাইডৰ সহায়ত সেই গাৱঁৰ পোষ্টমাষ্টাৰৰ লগত যোগাযোগ কৰি জনা গ'ল যে কথাটো সম্পূৰ্ণভাৱে সঁচা। অথচ আচৰিত কথা যে এই ৰোগিনীৰ সৈতে সেই মহিলা গৰাকীৰ যোগাযোগ থকাৰ কোনো সম্ভাৱনাই নাই। স্বাভাৱিকতে সকলোৱে ভাবিলে—আত্মহত্যা কৰি মৃত্যুবৰণ কৰা মহিলা গৰাকীৰ প্ৰেতাত্মাই ৰোগিনীৰ গাত লম্ভিছে। ৰোগিনীৰ এজন ভূত-বিশ্বাসী আত্মীয়ই এদিন মনস্তাত্বিক বসুক ক'লে— 'আপুনি যদি ইয়াক হিষ্টিৰিয়া বোলে তেন্তে এই আচৰিত ঘটনাবোৰ কেনেকৈ ঘটিবলৈ পালে? অৰ্থাৎ, প্ৰেতাত্মা লম্ভিছে কাৰণেহে ৰোগিনীয়ে দূৰৰ গাৱঁত আত্মহত্যা কৰা অপৰিচিতা মহিলা গৰাকীৰ কথা ক'ব পাৰিছে!

মনস্তাত্বিক বসু ডাঙৰীয়াই অৱশ্যে বেছ কিছুদিন এই ৰহস্যৰ প্ৰকৃত কাৰণ উদ্‌ঘাটন কৰিব পৰা নাছিল। এদিন তেওঁ সময় কটাবলৈ সেই ৰোগিনীৰ ঘৰত থকা কিছু পুৰণি এখন 'বঙ্গবাসী'ৰ পাত লুটিয়াই আছিল। হঠাৎ বিশেষ এটা খবৰ তেওঁৰ চকুত

পৰিল : 'অমুক নামৰ এগৰাকী মহিলাই স্বামীৰ সতে কাজিয়া কৰি আত্মহত্যা কৰিলে।' গাৰ্হৰ নামটোও যোগিনী গৰাকীয়ে মূৰ্ছা যোৱাৰ সময়ত কোৱা নামটোৱেই।

ইয়াৰ পাছত সেই ভৌতিক ৰহস্যৰ যৱনিকা পৰিল। মনস্তাত্বিক গিৰিন্দ্ৰ শেখৰ বসুৰ ভাষাতেই এই হিষ্টিৰিয়া-নাটৰ শেষ দৃশ্যৰ বিৱৰণ শুনা : 'হিষ্টিৰিয়াগ্ৰস্ত যোগিনী কোনও না কোনও সময়ে ['বঙ্গবাসী'-ৰ] সেই সংবাদ পাঠ কৰিয়াছে, আৰ অজ্ঞাতসারে ঘটনাটি তাহাৰ মনে প্ৰভাব বিস্তাৰ কৰিয়াছে। ফিটেৰ সময় কল্পনায় সে নিৰোকে ঐ আত্ম-ঘাটিনীৰ দ্বাৰা অভিভূত মনে কৰে। ফিট ছাড়িয়া গেলে যোগিনীকে 'বঙ্গবাসী' খানি দেখাইলাম। তাহাৰ পৰ আৰ কখনও তাহাৰ ফিট হয় নাই।' (বসু, পৃঃ ১১০)

বসু ডাঙৰীয়াই লিখিছে যে আকস্মিকভাৱে তেওঁৰ হাতত সেই কাকতখন পৰা বাবেহে এই ভৌতিক ঘটনাৰ ব্যাখ্যা পোৱা গ'ল, 'নতুবা অন্য কোনও প্ৰকাৰে ঘটনাৰ সঠিক তথ্য নিৰ্ণীত হইত কি না সন্দেহ।' (পৃঃ ১১০) তোমাক বোধহয় নক'লেও হব যে আমাৰ চাৰিওকালে এনে বহু 'অলৌকিক' ঘটনা ঘটে যিবোৰৰ 'সঠিক তথ্য নিৰ্ণীত' নহয় পৰ্য্যাপ্ত তথ্যৰ অভাৱত বা বিজ্ঞান-মনস্ক মনোভাৱৰ অনুপস্থিতিত অথবা তেনেধৰণৰ অন্যান্য কেতবোৰ কাৰণবশতঃ। আজন্ম অন্ধবিশ্বাসৰ মাজত লালিত-পালিত আমাৰ বহুতেই এনেবোৰ ঘটনাক ব্যাখ্যাতীত—অৰ্থাৎ অলৌকিক বুলি বিবেচনা কৰে। কেতিয়াবা আকৌ এনে কিছুমান বিৰল আৰু জটিল ঘটনা ঘটিব পাৰে যিবোৰৰ পূৰ্ণাংগ ব্যাখ্যা বৈজ্ঞানিক গৱেষণাৰ বৰ্তমান স্তৰত সম্ভৱ নহবও পাৰে। এনেবোৰ ক্ষেত্ৰত অন্ধবিশ্বাসৰ সমৰ্থকসকলৰ উগ্ৰ প্ৰত্যাহ্বানৰ প্ৰত্যুত্তৰত গিৰিন্দ্ৰ শেখৰ বসুৰ যুক্তিকেই যুক্তিবাদী-সকলে ব্যৱহাৰ কৰিব পাৰে যুক্তিসংগতভাৱে : 'কোনও ঘটনাৰ সন্তোষজনক কাৰণ দিতে না পাৰিলেই যে তাহাকে অলৌকিক বলিয়া মানিতে কৰিতে হইবে এমন কোনও কথা নাই।' (পৃঃ ১১০)

# ৪. অন্ধবিশ্বাস ঃ সমাজতাত্ত্বিক প্ৰেক্ষাপট

ইলেকশ্যনে মানুহক কিমান মহৎ কৰি তোলে! সৰস আৰু সচেতন লোকে নিশ্চয় এইধৰণৰ মন্তব্য দিছিল তোমাৰ ভৰদ্বাজ ত্ৰিনিহীদেউৰ কাণ্ড-কাৰখানা দেখি। তোমালোকৰ দেওবৰীয়া 'আড্ডা'ৰ লঘু মুহূৰ্ততো এই বিষয়ে নিশ্চয় চৰ্চা নচলাকৈ থকা নাই। যোৱা ইলেকশ্যনত তেওঁ দলীয় নিৰ্দেশক্ৰমে নিৰ্দলীয় প্ৰাৰ্থী হিচাপে থিয় দিয়াৰ পাচত মেলে-মিটিঙে দিয়া ভাষণৰ কথাবোৰ তুমি নিশ্চয় পাহৰা নাই! বঙালী সমাজত তেওঁ উদ্ধৃতি দিছিল ৰবীন্দ্ৰনাথৰ পৰা; হিন্দীভাষী লোকক তেওঁ কৈছিল প্ৰেমচান্দৰ কথা; জনজাতীয় সমাবেশত তেওঁ হৈ পৰিছিল বিষ্ণুৰাভাৰ অকুণ্ঠ অনুৰাগী আৰু চাহ-বনুৱাৰ সমাজত তেওঁ আবিৰ্ভূত হৈছিল কাৰ্ল মাৰ্ক্সৰ যোগ্যতম উত্তৰসূৰী হিচাপে! এই প্ৰকাৰ মৌখিক মহত্ব আৰু বৈষয়িক জাল বিস্তাৰৰ কৌশল অৱলম্বন কৰিও তোমাৰ ত্ৰিনিহীদেউ কিন্তু আশ্বস্ত বা নিশ্চিন্ত হ'ব পৰা নাছিল। নিবাৰণ পণ্ডিতৰ হতুৱাই তেওঁ বেছ আড়ম্বৰপূৰ্ণভাৱে আয়োজন কৰিছিল নৱগ্ৰহ-পূজাৰ। পূজাৰ শেষত নিবাৰণ পণ্ডিতক ঘৰত থৈ আহিবলৈ যাওঁতে কামেশ্বৰ ড্ৰাইভাৰ পতিয়ন গ'ল পণ্ডিতৰ যুক্তিত: এবা, মালিক ভৰদ্বাজৰ সাফল্য-সমৃদ্ধিৰ লগত আকাশৰ গ্ৰহ-নক্ষত্ৰৰ সম্পৰ্ক নথকা নহয়! পাছদিনাৰ পৰা কামেশ্বৰে চিন্তা কৰিব ধৰিলে—তেওঁৰ ঘৰতো দুষ্ট-গ্ৰহৰ তুষ্টিৰ অৰ্থে এখন পূজাৰ আয়োজন কৰিব লাগে। তোমাৰ ত্ৰিনিহীদেৱে দিয়া ৭৭৫ টকাৰে তেওঁৰ সংসাৰ নচলে। কিজানি সুদিন আহেই!

তোমাৰ বোধকৰো মনত আছে, এই পত্ৰালোচনাৰ তৃতীয় অধ্যায়ৰ প্ৰস্তাৱনা অংশত লিখিছিলো যে প্ৰধানত:—biological existence বা জৈৱিক অস্তিত্ব বিপন্ন হ'লে বা হ'ব বুলি ভাবিলে

আদিম মানুহে ভয় খাইছিল বা উদ্বিগ্ন হৈ পৰিছিল। (এই ভয় আৰু উদ্বেগৰ সামাজিক ভিত্তি সম্পৰ্কে স্থানান্তৰত তোমাক কিছু আভাস দিবলৈ যত্ন কৰিছোঁ)। শ্ৰেণীসমাজৰ বিকাশৰ লগে লগে কিন্তু social existence বা সামাজিক অস্তিত্বৰ সমস্যা তথা নিৰাপত্তাইও বিশেষ গুৰুত্ব আৰু প্ৰাধান্য পাব ধৰিলে। কোৱা বাহুল্য যে অন্ন-বস্ত্ৰৰ দুশ্চিন্তাত অহৰহ ব্যস্ত থকা দুখীয়া মানুহ চামৰ চেতনাত কিন্তু social existence-ৰ সমস্যা তথা নিৰাপত্তাৰ কথাটোৱে বিশেষ গুৰুত্ব নাপালে; তেওঁলোক ব্যস্ত থাকিল খাইকৈ নিজৰ জৈৱিক অস্তিত্বক লৈয়েই। তোমাৰ ভিনিহীদেউৰ ড্ৰাইভাৰ গৱাকী ইয়াৰ এটি উৎকৃষ্ট উদাহৰণ। তোমাৰ ভৱঘাৰ ভিনিহীদেৱে নৱগ্ৰহৰ পূজা কৰিছিল খাইকৈ নিজৰ সামাজিক অস্তিত্বৰ স্বাৰ্থত, তেওঁৰ প্ৰভাৱ প্ৰতিপত্তি বঢ়োৱাৰ উদ্দেশ্যে। কিন্তু তেওঁৰ ড্ৰাইভাৰ গৱাকীয়ে সম্পূৰ্ণ বেলেগ উদ্দেশ্যে - নিজৰ আৰু পৰিয়ালৰ জৈৱিক অস্তিত্বৰ স্বাৰ্থত—গ্ৰহ পূজা কৰিব বিচাৰিছিল। অৰ্থাৎ আপাতদৃষ্টিত দুয়ো একেধৰণৰ অন্ধবিশ্বাসৰ ওপৰত আস্থা ৰাখিলেও তেওঁলোকৰ উদ্দেশ্যৰ মৰ্ম আছিল সুকীয়া। শ্ৰেণী সমাজত কেতিয়াবা অন্ধবিশ্বাসৰ উৎস-উদ্দেশ্যৰো শ্ৰেণী চৰিত্ৰ থাকে।

অন্ধবিশ্বাসৰ শ্ৰেণী-চৰিত্ৰৰ আৰু এটা উদাহৰণ দিওঁ। এবাৰ দিল্লী নে ব'ম্বেলৈ যোৱাৰ আগমুহূৰ্তত খৰখেদাকৈ ভাত খাওঁতে তোমাৰ প্ৰমীলা পেহীয়ে কাঁহীত ভাত এৰিবলৈ পাহৰিলে। লগে লগে তোমাৰ আইতাৰ বক্ৰোক্তি-বৰ্ষণ আৰম্ভ হৈ গ'ল—'অমংগলীয়া ছোৱালী', 'কুলক্ষী' ইত্যাদি। ৩. ক আলোচনাংশত reverse causality-ৰ আলোচনা প্ৰসংগত আমি এই অন্ধবিশ্বাসটোৰ বিষয়ে কিছু লিখিছোঁ। আমি দেখিছোঁ যে কাঁহীত অকণো ভাত নৰখাকৈ খোৱা অমংগলজনক— এই উদ্ভট ধাৰণাটোৰ নেপথ্যত আছে দাৰিদ্ৰ্য-ভীতি। যদি আমাৰ এই ব্যাখ্যা সত্য বা সন্তোষজনক হয় তেন্তে আমি আৰু এটা সিদ্ধান্তলৈ আহিব পাৰোঁ। সেইটো হ'ল, এই অন্ধবিশ্বাসটো সমাজৰ

এনে এটা স্তৰত আৰম্ভ হৈছিল যিটোৰ অৱস্থান আছিল দৰিদ্ৰ শ্ৰেণীৰ ওপৰত। কিয়নো, অলপ হলেও ওপৰত নাথাকিলে দাৰিদ্ৰ্যৰ পংকিলতাত নিমজ্জিত হোৱাৰ আতংকৰ সৃষ্টি হ'ব কেনেকৈ ? এই ধৰণৰ সমাজতাত্বিক দৃষ্টিভংগীৰে কেতবোৰ অন্ধবিশ্বাসৰ শ্ৰেণী-চৰিত্ৰ বিশ্লেষণ কৰা যায়।

সমাজবিজ্ঞানৰ অনুসন্ধিৎসু ছাত্ৰ হিচাপে তুমি হয়তো লক্ষ কৰিছা যে সুবিধাভোগী—বিশেষকৈ নব্য-সুবিধাভোগী গোষ্ঠীৰ—মনত থাকে একধৰণৰ সমৃদ্ধি-সচেতন সন্দেহপ্ৰৱণতা। আধুনিক শ্ৰেণী-সমাজে জন্ম দিয়া এই প্ৰকাৰ সন্দেহ প্ৰৱণতাই নানা ধৰণৰ অন্ধবিশ্বাসক প্ৰশ্ৰয় দিবলৈ উৰিগ্ন মানুহক উদগণি দিয়ে। Sohaila Kapur-এ পশ্চিম ভাৰতৰ শিক্ষিত সংখ্যালঘুৰ বিষয়ে লিখা কথাখিনিৰ তাৎপৰ্য্য এই প্ৰসংগত অনুধাবনযোগ্য :............ their new-found wealth and education keep this class for ever suspicious of the jealousy of their less fortunate relatives. In this context, the 'evil eye' phenamenon is feared the most. There is a constant fear that someone may cast a spell which will take away whatever they have gained.' ( Witchcraft in Western India, P.136 ) অৰ্থাৎ, সামাজিক অস্তিত্ব বিপন্ন হয় বুলি—ক্ৰোধ, ঈৰ্ষা, প্ৰতিযোগিতাৰে ভৰা শ্ৰেণী-সমাজত এচাম মানুহ 'বদনজৰ' সম্পৰ্কে সদাসচেতন আৰু সদা-সন্ত্ৰস্ত। আদিম শ্ৰেণীহীন সমাজত বাৰু তুমি এনে মানসিকতাৰ কথা ভাবিব পাৰা নে ?

ভালদৰে কঁহিয়াই চালে দেখিবা যে সামাজিক ভিত্তিৰ লগত বহুতো অন্ধবিশ্বাসৰ প্ৰত্যক্ষ বা পৰোক্ষ সম্পৰ্ক বিদ্যমান। কথাষাৰ পৰিষ্কাৰকৈ বুজাবলৈ ইতিমধ্যেই তোমাক দুটামান নমুনাৰ কথা কলোঁৱেই। লগতে আৰু এটা চিত্তাকৰ্ষক দৃষ্টান্ত তোমাক জনাই

খোৱাৰ লোভ সামৰিব নোৱাৰিলোঁ। আফ্ৰিকাৰ কাফ্ৰীসকলে দুৰাৰোগ্য অসুখত ভুগিলে ৰোগীৰ ওচৰলৈ এটি ছাগলী নি গাঁৱৰ সকলো পাপ সেই ছাগলীটোৰ আগত স্বীকাৰ কৰে। ৰোগীৰ শৰীৰৰ পৰা দুই-এটোপা তেজ সেই ছাগলীৰ গাত পৰিবলৈ দিয়া হয়। কাফ্ৰী-সকলৰ বিশ্বাস অনুযায়ী এইভাৱেই ৰোগ ছাগলীৰ শৰীৰলৈ স্থানান্তৰিত হয় ৰোগীৰ শৰীৰৰ পৰা। প্ৰাচীন ৰোমত কিন্তু মানুহে বেমাৰ-ব্যাধিৰ পৰা ৰক্ষা পাবলৈ আন এটি উপায় অৱলম্বন কৰিছিল। তেওঁলোকে নখ কাটি সেই নখত মম সানিছিল আৰু তাৰ পাছত বেলি উঠাৰ আগেই ওচৰ-চুবুৰীয়াৰ দুৱাৰত সেই নখ ওলোমাই দিছিল। এইভাৱেই তেওঁলোকে ওচৰ-চুবুৰীয়াৰ ঘৰলৈ নিজৰ অসুখ-বিসুখ স্থানান্তৰিত কৰিব বিচাৰিছিল। উদ্দেশ্য একে হলেও এই দুটা অন্ধবিশ্বাসৰ সামাজিক মৰ্ম বা Social Content কিন্তু ভিন্ন। সহজেই অনুমান কৰিব পাৰি যে কাফ্ৰীসকলৰ বিশ্বাসটো সমাজ-বিকাশৰ এনে এটা স্তৰত সৃষ্টি হৈছিল যেতিয়া সমূহীয়া স্বাৰ্থৰ প্ৰাধান্য আছিল সৰ্বাধিক। সেইবাবে তেওঁলোকে ৰোগীৰ ব্যক্তিগত পাপৰ বিপৰীতে গাঁৱৰ সমূহীয়া পাপ ছাগলীৰ আগত স্বীকাৰ কৰাৰ ওপৰতহে গুৰুত্ব দিছিল। অন্যহাতেদি, প্ৰাচীন ৰোমানসকলৰ অন্ধবিশ্বাসটো শ্ৰেণী-সমাজৰ সৃষ্টি বুলি ধাৰণা হয়। কিয়নো, নিজৰ ঘৰৰ অসুখ প্ৰতিবেশীৰ ঘৰলৈ গোপনে ঠেলি পঠিওৱাৰ চেষ্টাই ব্যক্তি-কেন্দ্ৰিক বা পৰিয়ালকেন্দ্ৰিক ধ্যান-ধাৰণাৰ উদ্ভৱৰ কথাকেই সূচায়।

অন্ধবিশ্বাসৰ সামাজিক ভূমিকা সম্পৰ্কে তোমাক বুজাবাৰ কথা জনোৱাটো উচিত হ'ব বুলি মনে ধৰে। বেণুধৰ ৰাজখোৱাই এঠাইত লিখিছে: 'Superstition is a contrivance which strikes awe into the heart and prompts a man to do something good, proper and desirable ; or prevents him from doing something evil, improper, undesirable. Superstition makes a man religiously disposed.

( Assamese Popular supertitions and Assamese Demonology, P.15) কথাখিনি আচলতে ৰাজখোৱা ডাঙৰীয়াৰ ৰক্ষণশীলতাৰেই প্ৰতিফলন। হলেও আমি এই কথা অস্বীকাৰ কৰা অনুচিত হব যে বিশেষ কিছু অন্ধবিশ্বাসে এসময়ত বেয়া কাম কৰাৰ পৰা মানুহক বিৰত ৰাখিছিল। যেনে, প্ৰতিহিংসাপৰায়ণ প্ৰেতাত্মাৰ ভয়ে এসময়ত নিশ্চয় হত্যাকাণ্ডৰ সংখ্যা কমাই ৰখাত সহায়ক হৈছিল। আজিও হয়তো কিছু লোকে এনে ভয়ৰ বশৱৰ্তী হৈ নিজৰ নিৰ্মম ক্ৰোধ নিয়ন্ত্ৰণ কৰে। এই সীমিত নৈতিক ভূমিকাৰ উপৰিও অন্ধবিশ্বাসৰ এটি মনস্তাত্বিক ভূমিকা আছে—যাৰ প্ৰভাৱ সমাজৰ ওপৰত পৰে। বিশেষ কিছুমান ক্ষেত্ৰত অন্ধবিশ্বাসে মানুহৰ উদ্বেগ-উৎকণ্ঠা হ্ৰাস কৰে, কিয়নো—'it provides at least the, subjective feeling of predictability and control, ( J. Gustav, The Psychology of Superstition, P.184 ) এই মনস্তাত্বিক দিশটো উপেক্ষণীয় নহলেও ইয়াৰ অজুহাতত অন্ধ-বিশ্বাসক পাকে-প্ৰকাৰে সমৰ্থন কৰাৰ কোনো অৰ্থ থাকিব নোৱাৰে।

অন্ধবিশ্বাসৰ সামাজিক ভূমিকাৰ বিষয়ে আটাইতকৈ গুৰুত্বপূৰ্ণ কথাটো পিছে তোমাক কোৱাই হোৱা নাই। অথচ এই অধ্যায়তে সেই সন্দৰ্ভত কিছু আলোচনা-বিলোচনা কৰাৰ প্ৰবল ইচ্ছা আছিল। এই গুৰুত্বপূৰ্ণ কথাটো হ'ল—যি প্ৰকাৰেই নহওক, আৰ্থ-ৰাজনৈতিক আৰু সামাজিক স্থিতাৱস্থাক ৰক্ষণাবেক্ষণ দিয়াত অন্ধবিশ্বাসে প্ৰচুৰ সহায় কৰে। অন্যাহাতেদি, স্থিতাৱস্থা যিমানেই স্থবিৰ হয়, অন্ধ-বিশ্বাসৰ ভিত্তিভূমিও সিমানেই সম্প্ৰসাৰিত হবলৈ বাধ্য। তোমাৰ ভৱখাজ তিনিহীলেৰ কামেৰৰ ড্ৰাইভাৰৰ কথাকেই ভাবাচোন। তেওঁ পতিয়ন নৈছে যে মালিকৰ সুখ-সমৃদ্ধি আৰু তেওঁৰ নিজৰ দুখ-দাৰিদ্ৰ্যৰ নেপথ্যত গ্ৰহ-নক্ষত্ৰৰ প্ৰভাৱ বিদ্যমান। অৰ্থাৎ, শ্ৰেণী-সমাজৰ বৈষম্য-বিভাজনৰ কাৰণ মাটিৰ পৃথিৱীত নিবিচাৰি তেওঁ, আকাশত আৰু অনুসন্ধান কৰিছে। তোমাক বোধকৰো এই কথা

কোৱাৰ প্ৰয়োজন নাই—যে এইধৰণৰ মনোভাৱৰ দ্বাৰা উপকৃত হয় সেইসকল মানুহ বিলাকৰ স্বাৰ্থ ওতঃপ্ৰোতভাৱে যুক্ত আৰ্থ-ৰাজনৈতিক আৰু সামাজিক স্থিতাৱস্থাৰ সংৰক্ষণৰ সৈতে। যথাস্থানত এইবিষয়ে আৰু কিছু কথা তোমাক জনোৱাৰ ইচ্ছা আছে।

## ৪:ক সমাজৰ দাপোণ হিচাপে অন্ধবিশ্বাস

সন্দেহ নাই শিৰোনামাটো কিঞ্চিৎ বিভ্ৰান্তিকৰ। কিয়নো, সকলো অন্ধবিশ্বাসক সঠিক অৰ্থত সমাজৰ দাপোণ বুলিব নোৱাৰি। কঁহিয়াই চালে তুমি দেখিবা যে কেতবোৰ অন্ধবিশ্বাস সচাচলতে মনৰহে দাপোণ। কেঁচাই বাতি নিউ-নিউ কৰাটো অমংগলৰ আগজাননী—এই পুৰণিকলীয়া অন্ধবিশ্বাসটোৱে সমাজতকৈ মানুহৰ মনটোক, মানুহৰ মৃত্যু-ভীতিক প্ৰতিফলিত কৰিছে বুলি ক'লে জানো সত্যৰ অধিক কাষ চপা নহ'ব? শিৰোনামাটো পঢ়ি তুমি অভিযোগ-আপত্তি কৰিব পাৰা বুলি আগতীয়াকৈ কথাখিনি তোমাক জনাই থলোঁ।

অৱশ্যে অন্ধবিশ্বাস যে সমাজ-বিচ্ছিন্ন কোনো বস্তু নহয় সেই কথা তুমি নিশ্চয় নিঃচৰ্তে স্বীকাৰ কৰিবা। বৰ্তমান অধ্যায়ৰ প্ৰস্তাৱনা-অংশৰ কথাখিনি পঢ়িয়েই তুমি এই সত্যৰ উমান পাইছা বুলি মনে ধৰে। সমাজবিজ্ঞানীৰ দৃষ্টিভংগীৰে বিচাৰ কৰিলে তোমাৰ চকুত নপৰাকৈ নাথাকে যে সামাজিক ভিত্তিৰ প্ৰতিফলন বিশেষ কেতবোৰ অন্ধবিশ্বাসত বিদ্যমান। অন্য কেতবোৰ অন্ধবিশ্বাসে আকৌ প্ৰচলিত ধ্যান-ধাৰণা তথা প্ৰমূল্যৰ কিছুমানৰ প্ৰতিফলন ঘটায় সুন্দৰভাৱে। কেতিয়াবা দেখা যায়, সমাজ-বিকাশৰ বিশেষ একোটা স্তৰৰ স্মৃতি লাগি থাকে পুৰণিকলীয়া উদ্ভট বিশ্বাস আৰু আচাৰ-অনুষ্ঠানত। কেইটামান দৃষ্টান্তৰ সহায়ত এই কথাখিনি আলোচনা কৰিলে তুমি বাৰু আমনি পাবা নেকি?

বেণুধৰ ৰাজখোৱাই তেওঁৰ Assamese Demonology-ৰ 'Supplementary Notes'-ত বেছ মজাৰ কথা এষাৰ লিখিছে: 'The spirits have wife and children like men. They have no hienarchy of castes among them.' ( Assamese Popular Superstition and Assamese Demonology, P.144 ) বাস্তৱত ভূত-প্ৰেতৰ কোনো সমাজ নাথাকিলেও অন্ধবিশ্বাসী মানুহৰ মনত কিন্তু তেনে এখন সমাজ আছে। যাক সাধাৰণতে সামাজিক ভিত্তি বোলা হয়—যেনে হিন্দু সমাজৰ জাত-ব্যৱস্থা—সেই ভিত্তিৰ আংশিক প্ৰতিফলন কেতিয়াবা এই কাল্পনিক পৃথিৱীখনত দেখা যায়। তোমাৰ মনত নিশ্চয় এইখিনিতে এটা প্ৰশ্নই উকি মাৰিছে: তেনেহলে ৰাজখোৱা ডাঙৰীয়াৰ লিখনিৰ পৰা দিয়া উদ্ধৃতিৰ দ্বিতীয় বাক্যটোৰ সত্যতা কিমান? পোনছাটেই তোমাৰ প্ৰশ্নটোৰ উত্তৰ নিদি তোমাক এটা অনুৰোধ কৰোঁ। তোমাৰ টেবুলৰ কাষঁৰে থকা 'হেমকোষ' খন আনি পাত লুটিয়াই 'ব্ৰহ্মদৈত্য' শব্দটোৰ অৰ্থ চোৱাচোন। কি পালা? 'দেৱতাৰ বস্তু চুৰ কৰা বামুণ মৰি হোৱা ভূত, প্ৰেত যোনী পোৱা ব্ৰাহ্মণ'। (পৃ.৭৫১) তাৰমানে, সহজ কথাত, মৃত্যুৰ পাছত আনকি পণ্ডিত ব্ৰাহ্মণেও 'ব্ৰহ্ম'ৰ লগত সম্পৰ্ক ত্যাগ নকৰে—তেওঁলোক সাধাৰণ দৈত্য নহয়, ব্ৰহ্মদৈত্য। যদি ভূত-প্ৰেতৰ কাল্পনিক সমাজত, ৰাজখোৱা ডাঙৰীয়াই কোৱাৰ দৰে, 'hienarchy of castes' নাথাকিলহেঁতেন তেন্তে পণ্ডিত ব্ৰাহ্মণসকলৰ কাৰণে ব্ৰহ্মদৈত্য নামৰ বিশেষ এটা দৈত্য-গোষ্ঠীৰ সৃষ্টি নহ'লহেঁতেন। জন্মসূত্ৰে যিসকল ব্ৰাহ্মণ নহয় তেওঁলোক মৰণোত্তৰ জীৱনত ব্ৰহ্মদৈত্যলৈ ৰূপান্তৰিত হোৱাৰ কোনো সম্ভাৱনাই নাই। এয়া জানো জাত-ব্যৱস্থাৰেই ভৌতিক প্ৰতিফলন নহয়?

বংগদেশৰ ৰেভাৰেণ্ড লালবিহাৰী দে-ই ১৮৭৪ চনত 'Govinda Samanta' নামৰ এখন ইংৰাজী কিতাপ লিখি যথেষ্ট সুনাম অৰ্জন কৰে। কবি টেনিচন আৰু জীৱবিজ্ঞানী চাৰ্লচ ডাৰউইনেও কিতাপখনৰ

প্ৰশংসা কৰিছিল অকুণ্ঠ চিত্তে। Govinda Samanta-ও যে ভাওৰীয়াই সেইকালৰ বঙালী সমাজৰ এখন চিত্ৰ আঁকিব বিচাৰিছিল— সংস্কাৰক আৰু সমালোচকৰ দৃষ্টিৰে। এই কিতাপখনত জন-সমাজত প্ৰচলিত ভূত বিষয়ক ধ্যান ধাৰণাৰ এক সুন্দৰ বিৱৰণ আছে। দশম অধ্যায়ত থকা এই বিৱৰণ পঢ়িলে তুমি বুজিবা যে অসমৰ দৰে বংগদেশতো 'ব্ৰহ্মদৈত্য' আছিল। Govinda Samanta-ৰ বঙলা অনুবাদৰ পৰা কিয়দংশ তোমাৰ জ্ঞাতাৰ্থে ইয়াত তুলি দিছোঁ: 'বাংলাৰ ভূত, অৰ্থাৎ বাঙালী পুৰুষ ও নাৰীৰ প্ৰেতাত্মাদেৰ মধ্যেও ৰীতিমত বৰ্ণাশ্ৰম ও জাতিভেদ প্ৰথা বিদ্যমান। ---- প্ৰথম বা শ্ৰেষ্ঠ শ্ৰেণীৰ ভূতৰা ব্ৰহ্মদৈত্য নামে পৰিচিত। মৃত ব্ৰাহ্মণদেৰ প্ৰেতাত্মাৰাই নাকি এই নাম ধৰে থাকে। [অৰ্থাৎ, কেৱল পণ্ডিত ব্ৰাহ্মণেই নহয়, বংগ দেশৰ সকলো ব্ৰাহ্মণেই ব্ৰহ্মদৈত্য হয়]...... অন্যান্য ভূতেৰ মত এৰা অখাদ্য ও অপবিত্ৰ জিনিষ খায়না, বা কাউকে ভয়ও দেখায় না। কিন্তু এদেৰ সন্মানে আঘাত লাগলে আৰ ৰক্ষা নেই, একেবাৰে ঘাড় মটকে ভেঙে দিবে।' (গোবিন্দ সামন্ত, পৃ.৬৩) যিবোৰ প্ৰেতাত্মা ব্ৰাহ্মণেতৰ জাতিৰ পৰা উদ্ভূত সিঁহতৰ স্বভাৱ কিন্তু সম্পূৰ্ণ বিপৰীত। সিঁহতৰ ৰঙ ক'লা আৰু দেহা উলংগ, বিচৰণৰ ঠাই লেতেৰা, লেতেৰাৰ প্ৰতি ভীত আৰু ৰাতি মানুহক সন্ত্ৰস্ত কৰাত অভ্যস্ত। অসমৰ বাকৰ দৰে এই ব্ৰাহ্মণেতৰ কানুৰ ভূতবোৰ মাছৰ প্ৰতি বিশেষভাৱে আসক্ত। অৰ্থাৎ নিৰামিষ আহাৰৰ প্ৰতি ইহঁত বীতশ্ৰদ্ধ। (পৃ.৬৬) ভাবি আচৰিত লাগে, ব্ৰাহ্মণ প্ৰচাৰিত জাতব্যৱস্থাৰ সংক্ৰমণ-শক্তি ইমানেই সুদূৰ প্ৰসাৰী আৰু অপ্ৰতিৰোধ্য যে আনকি ভূত-প্ৰেতৰ জগতখনো তাৰ প্ৰভাৱৰ পৰা ৰাচি নাপায়। (এই জাত-ব্যৱস্থাৰ সম্পৰ্কে যৌক্তিক সমৰ্থন আদায় কৰিবলৈ চেষ্টা কৰি অন্ধবিশ্বাসে কি ধৰণৰ সামাজিক ভূমিকা পালন কৰে তাৰ আভাস তোমাক দিবলৈ চেষ্টা কৰিম এই অধ্যায়ৰ পৰৱৰ্তী এটা অংশত।)

ভূত-প্ৰেত-অপদেৱতাৰ জন্ম অজ্ঞ মানুহৰ উৰ্বৰ কল্পনাৰ গৰ্ভত। স্বাভাৱিকতে—আৰু ক্ষেত্ৰবিশেষে হয়তো অজ্ঞাতসাৰেই—মানুহে নিজৰ কল্পনা-সৃষ্টি এই উদ্ভট প্ৰাণীবোৰৰ উদ্দেশ্য তথা আচৰণত কিছু মানুহ সুলভ বৈশিষ্ট্য আৰোপ কৰিছিল। আমি আলোচনা প্ৰসংগত দেখিছো যে আপচু নামৰ সহায়ত মানুহে অপশক্তিৰ দৃষ্টিৰ পৰা সন্তানক ৰক্ষা কৰিব বিচাৰে। এই অন্ধবিশ্বাসৰ আঁৰত গোপনে সক্ৰিয় থকা ধৰণাটো এই প্ৰকাৰ: কুৰুচি আৰু কু-কাৰ্য্যত ব্ৰতী থাকিলেও ভূত-প্ৰেত-অপদেৱতাবো ৰুচিবোধ আছে আৰু সেই গতিকে আপচু নামে সিহঁতক আকৰ্ষণ নকৰে। খুব সম্ভৱ এই ভিত্তিহীন ধাৰণাটোৰ জন্ম সমাজ-বিকাশৰ এনে এটা স্তৰত যেতিয়া মানুহ নামৰ অৰ্থ তথা সৌন্দৰ্য্য সম্পৰ্কে অলপ হলেও সচেতন হৈছিল। গাৰ্গীক যদি তুমি 'লেতেৰী' বুলি মাতা তাই জানো তোমাক জধে মধে গালিহণা নিদিব? হয়তো অনিৰ্দিষ্ট কালৰ বাবে 'কথা-বন্ধ'-ৰ ভাবুকিও দিব—যদিহে এনে ঘটনাৰ পুনৰাবৃত্তি ঘটে। ভূত-প্ৰেতৰ প্ৰতিক্ৰিয়া ইমান তীব্ৰ আৰু উগ্ৰ নহলেও বেয়া নামৰ প্ৰতি সিহঁতৰ অৱজ্ঞা-অনাদৰৰ কথা বিবিধ লোক-বিশ্বাসত সুন্দৰভাৱে প্ৰতিফলিত হোৱা দেখা যায়।

ভূত-প্ৰেত-অপদেৱতাৰ আগ্ৰহ-অনীহাই কোনো কোনো ক্ষেত্ৰত সমাজত প্ৰাধান্য পোৱা ধ্যান-ধাৰণা তথা প্ৰমূল্যক প্ৰতিফলিত কৰা দেখা যায়। লাল বিহাৰী দে-ই 'গোবিন্দ সামন্ত' গ্ৰন্থত ব্ৰহ্মদৈত্যৰ বিষয়ে লিখা কথাখিনি তুমি এই দৃষ্টিভংগীৰে পুনৰ পঢ়ি চাব পাৰা। এই প্ৰসংগত প্ৰফুল্ল দত্ত গোস্বামীৰ 'নাম আৰু উপাধি' শীৰ্ষক নিবন্ধত থকা কৌতূহলোদ্দীপক তথ্য এটি তোমাক জনাই থওঁ। তেওঁ লিখিছে: 'উজনি অসমত কেঁচুৱা ল'ৰাক ল'ৰাজনী বোলাৰ ব্যৱহাৰটোও সন্তানৰ মংগলৰ অৰ্থেই লোৱা হৈছে; জনীসূচক ছোৱালীৰ মূল্য কম—ভূত-প্ৰেত ছোৱালীৰ কাৰণে হাবিয়াসী নহয়। 'জাপানৰ জন-শ্ৰুতি আৰু অন্যান্য ৰচনা, পৃ. ৪২) প্ৰশ্ন হ'ল: ছোৱালীৰ প্ৰতি কিয় ভূত-

প্ৰেতৰ হাবিয়াস নাই? ভূতৰ এই অনীহাৰ বহল বুজিবলৈ হ'লে আমি নিজৰ বিষয়ে থোৰতে কিছু কথা ক'ব লাগিব।

তুমি বাৰু পৰিয়াল-পৰিকল্পনাৰ প্ৰচাৰসমূহ পঢ়া নে? কেতিয়াবা দেখিবা ৰেল-ষ্টেচনৰ দেৱালত ডাঙৰ ডাঙৰ আখৰেৰে লিখা আছে: 'ল'ৰাই হওক বা ছোৱালীয়েই হওক/দুটি সন্তানেই যথেষ্ট।' কিন্তু কিয় 'ল'ৰাই হওক বা ছোৱালীয়েই হওক' এই কথাষাৰ লিখিব লগা হ'ল—এই প্ৰশ্নটো তুমি নিজকে এবাৰ কৰি চোৱাচোন। আচলতে আমাৰ সমাজত বহুতো লোকে ল'ৰাৰ আশাত কেইবাজনী ছোৱালী হোৱাৰ পাছতো জন্ম-নিয়ন্ত্ৰণৰ কোনো ব্যৱস্থা নলয়। তোমাৰ ভনবাজ ভিনীহিদেৱেও তিনিটি কন্যা সন্তানৰ পাছত এটি ল'ৰা যেতিয়া হ'ল তেতিয়াহে তেওঁ চিকিৎসকৰ সহায়ত 'ঈশ্বৰৰ দান' প্ৰত্যাখ্যান কৰাৰ ব্যৱস্থা ল'লে। কন্যা সন্তানৰ প্ৰতি এই মনোভাৱৰ এটা ঘাই কাৰণ হ'ল পুৰুষ-প্ৰধান প্ৰমূল্যৰ প্ৰভাৱ। (তোমাৰ বান্ধৱী গাৰ্গীয়ে অৱশ্যে ক'ব, 'এটা ঘাই কাৰণ নহয়, একমাত্ৰ কাৰণ পুৰুষৰ অবিচাৰ আৰু অভিসন্ধি!') তোমাক বোধহয় নক'লেও হব যে ছোৱালীৰ প্ৰতি ভূত-প্ৰেতৰ যি অনীহা সি আচলতে আমাৰ সমাজত তাহানিৰে পৰা চলি অহা পুৰুষ-প্ৰধান প্ৰমূল্যৰেই প্ৰভাৱ। কেৱল মানুহৰ সমাজতেই নহয়, ভৌতিক সমাজতো ছোৱালী অনাদৃতা, অৱহেলিতা।

সাত-সাগৰ-তেৰ-নদীৰ সিপাৰে থকা ভূত-প্ৰেতৰ আগ্ৰহ-অনীহাৰ ওপৰতো সামাজিক ধ্যান-ধাৰণা তথা প্ৰমূল্যৰ এই প্ৰকাৰ প্ৰভাৱ লক্ষ্য কৰা যায়। পশ্চিমৰ সমাজত ল'ৰা আৰু ছোৱালীক দুটা ভিন্ন ৰঙৰ সাজ পিন্ধোৱাৰ পৰম্পৰা থকাৰ কথা জনা যায়—blue for boys and pink for girls। ল'ৰাৰ বাবে নীলা আৰু ছোৱালীৰ বাবে গোলাপী ৰঙ। R. Brasch-ৰ মতে ছোৱালীক গোলাপী ৰঙৰ সাজ পিন্ধোৱাৰ পৰম্পৰাটো পৰৱৰ্তী কালৰহে সংযোজন। একেবাৰে প্ৰথম অৱস্থাত ল'ৰাৰ ওপৰতহে সমস্ত গুৰুত্ব দিয়া হৈছিল আৰু নীলা ৰঙৰ সাজ পিন্ধাই ল'ৰাক অপশক্তিৰ হাতৰ পৰা ৰক্ষা

কৰিবলৈ যত্ন কৰা হৈছিল। বিশ্বাস কৰা হৈছিল যে 'heavenly sky'-ৰ মতে নীলা ৰঙৰ সম্পৰ্ক থকাৰ বাবে ভূত-প্ৰেতক এই ৰংটোৱে খেদি পঠাবলৈ সক্ষম। আনকি বৰ্তমান যুগতো মধ্য প্ৰাচ্যৰ আৰব-সকলে ভূত-প্ৰেতৰ পৰা ৰক্ষা পাবলৈ দুৱাৰত নীলা ৰঙ দিয়ে। সি যি কি নহওক, আমাৰ আলোচ্য প্ৰসংগত অৱশ্যে আন এটা কথাহে বিশেষভাৱে প্ৰণিধান যোগ্য। কথাটো হ'ল কেৱল ল'ৰাক নীলা ৰঙৰ কাপোৰ পিন্ধাই নিৰাপদে ৰখাৰ ব্যৱস্থাটোৰ কিয় সৃষ্টি হ'ল।' R. Brasch-ৰ ভাষাত: Girl babies were regarded as vastly inferior to boy babies and it was assumed that evil spirits would not be interested in them. That is why blue was reserved for them. (How Did It Begin? P. 22) উক্তনি অসমত যি কাৰণে ল'ৰাক 'ল'ৰাজনী' বোলা হৈছিল সেই একে কাৰণতে পশ্চিমতো ল'ৰাক নীলা সাজ পিন্ধোৱাৰ পৰম্পৰাৰ সৃষ্টি হৈছিল। তাৰ মানে, ভূত-প্ৰেতৰ সমাজত ল'ৰাৰ আদৰ বেছি আৰু সেই বাবে ল'ৰাৰ বাবে বিশেষ নিৰাপত্তাৰ ব্যৱস্থা। এই ভিত্তিহীন বিশ্বাস জানো সামাজিক ভাবাদৰ্শৰেই প্ৰতিফলন নহয়?

তোমাৰ বোধহয় মনত আছে যে 'মনস্তাত্ত্বিক উৎসৰ সন্ধান: মৃত্যু-ভীতি' শীৰ্ষক ৩.খ আলোচনাংশত মানুহে কিমান বিচিত্ৰ উপায়েৰে প্ৰেতাত্মাৰ পৰা ৰক্ষা পাবলৈ চেষ্টা কৰে তাৰ এটি নাতিদীৰ্ঘ বিৱৰণ দিছোঁ। তাত দিয়া এটি দৃষ্টান্তৰ ইয়াত পুনৰুল্লেখ কৰিছো, যোৰহতে: মৃতৰ প্ৰেতাত্মাই যাতে বাট চিনি পুনৰ উভতি আহি কাৰো অনিষ্ট কৰিব নোৱাৰে সেই উদ্দেশ্যে কোনো কোনো আদিবাসীয়ে কবৰ দিবলৈ অকোৱা-পকোৱা বাটেৰে মৰাশ নিয়ে। এই উদ্ভট আচৰণৰ নেপথ্যত বাৰু মানুহৰ আদিম অতীতৰ বাস্তৱ অভিজ্ঞতাৰ কিবা পৰোক্ষ প্ৰেৰণা আছে নেকি? খুব সম্ভৱ, এই আচৰণৰ মাজত নিহিত হৈ আছে সমাজ-বিকাশৰ [illegible] এটাৰ [illegible]

স্মৃতি। আমি জানো, চিকাৰজীৱী স্তৰত হিংস্ৰ জন্তু-জানোৱাৰৰ আক্ৰোশ আক্ৰমণ আছিল আদিম মানুহৰ দুশ্চিন্তা তথা আতংকৰ এটা মাই কাৰণ। বাস্তৱ অভিজ্ঞতাৰ পৰা তেওঁলোকে এই কথাও গম পাইছিল যে জন্তু-জানোৱাৰে খেদিলে পোন বাটেৰে পলোৱাতকৈ অকোৱা-পকোৱা বাটেৰে পলালে জীৱন-ৰক্ষাৰ সম্ভাৱনা অধিক। এই বাস্তৱ অভিজ্ঞতাৰ পৰাই তেওঁলোকে সম্ভৱ এই সিদ্ধান্তলৈ আহিছিল যে প্ৰেতাত্মাৰ আক্ৰোশ-আক্ৰমণৰ পৰা আত্মৰক্ষা কৰিবলৈ হ'লে পোন বাটেৰে যোৱাটো বুদ্ধিমানৰ কাম নহয়। আদিম মানুহৰ চেতনাত সম্ভৱতঃ ভূত-প্ৰেত-অপদেৱতা আৰু হিংস্ৰ জন্তু-জানোৱাৰ একাকাৰ হৈ পৰিছিল আৰু সেইবাবে যিবোৰ উপায়ৰ দ্বাৰা হিংস্ৰ জন্তু-জানোৱাৰক বিভ্ৰান্ত কৰিব বা খেদাব পাৰি সেই একেবোৰ উপায় তেওঁলোকে ভূত-প্ৰেত-অপদেৱতাৰ বিৰুদ্ধেও কেতিয়াবা অৱলম্বন কৰা দেখা যায়। মৰাশ অকোৱা-পকোৱা বাটেৰে নিলে অপায় অমংগলৰ ভয় নাথাকে—এই অন্ধবিশ্বাসটোৰ কৌশলগত চৰিত্ৰ বিচাৰ কৰিলে তুমি দেখিবা যে আমাৰ ব্যাখ্যা একেবাৰে ভিত্তিহীন নহয়। (অৱশ্যে তোমাক বোধহয় বহলাই কোৱাৰ দৰকাৰ নাই যে এই ব্যাখ্যাৰ ভিত্তি যুক্তি-নিৰ্ভৰ অনুমান হে। একেধৰণৰ অনুমানৰ ভিত্তিতেই অপশক্তি-বিতাড়নৰ পদ্ধতি বিষয়ক পৰৱৰ্তী ব্যাখ্যাও দাঙি ধৰা হৈছে। তুমি অধিক যুক্তিসংগত আৰু সন্তোষজনক ব্যাখ্যাৰও সন্ধান পোৱাটো সম্ভৱ।)

অৰণ্যচাৰী চিকাৰজীৱী মানুহে আত্মৰক্ষামূলক জীৱন-সংগ্ৰামৰ অভিজ্ঞতাৰ পৰা বাৰুকৈ বুজিছিল যে জন্তু-জানোৱাৰে আক্ৰমণকাৰী জুইক ভয় কৰে আৰু চিঞৰ-বাখৰ কৰিলে বা হাতত লাঠি লৈ কোবা মাৰিলে বহুতো জন্তু ভয়ত পলাই যায় বা আক্ৰমণ নকৰে। সমাজ-বিকাশৰ আদিম স্তৰৰ এই অভিজ্ঞতাবোৰে ভূত-প্ৰেত-অপদেৱতাৰ বিতাড়ন বিষয়ক কিছু অন্ধবিশ্বাসক প্ৰভাৱিত কৰিছিল বুলি ভবাৰ যথেষ্ট কাৰণ আছে। এখনেই তোমাক বুজাই কথা কওঁ। আদিম

মানুহে উপলব্ধি কৰিছিল যে কিবা ৰহস্যময় কাৰণে জুইক পৰাক্ৰমী আৰু হিংস্ৰ জন্তু-জানোৱাৰেও ভয় কৰে আৰু সেই গতিকে ৰাতি জুই জ্বলাই থলে হিংস্ৰ চতুষ্পদীৰ আক্ৰমণৰ সম্ভাৱনা আছিল কম। স্বাভাৱিকতে তেওঁলোকে জুইৰ এই নিৰাপত্তা প্ৰদানকাৰী শক্তিক ভূত-প্ৰেতাদিৰ অবাঞ্ছিত বিচৰণ বা আক্ৰমণৰ বিৰুদ্ধে ব্যৱহাৰ কৰিব বিচাৰিছিল। কিয়নো আদিম যুক্তি অনুযায়ী, জন্তু-জানোৱাৰৰ দৰে ভূত-প্ৰেত-অপদেৱতাও জুইৰ কায নাচাপে।

একমাত্ৰ নহলেও বহুলাংশে এই কাৰণেই মৃত্যু আৰু জন্মৰ সময়ত জুইৰ ব্যৱহাৰ তুমি বিভিন্ন লোকাচাৰত দেখা পাবা। তোমাৰ দেউতাৰ মৃত্যুৰ দিনা তুমি বোধহয় লক্ষ্য কৰিছিলা যে শ-সংকাৰ কৰা লোকসকল উভতি আহি এটুকুৰা শিলৰ ওপৰত ভৰি থৈ জুইত হাত সেকিহে ঘৰৰ ভিতৰত সোমাইছিল। এয়া আচলতে অসমীয়া সমাজত—মানে হিন্দু অসমীয়া সমাজত—প্ৰচলিত এটি লোকাচাৰ। (দ্ৰ. বিৰিঞ্চি কুমাৰ বৰুৱা, অসমৰ লোক-সংস্কৃতি, পৃঃ ১৫) একেখন কিতাপত তুমি আৰু এটি তথ্য পাবা: সন্তান-জন্মৰ পাছত মাকৰ ওচৰত একেৰাহে জুই জ্বলাই থোৱা হয়; 'ইয়াৰ উদ্দেশ্য ভূতক ভয় খুৱাই খেদোৱা।' (পৃঃ ১২) জুই দেখি জীৱন-বিনাশী শক্তিবোৰ পলায়—এই ধাৰণাৰ এটি ঘাই উৎস ওপৰত উল্লেখ কৰা চিকাৰজীৱী সমাজৰ অভিজ্ঞতা বুলি ক'লে জানো অত্যুক্তি কৰা হ'ব? তোমাক বোধহয় বহলাই কোৱাৰ সকাম নাই যে জনজাতীয় সমাজৰ বহুতো আচাৰ-অনুষ্ঠানত এই প্ৰকাৰ বিশ্বাসৰ প্ৰভাৱ স্বাভাৱিকতে পৰিষ্কাৰভাৱে বিদ্যমান। কিতাপৰ পাত লুটিয়ালে তুমি দেখাৰ নমুনা বিচাৰি পাবা। আমাৰ অৰুণাচলৰ এটি জনগোষ্ঠীয়ে মৃতকৰ কবৰৰ ওচৰত কেইবাদিনো জুই জ্বলাই থয়। তেওঁলোকৰ বিশ্বাস অনুযায়ী জুই জ্বলাই থলে কবৰৰ ওচৰলৈ অপকাৰী অপশক্তি আহিব নোৱাৰে। কেৱল সেয়ে নহয়, অপশক্তি দূৰ কৰিবলৈ ব্যক্তি

ঘৰৰ লোকসকল কবৰৰ কাষলৈ আহি কাঁড়ও মাৰে। ( দ্ৰ. Resarun: '76, P.41 )

পশ্চিমৰ সমাজতো তুমি বিচাৰিলে এই প্ৰকাৰ উদ্ভট ধাৰণাৰ সন্ধান পাবা। 'Candles are burned by the dead to protect them from evil spirits and for much the same reason they are lit at a birth or a marriage, and on other ceremonial occasions.' ( Superstition of Death and the supernatural, P. 35 ) এইখিনিতে তোমাক জনাই থওঁ যে আমি সঘনে ব্যৱহাৰ কৰা 'funeral' শব্দটো আহিছে লেটিন শব্দ 'funs'-ৰ পৰা – যাৰ অৰ্থ হ'ল 'torch' বা জোৰ। এই 'torch'-ৰ লগত ভূত-প্ৰেতাদিৰ বিতাড়নৰ সম্পৰ্ক নথকা নহয়, ( যদিও জোৰৰ পোহৰে আত্মাক বাট দেখুৱায় বুলি এসময়ত বিশ্বাস কৰা হৈছিল )। মৃতদেহৰ ওচৰত জোৰ, মম ইত্যাদি জ্বলাই কিয় পোহৰৰ ব্যৱস্থা কৰা হৈছিল তাৰ সন্তোষজনক ব্যাখ্যা এটি দাঙি ধৰি জনৈক লেখকে লিখিছে: 'Above all, they were a relic from the days when fires were lit around the dead to frighten away supernatural evil being anxious to reanimate the corpse and take possesion of it. Their domain was darkness and they were afraid of it.' ( R. Brarch, How Did It Begin ?, P. 60 ) বৰ্তমান প্ৰসংগত জুইৰ অপশক্তি-বিৰোধী ভূমিকাৰ বিষয়ে আৰু বহলাই কিবা লিখাৰ আনো প্ৰয়োজন আছে ?

তোমাক ইতিমধ্যে জনাইছো যে আদিম কালৰ চিকাৰজীৱী লোকে নিজৰ অভিজ্ঞতাৰ পৰা গম পাইছিল যে কলাহুল কৰিলে বা হাতত লাঠি, জোং আদি লৈ খেদা মাৰিলে বহুতো জন্তু আতৰ হয়। এই অভিজ্ঞতালব্ধ জ্ঞান চিকাৰজীৱী লোকসকলে হাবিৰ ভূত-খেদোৱাৰ ক্ষেত্ৰত প্ৰয়োগ কৰিছিল। অৰ্থাৎ কোলাহল সৃষ্টি

কৰি ভয় দেখুৱাই তেওঁলোকে সুবিধাজনক ঠাইলৈ পৰিকল্পিতভাৱে জন্তুবোৰ খেদি পঠাইছিল। বড়ো-কছাৰীসকলে টোকোনেৰে মাটিত কোবাই আৰু সঘনে চিঞৰি কেনেকৈ চিকাৰ জালত পেলায় তাৰ সবিশেষ বিৱৰণ তুমি পাবা ভবেন নাৰ্জীৰ 'বড়ো-কছাৰীৰ সমাজ আৰু সংস্কৃতি' নামৰ গ্ৰন্থত। ( পৃঃ ১২৯ ) বিচাৰিলে অন্য কিতাপতো তুমি নিশ্চয় কেতবোৰ দৃষ্টান্ত পাবা। স্বভাৱজাত এলাহৰ বাবে সেই দায়িত্ব তোমাকেই দিলোঁ।

ভয়াবহ বা অবাধ্য জন্তুক কিছু নিয়ন্ত্ৰণলৈ আনিবলৈ সক্ষম এইধৰণৰ পদ্ধতিৰে আদিম মানুহে যে কাল্পনিক ভূত-প্ৰেত-অপদেৱতাকো খেদাবলৈ যত্ন কৰিব তাত আচৰিত হ'বলগীয়া একো নাই। কিয়নো, হিংস্ৰ জন্তু-জানোৱাৰ আৰু অনিষ্টকৰ অপশক্তি—বিপদ-বিপৰ্য্যয়ৰ এই দুটা উৎস আদিম চেতনাত সান-মিহলি হৈ পৰিছিল। দুটামান উদাহৰণ দিলে অপশক্তি-বিতাড়নৰ পদ্ধতিৰ লগত ৰাইকৈ চিকাৰজীৱী লোকৰ অভিজ্ঞতা তথা পদ্ধতিৰ সামঞ্জস্য তুমি নিজেই বিচাৰি পাবা।

ইতিমধ্যে কেইবাবাৰো উল্লেখ কৰা বেণুধৰ ৰাজখোৱাৰ অন্ধবিশ্বাস বিষয়ক কিতাপখনত বহু মজাৰ লোকবিশ্বাস এটাৰ কথা আছে: ভূমিকম্প আহিলে ঢেকি বা টোকোনেৰে মাটিত কোবাব লাগে; মানুহৰ বিশ্বাস, যিটো দৈত্যৰ ভৰত পৃথিৱীৰ কঁপনি উঠে সেই দৈত্যটো শব্দে শব্দ শুনি পলাব। ( P. 51 ) অসমৰ ৰাভা জনগোষ্ঠীৰ মাজৰ 'ছাৱাল-খেলা' নামৰ এটা কৌতূহলোদ্দীপক অনুষ্ঠানৰ প্ৰচলন আছে। এই অনুষ্ঠানত গাৱঁৰ পৰা অপশক্তিৰ বিতাড়নৰ উদ্দেশ্যে প্ৰতিটো ঘৰৰ দেৱালত শব্দ কৰি গাৱঁৰ ডেকাসকলে ভূত-প্ৰেতাদিক খেদাই নি 'কেঁচাই-খাটি'ৰ আগত বলি দিয়াৰ ব্যৱস্থা কৰে। ( Tribes of Assam, Part-I, P. 130 ) বৰ্ষাৰ কোনো কোনো গাওঁতো কেঁকিয়াৰা কোলাহলৰ সৃষ্টি কৰি গাৱঁৰ মংগল কামনা কৰা হয়। এইবোৰ গাওঁৰ কলেৰা বোগ দেখা দিলে বুঢ়া আৰু শিশুসকলে তিনি ৰাতি একেবাৰে জলমুৰ কৰে—যাতে কলেৰাদৈত্য গাওঁ এৰি

যাবলৈ বাধ্য হয়। এই সময়ছোৱাত গাঁৱৰ ভেকাচামে লাঠি আদি লৈ ঘৰৰ চালৰ ওপৰত উঠি থাকে নিশ্চুপে—যেন চিঞৰ-বাখৰ কৰি পৰিকল্পিতভাৱে খেদি অনা চিকাৰ ধৰিবলৈহে তেওঁলোক বৈ আছে। কক দ্বীপত আকৌ কিবা দুৰ্ঘটনা ঘটিলে মানুহে হুলস্থুল কৰি লাঠি ঘূৰাই দুৰ্ঘটনাৰ ঠাইৰ পৰা সমুদ্ৰপাৰলৈ যায়। উদ্দেশ্য—দুৰ্ঘটনাৰ নেপথ্যত থকা অপশক্তিক সমুদ্ৰলৈ খেদি পঠোৱা। (জংঘলৰ আশে পাশে থকা গাওঁত হিংস্ৰ জন্তু ওলালে আজিও বোধহয় পশ্চাদপদ অঞ্চলৰ লোকে এইধৰণৰ শব্দ আৰু অস্ত্ৰৰ সহায়ত জন্তুটোক পুনৰ হাবিলৈ খেদি পঠিয়ায়। এনে পদ্ধতি চিকাৰ ধৰাৰ ক্ষেত্ৰতো নিশ্চয় বেছ কাৰ্য্যকৰী।)

মুহূৰ্তৰ বাবে তুমি যদি কল্পনা কৰি লোৱা যে মানুহে খেদিব বিচৰা এই ভূত-প্ৰেত অপদেৱতাবোৰ কিছুমান হিংস্ৰ জন্তু, তেন্তে আমাৰ প্ৰতিপাদ্য বিষয়টো তোমাৰ বাবে বোধহয় অধিক পৰিষ্কাৰ হ'ব। জন্তুক খেদাৰ দৰে চিঞৰ-বাখৰ কৰি বা হাতত লাঠি, জোং আদি লৈ বিবিধ অপশক্তিকো খেদিব পাৰি—এই উদ্ভট ধাৰণাই জানো মাইকৈ চিকাৰজীৱী মানুহৰ জীৱন-সংগ্ৰামৰ অভিজ্ঞতাকেই প্ৰতিফলিত নকৰে? অজ্ঞ আদিম মানুহে যি এখন অহিতকৰ অপশক্তিৰে ভৰা পৃথিৱীৰ কল্পনা কৰিছিল তাৰ পৰা ৰক্ষা পোৱাৰ কেতবোৰ উদ্ভট উপায় তেওঁলোকে নিজেই সৃষ্টি কৰি লৈছিল। কোনো কোনো ক্ষেত্ৰত এই উপায়বোৰৰ ভিত্তি আছিল আদিম মানুহৰ জীৱন সংগ্ৰামৰ বাস্তৱ অভিজ্ঞতা। ওপৰত উল্লেখ কৰা দৃষ্টান্ত কেইটাত তুমি এইবিধ অভিজ্ঞতা-উদ্ভূত কাল্পনিক পদ্ধতিৰ সন্ধান পাবা। আজিও বহুতো সমাজত প্ৰচলিত থকা এনে উদ্ভট উপায়বোৰ বিচাৰ-বিশ্লেষণ কৰিলে তুমি সমাজ-বিকাশৰ অতিক্ৰান্ত স্তৰ এটাৰ প্ৰভাৱ বিচাৰি পোৱাটো নিতান্তই স্বাভাৱিক।

ভাবিছিলো, 'অন্ধবিশ্বাস: সমাজৰ দৰ্পণ'-শীৰ্ষক আলোচনাটোৰ ভূমিকা [illegible] [illegible] বাক্যটো লিখাৰ

লগে লগে। পিছে ভৰা মতে জানো সকলো কাম হয়? বৰুণ চক্ৰৱৰ্তীৰ 'লোক-বিশ্বাস ও লোক সংস্কাৰ' শীৰ্ষক কিতাপখনৰ পাত অন্য-মনস্কভাৱে এনেই লুটিয়াই থাকোতে হঠাতে এটা মজাৰ লোক-বিশ্বাসত চকু পৰিল: 'আখের খেতে পোকা লাগলে একটি কাগজে তিনজন সুদখোরের নাম লিখে আখের চাবায় বেঁধে দিতে হয়।' (পৃঃ ৯০) পোকৰ সতে টকা ধাৰে দিয়া মহাজনৰ নামৰ ৰহস্যময় সংযোগ কল্পনা কৰা এই লোক-বিশ্বাসটোক তুমি অন্ধবিশ্বাস বুলি নোৱাৰা। যদি কোনোবাই প্ৰমাণ চাব বিচাৰে তেন্তে তোমাৰ গোৱৰ্দ্ধন মামাৰ কুঁহিয়াৰ খেতিৰ দক্ষিণকালে পোকে-খোৱা কুঁহিয়াৰৰ পুলিত মদন সাহা, অৰ্জ্জুন জালান আৰু তোমাৰ ধৰ্ম-ভীৰু ভৰদ্বাজ তিনীহিদেউৰ নাম এখন কাগজত লিখি ভালকৈ বান্ধি দিব ক'বা!

মহাজনৰ নামৰ লগত পোক খেদোৱাৰ আগ্ৰহক সম্পৰ্কিত কৰা অন্ধ-বিশ্বাস আমাৰ বড়ো-কছাৰী সমাজতো পোৱা যায়। 'বড়ো-কছাৰীৰ সমাজ আৰু সংস্কৃতি'-ত ভবেন নাৰ্জীয়ে লিখা কথাখিনি ইয়াত হুবহু তুলি দিছোঁ: পশুৰ গাত ঘা হৈ পোক লাগিলে সুতখোৱা পাঁচজন মুছলমানৰ নাম এখন কাগজত লিখি বাঁহৰ চুঙাত ভৰাই পশুৰ গলত পিন্ধাই দিয়ে। তেতিয়া হেনো ঘাৰ পৰা পোক গুচে আৰু ঘা ভাল হয়।' (পৃঃ ২৩৭) এই অন্ধবিশ্বাসটোত মুছলমান মহাজনে কিয় বিশেষ গুৰুত্ব পালে সি অৱশ্যে অনুসন্ধেয় বিষয়। খুব সম্ভৱ যি অঞ্চলত এই লোক-বিশ্বাসটোৰ জন্ম তাত মুছলমান মহাজনৰ প্ৰাধান্য-প্ৰতিপত্তি আছিল বেছি।

সি যি কি নহওক, এই চিত্তাকৰ্ষক অন্ধবিশ্বাসটোৰ পৰা দুটা গুৰুত্বপূৰ্ণ সামাজিক সত্যৰ সন্ধান পোৱা যায় এক—এই অন্ধবিশ্বাসটোৰ উদ্ভৱ হৈছিল সমাজ-বিকাশৰ এনে এটা স্তৰত যেতিয়া মহাজনী কাৰবাৰ বেছ ব্যাপক হৈ পৰিছিল, দুই—এই অন্ধবিশ্বাসটোৰ সৃষ্টি হৈছিল সমাজৰ দাৰিদ্ৰপীড়িত স্তৰত। তাৰমানে শ্ৰেণী সমাজৰ বৈষম্য-বিভাজনে স্পষ্ট ৰূপ ধাৰণ কৰাৰ পাছতহে মহাজনৰ নামৰ

সহায়ত পোক-বিতাড়ন কৰিব পাৰি বুলি মানুহৰ মনত এক উদ্ভট ধাৰণাৰ সৃষ্টি হৈছিল। তুমি অৱশ্যে এইখিনিতে তাৎপৰ্য্যপূৰ্ণ প্ৰশ্ন এটি উত্থাপন কৰিব পাৰা: এই লোক-বিশ্বাসটোৱে মহাজনৰ প্ৰতি লোক-সমাজৰ মনোভাৱ সম্পৰ্কে কিবা আভাস দিয়েনে? প্ৰশ্নটোৰ প্ৰাসংগিক প্ৰয়োজনীয়তা অনস্বীকাৰ্য্য যদিও একেবাৰে এই বিষয়ে কিবা কোৱাটো সম্ভৱ নহয়। তুমি এই লোক-বিশ্বাসটোৰ এটা ব্যাখ্যা এই প্ৰকাৰে দিব পাৰা: যিহেতু মহাজনৰ প্ৰভাৱ-প্ৰতিপত্তি তৰ্কাতীত আৰু বিপদ বিপৰ্য্যয়ৰ সময়ত তেওঁলোকৰপৰা সুধীয়া বাইজে ধন-বিত্ত আনিব পাৰে সেইহেতু লোক-চেতনাত প্ৰতিপত্তি আৰু নিৰাপত্তাৰ সতে মহাজনৰ নাম হয়তো একাকাৰ হৈ পৰিছিল। ইয়াৰ ফল স্বৰূপে তেওঁলোকে হয়তো ভাবিছিল যে পোকৰ পৰা যি বিপদ আহিব পাৰে তাৰ প্ৰতিকাৰ কৰিব পাৰি প্ৰতিপত্তিশালী আৰু নিৰাপত্তা-প্ৰদানকাৰী মহাজনৰ নামৰ সহায়ত।

পিছে বিপৰীত দৃষ্টিভংগীৰেও আলোচ্য লোক-বিশ্বাসটো ব্যাখ্যা কৰিব পাৰা আৰু শ্ৰেণী-সমাজৰ বাস্তৱ জীৱনাভিজ্ঞতাৰ পৰিপ্ৰেক্ষিতত এই দ্বিতীয় ব্যাখ্যাটো অধিক যুক্তিগ্ৰাহ্য বুলি ভবাৰ যথেষ্ট থল আছে বুলি মনে ধৰে। তোমাক কৈছোৱেই যে মহাজনৰ নামে বিশেষ প্ৰাধান্য পোৱা এই অন্ধবিশ্বাসটোৰ পীড়িত শ্ৰেণীৰ সৃষ্টি। বাস্তৱ জীৱনৰ তিক্ত আৰু ৰূঢ় অভিজ্ঞতাৰ পৰা এই শ্ৰেণীটোৱে ভালদৰে অনুভৱ কৰিছিল—আৰু তোমাৰ ভৰবাজ ভিনীছিয়েটইৰ কৃপাত এতিয়াও নিশ্চয় অনুভৱ কৰে—যে এই মহাজন শ্ৰেণীটোৰ হৃদয়-মন বা নীতিবোধ বুলি কোনো বস্তু নাই। এই সৰ্বগ্ৰাসী নিষ্ঠুৰতাৰ বাবে লোক-সমাজত নিশ্চয় মহাজনৰ প্ৰতি একধৰণৰ ভয় আৰু ঘৃণা বিদ্যমান। এই ভয় আৰু ঘৃণাৰ প্ৰতিফলন প্ৰবাদ-সাহিত্যতো দেখা যায়: 'বেজ বানিয়া বোড়া, তিনে নষ্টৰ গোড়া।' (দ্ৰঃ উইলিয়াম মাৰ্টিন, দৃষ্টান্ত বাক্য সংগ্ৰহ; পৃঃ ১০৬) অৰ্থাৎ চিকিৎ, 'বানিয়া আৰু 'বোড়া' সাপ সকলো অনৰ্থৰ মূল। কোনো বাক্যত যে

এই বনিয়াসকলৰ সৰহ সংখ্যক সুতখোৰা মহাজনো। তুমি সহজেই অনুমান কৰিব পাৰা যে এটা সময়ত মানুহে ভাবিছিল যে 'নষ্টৰ গোড়া' এই ঘৃণনীয় আক- ত্ৰাস-সঞ্চাৰকাৰী নিষ্ঠুৰ মহাজনৰ নামৰ সংস্পৰ্শলৈ আহি কুঁহিয়াৰ গছত বা জন্তুৰ ঘাত লাগি থকা পোক-বোৰে সভয়ে আপোনা-আপুনি অধিকৃত স্থান ত্যাগ কৰিব। যদি এই ব্যাখ্যাটোত কিছু হলেও সত্যতা আছে তেন্তে তুমি স্বীকাৰ কৰিবই লাগিব যে উল্লেখিত অন্ধবিশ্বাসটোৰ নেপথ্যত—হয়তো অজ্ঞাততেই তীব্ৰ শ্ৰেণীঘৃণা বিদ্যমান।

শেষোক্ত বাক্যটো শুনিলে তোমাৰ ভৰদ্বাজ ভিনীহিদেউৰ বক্ৰাগ্ৰ নাসিকা কিঞ্চিৎ কুঞ্চিত হোৱাৰ পূৰ্ণ সম্ভাৱনা আছে। কিয়নো নানা তৰহৰ বৃহৎ ব্যৱসায়ত প্ৰকাশ্যে লিপ্ত থাকিলেও টকা ধাৰে দিয়া পুৰণি কাৰবাৰটোৰ লগত এতিয়াও তেওঁৰ গোপন সম্পৰ্ক অব্যাহত ৰাখিছে। অন্যহাতেদি তোমাৰ ভিনীহিদেউৰ কামেশ্বৰ ভাইভাবে কিন্তু এই ব্যাখ্যাটোৰ মাজত বিচাৰি পাব বাস্তৱানুগ চিন্তা। কাৰণ প্ৰায় কুৰি বছৰ আগতে তেওঁৰ দেউতাকে গাৱঁৰ দুই পুৰা খেতিৰ মাটি হেৰুৱাইছিল, ধূৰ্ত মহাজনৰ কূট-কৌশলৰ জালত পৰি। স্বাভাৱিকতে কামেশ্বৰহঁতৰ কাৰণে মমতাহীন মহাজন শ্ৰেণীটো সমস্ত 'নষ্টৰ গোড়া': তেওঁলোকৰ সান্নিধ্য কেৱল বিপদজনকেই নহয়, বৰ্জনীয়ও।

## ৪.খ জন্মান্তৰবাদ-কৰ্মফলবাদ

নিৰস পৰিসংখ্যাই তোমাৰ ৰসাগ্ৰহী মনটোক বৰকৈ বিৰক্ত কৰে নেকি ? কৰিলেও উপায় নাই। 'অহিংস' হিন্দু ঐতিহ্যৰ সহিংস ৰূপ উদঙাই দেখুৱাবলৈ কেতিয়াবা এনে নিৰস তথ্যৰ প্ৰয়োজন হয়। অন্ধবিশ্বাসে ক্ষেত্ৰ বিশেষে কেনেকৈ হিন্দু সমাজক সহিংস মনোভাৱ তথা আচৰণৰ প্ৰতি সহিষ্ণু কৰি তুলিব পাৰে তাৰ আভাস দিবলৈ 'হৰিজন'—পীড়নৰ বিষয়ে কিছু কথা তোমাক প্ৰথমেই জনাই থোৱা

উচিত হব। সুজিত সেনে সম্পাদনা কৰা 'জাত-পাতেৰে ৰাজনীতি'ত সন্নিৱিষ্ট এটি নিবন্ধত ভাৰতৰ কেইখনমান ৰাজ্যত 'হৰিজন'ৰ বিৰুদ্ধে সংঘটিত হিংসাত্মক আক্ৰমণৰ এখন তালিকা আছে (পৃঃ ৮১) তালিকা-খন এই প্ৰকাৰৰ :

| | ১৯৭৭ | ১৯৭৮ | ১৯৭৯ | ১৯৮০ |
|---|---|---|---|---|
| উত্তৰ প্ৰদেশ | ৪৯৭৪ | ৫৬৬০ | ৪১২২ | ৪২৭৯ |
| বিহাৰ | ৬৮১ | ১৯১১ | ১৪৫৭ | ১৮৯০ |
| মধ্য প্ৰদেশ | ৩৩১৬ | ৩২৪০ | ৩৮৬৬ | ৩৮৭৭ |
| ৰাজস্থান | ২৬১ | ৮৮৬ | ৭৬০ | ১১৮০ |

এই নিৰস তথ্যবোৰে তোমাৰ প্ৰমীলা পেহীৰ দৰে মানৱ-দৰদী মহিলাৰ দুচকু নিশ্চয় পানীৰে ভৰাই পেলাব। তুমি নিজেও হয়তো বিস্মিত আৰু মৰ্মাহত হৈছা 'গণতান্ত্ৰিক' ভাৰতবৰ্ষৰ 'প্ৰগতি'ৰ স্বৰূপ দেখি। পিছে তোমাৰ ভৰদ্বাজ ভিনীহিদেউৰ দৰে প্ৰাচীনপন্থী মানুহৰ হৃদয়ত এনে করুণ তথ্যই পৰ্য্যাপ্ত পৰিমাণৰ করুণাৰ উদ্ৰেক নকৰিবও পাৰে। তেওঁ হয়তো ক'ব : 'কোনে জানে, হৰিজনবোৰৰ বিৰুদ্ধে সংঘটিত আক্ৰমণ-বোৰ কিজানি প্ৰতি আক্ৰমণেই আছিল! প্ৰথমে হয়তো সিহঁতেই আক্ৰমণ কৰিছিল। হৰিজনৰ স্বভাৱ স্বভাৱতেই তামসিক।' আত্মপক্ষ সমৰ্থনৰ এনে আওপকীয়া চেষ্টা তুমি বহুতৰে মাজত দেখিবা—কেৱল চাৰিবেৰৰ ভিতৰত কৌশলেৰে তুমি কথা পতাৰ সুযোগ পালেই হ'ল।

পীড়ন-প্ৰৱঞ্চনাৰ সপক্ষে বৰ্ণাঢ্য বৰ্ণবাদী যুক্তি-তৰ্কবোৰ ফঁহিয়াই চালে তুমি দেখিবা যে এইবিধ সামাজিক অনাচাৰ অবিচাৰৰ নেপথ্যত সক্ৰিয় অন্যতম প্ৰধান সামাজিক কাৰণ হ'ল জাতব্যৱস্থা (caste system)। তোমাৰ ভৰদ্বাজ ভিনীহিদেউৰ দৰে লোকে যেতিয়া 'হৰিজন' সকলক তামসিক প্ৰকৃতিৰ লোক বুলি কয়, তেতিয়া দৰাচলতে পুৰণি-কলীয়া বৰ্ণবাদী আদৰ্শৰেই প্ৰতিফলন ঘটে। উত্তৰ ভাৰতৰ [illegible] [illegible] বিচাৰিলে তুমি বৰ্ণবাদী মনোভাৱ আৰু

আচৰণৰ আটাইতকৈ উগ্র তথা উলঙ্গ ৰূপ বিচাৰি পাবা। অর্থনৈতিক আৰু ৰাজনৈতিক কাৰণসমূহক আওকাণ নকৰাকৈ আমি এই সামাজিক দিশটোৰ ওপৰত যথাযথ গুৰুত্ব আৰোপ কৰা উচিত হ'ব। সেইটো নকৰিলে আমি বুজিব নোৱাৰিম কেনেকৈ বিবিধ অন্ধবিশ্বাসে জাত-ব্যৱস্থাক প্রতিষ্ঠিত আৰু বিকশিত কৰি সামাজিক প্রগতি তথা সংহতি ব্যাহত কৰিছে। বর্তমান প্রসংগত অন্ধ-বিশ্বাসৰ লগত সম্পর্কিত কেতবোৰ কথাহে তোমাক জনাম। তুমি সুযোগ দিলে বহলাই কেতিয়াবা আলচ কৰিবলৈ যত্ন কৰিম।

তুমি হয়তো ভাবিছা, চালে-বেৰে কোবাই নাথাকি আচল কথা-টোলৈ আহিলেই হয় দেখোন! অধৈর্য্য নহবা, আচল কথাটোলৈ অৱশ্যেই আহিম—অর্থাৎ অন্ধবিশ্বাসৰ সতে জাত-ব্যৱস্থাৰ সম্পর্ক কি সেই বিষয়ে তোমাক জনাম। তাৰ আগতে জাত-ব্যৱস্থাৰ সামাজিক ভূমিকা তথা পৰিণতিৰ বিষয়ে আভাস দিবলৈ তোমালৈ কিছু কথা লিখিলোঁ। তোমাক নক'লেও হ'ব যে হিন্দু সমাজত এক বৃহৎ সংখ্যক লোকৰ অৱস্থান সমাজৰ একেবাৰে নিম্ন স্তৰত! এই সামাজিক ব্যৱস্থাই দৰাচলতে অবিচাৰ-অত্যাচাৰৰ পৰিবেশ তৈয়াৰ কৰি দিয়ে। বর্তমান আলোচনাৰ আৰম্ভণিতেই ভাৰতত চলা নিধন-নিপীড়নৰ যি নীৰস তথ্য তোমাক জনালো তাৰ পৰা তুমি সহজে জাত-ব্যৱস্থাৰ সামাজিক ভূমিকা অনুমান কৰিব পাৰিবা। কোৱা বাহুল্য এই ব্যৱস্থাৰ তাত্বিক ব্যাখ্যাও আছে আৰু এই ধৰণৰ ব্যাখ্যা আছে বাবেই প্রবঞ্চনা-পীড়নৰ প্রতি বহুতেই কিছু সহিষ্ণু অথবা উদাসীন হৈ পৰে বুলি অনুমান কৰিব পাৰি।

বৈষম্যমূলক সামাজিক ব্যৱস্থাৰ এই তাত্বিক ব্যাখ্যাৰ মূল ভিত্তি কি? জনৈক লেখকৰ গ্রন্থৰ পৰা উদ্ধৃতি দিলে তুমি প্রশ্ন-টোৰ এক পৰিষ্কাৰ উত্তৰ পাবা: 'The inequalities of the caste system and the basic fact that a man's place in the social sphere is unalterably fixed by the

accident of birth are justified to the Hindus by them belief in metempsychosis or the transmigration of souls combined with doctrine of Karma, which asserts that each rebirth is the direct result of man's action in a previous life.' (L.S.S.O. Malley, Indian Caste Customs P.18) সহজ কথাত, তোমাৰ ইহজন্মৰ সামাজিক অৱস্থান তোমাৰ পূৰ্বজন্মৰ কৃতিৰ ফল। এয়া কিন্তু প্ৰচলিত লোক-বিশ্বাস নহয়, বৈষম্যৰ শাস্ত্ৰ-সমৰ্থিত তাত্বিক ব্যাখ্যা। শাস্ত্ৰানুযায়ী, যিসকলে ইহজন্মত নিষ্ঠাৰে নিজৰ কৰ্তব্যকৰ্ম কৰি যায় তেওঁলোকে পৰজন্মত ভাল দেশ, জাত আৰু বংশত জন্ম গ্ৰহণ কৰে: উচ্চ বৰ্ণত জন্ম লাভ কৰাটো আচলতে পূৰ্বজন্মৰ সুকৰ্মৰ ফল (G. S. Ghurye, Caste and Race in India, P. 65) অৰ্থাৎ তোমাৰ গোবৰ্দ্ধন মামা বা ভবতাজ ভিনীহিয়েৰে ইহজন্মত যিয়েই নকৰক, পূৰ্বজন্মত যে সৎ কাম কৰিছিল তাৰ শাস্ত্ৰাশ্ৰয়ী সাক্ষ্য দাঙি ধৰাত তেওঁলোকৰ কোনো অসুবিধা নাই। অন্যহাতেদি, কামেশ্বৰ ড্ৰাইভাৰৰ মৰ্য্যাদাহীন সামাজিক অৱস্থান তথা দুখ-দুৰ্গতিৰ বাবে যে তেওঁৰ নিজৰ কৰ্মই দায়ী সেইকথা শাস্ত্ৰ-সম্মতভাৱে প্ৰমাণ কৰাটোও তেওঁলোকৰ বাবে তেনেই, সহজ কথা।

ভালকৈ চালি-জাৰি চালে বৈষম্যৰ এই তাত্বিক ব্যাখ্যাৰ নেপথ্যত তুমি দুটা গুৰুত্বপূৰ্ণ ধাৰণা সক্ৰিয় থকা দেখা পাবা—এটা জন্মান্তৰ-বাদ আনটো কৰ্মফলবাদ। দৰাচলতে কৰ্মফলতত্ত্ব জন্মান্তৰবাদৰ ওপৰতেই নিৰ্ভৰশীল, কিয়নো পুনৰ জন্মগ্ৰহণ কৰিলেহে প্ৰকৃত অৰ্থত কৰ্মৰ ফল ভোগ কৰিব পাৰি। আলোচনাৰ সুবিধাৰ্থে আমি অৱশ্যে এই ধাৰণা দুটাৰ অন্ধবিশ্বাসমূলক চৰিত্ৰৰ বিষয়ে সুকীয়াকৈ আলোচনা কৰিম।

'আত্মা, ভূত, অপদেৱতা ইত্যাদি' শীৰ্ষক ২.ৰ আলোচনাংশত আত্মাৰ জন্ম মৃত্যু সম্পৰ্কে কিছু আলোচনা কৰিবলৈ যত্ন কৰিছোঁ। আমি লিখিছোঁ যে 'আত্মাৰ বাবেই আমিৰ মানুহে সপোনত ভূত

ব্যাখ্যা কৰিছিল আৰু তাৰ পৰাই কালক্ৰমত জন্ম আত্মা আৰু তাৰ অমৰত্বৰ ধাৰণা।' আত্মাৰ অস্তিত্ব আৰু তাৰ অমৰত্বৰ সতে মানুহে নিজৰ শুভাশুভৰ সম্পৰ্ক কল্পনা কৰি বিচিত্ৰ আৰু বিস্ময়কৰ কিমান অন্ধবিশ্বাসৰ জন্ম দিছিল তাৰ আভাস দিবলৈ যত্ন কৰিছোঁ এই পত্ৰালোচনাৰ বিভিন্ন অংশত। গতিকে আলোচনাৰ বৰ্তমান পৰ্য্যায়ত তোমাক বোধহয় নকলেও হ'ব যে আত্মাৰ অমৰত্বৰ ধাৰণাটোৰ জন্ম হৈছিল অজ্ঞ আদিম চেতনাত, তোমাৰ ভৰদ্বাজ ভিনীহিদেৱে ভবাৰ দৰে সি বিশ্ববাসীলৈ হিন্দু দৰ্শনৰ অনবদ্য অৱদান নহয়। (অৱশ্যে আত্মাৰ অমৰত্বৰ আদিম ধাৰণাটোৰ ওপৰত হিন্দু দৰ্শনে যে দাৰ্শনিকতা তথা আধ্যাত্মিকতাৰ প্ৰলেপ সানিছে সেই কথা তুমি অস্বীকাৰ কৰিব নোৱাৰা। অন্যহাতেদি, এই আদিম ধাৰণাটোক সামাজিক বৈষম্যৰ সপক্ষে ব্যৱহাৰ কৰাৰ সূক্ষ্ম আৰু সুচিন্তিত পদ্ধতি হিন্দু সমাজ-দৰ্শনৰ এক অনন্য বৈশিষ্ট্য।)

আদিম সমাজত জন্মান্তৰবাদৰ বিশ্বাস সুলভ। আত্মাৰ যদি মৃত্যু নাই তেন্তে সেই আত্মা নিশ্চয় কোনো জীৱৰ দেহাত সোমায়গৈ—এনে এক বদ্ধমূল বিশ্বাস আদিম মানুহৰ মনত আছিল। বহুতে ভাবিছিল—আৰু এতিয়াও ভাবে—যে মৃত্যুৰ পাছত মানুহৰ আত্মাটো নানা ধৰণৰ পোক-পতংগত সোমায়গৈ। অহিৰ আৰু গোণ্ডসকলে এই প্ৰকাৰ জন্মান্তৰবাদত বিশ্বাস কৰি কোনো মানুহৰ মৃত্যু হলে নৈৰ পাৰলৈ গৈ মাছ বা পোক ধৰি আনি খাই পেলায়। সকলো জনজাতীয় সমাজত অৱশ্যে জন্মান্তৰবাদৰ এই ৰূপটো দেখা নাযায়। যেনে, কাৰ্বিসকলে বিশ্বাস কৰে যে মৃত্যুৰ পাছত আত্মাটো মৃতকৰ নিজ বংশৰ কোনো নৱজাতকৰ শৰীৰত প্ৰৱেশ কৰে: '....the Karbis believe in rebirth as human beings and not in the form of animals, birds or other creatures.' (Tribes of Assam, Part-I, P.60) বড়ো-কছাৰী সমাজতো জন্মান্তৰবাদৰ চিত্তাকৰ্ষক দৃষ্টান্ত পোৱা যায়। এই সমাজত কোনো শিশুৰ জন্ম হলে

নানা ধৰণৰ আচাৰ-অনুষ্ঠান কৰি কোৱা হয়: 'অ' শিশুটি! তুমি পূৰ্বে কি আছিলা? কতালেই আছিলা নে আৰ্য্য হিন্দু, গাৰো, ভূটীয়া নেপালী আছিলা? আজিৰ পৰা তুমি বড়ো হ'লা (ভবেন নাৰ্জী, বড়ো-কছাৰীৰ সমাজ আৰু সংস্কৃতি, পৃঃ ১১০) এই ধৰণৰ আৰু দৃষ্টান্ত দিয়া যায়, পিছে তাৰ ফলত কিবা লাভ হোৱাতকৈ তুমি বিৰক্ত হোৱাৰ সম্ভাৱনাহে বেছি।

আদিম সমাজত যি জন্মান্তৰবাদী ধ্যান-ধাৰণাৰ প্ৰচলন আছিল আৰু যাৰ অৱশিষ্ট আজিও বহুতো জনজাতীয় সমাজত দেখা যায়—সেই ধ্যান-ধাৰণাৰ সতে কিন্তু সামাজিক বৈষম্যৰ সপক্ষে যুক্তি উত্থাপন কৰাৰ প্ৰচেষ্টাৰ কোনো সম্পৰ্ক নাই। হিন্দু শাস্ত্ৰকাৰসকলে আচলতে আদিম কালৰে পৰা চলি অহা আত্মা বিষয়ক উদ্ভট ধাৰণা এটাক সুচতুৰ আৰু সুপৰিকল্পিতভাৱে ব্যৱহাৰ কৰিছিল সামাজিক স্থিতাৱস্থা—অৰ্থাৎ জাত-ব্যৱস্থাৰ—ৰক্ষাৰ্থে। তোমাক বোধহয় নক'লেও হ'ব যে কৰ্মফলবাদৰ দৰে শক্তিশালী অন্ধবিশ্বাসৰ সতে যুক্ত হোৱাৰ পাছতহে জন্মান্তৰবাদ প্ৰকৃত অৰ্থত ন্যস্ত স্বাৰ্থৰ হাতত এক সবল হাতিয়াৰলৈ ৰূপান্তৰিত হৈছিল। 'The main theoritical sanction for the hierarchical society is received from the law of Karma: D. Chattapadhyaya, Science and Society in Ancient India, PP. 354-355) এই বিষয়ে অলপ পৰ পাছতেই তোমালৈ লিখিম।

তোমাৰ উৎস-সন্ধানকাৰী মনটোৰ কথা ভালদৰেই জানো। স্বাভাৱিকতেই অনুমান কৰিব পাৰিছোঁ, তোমাৰ মনত কি ধৰণৰ প্ৰশ্নই উঁকি মাৰিছে। তুমি নিশ্চয় ভাবিছা—পৰৱৰ্তীকালত জন্মান্তৰ-বাদৰ সামাজিক ভূমিকা যিয়েই নহওক, আদিম কালত মানুহে কিয় মৃত্যুৰ পাছত পুনৰ আৰু এটা জীৱন কল্পনা কৰিছিল? আদিম কালত আধ্যাত্মিক মুক্তি বা সেইধৰণৰ কোনো চেষ্টা বা উপলব্ধিৰ কথা কল্পনাই কৰিব নোৱাৰি। সেই কালত মানুহে [illegible]

আছিল প্ৰতিকূল প্ৰকৃতিৰ বিৰুদ্ধে যুঁজ কৰাত। তেনেহলে প্ৰকৃতিৰ পৰ্য্যবেক্ষণৰ পৰা লাভ কৰা অভিজ্ঞতাৰ ভিত্তিত মানুহে জন্মান্তৰবাদৰ উদ্ভট ধাৰণাৰ জন্ম দিছিল নেকি? এইধৰণৰ প্ৰশ্নৰ হেঁচা-ঠেলাত তোমাৰ মনটো নিশ্চয় উচ্‌পিচাই আছে। তোমাৰ ঔৎসুক্য নিবসনৰ চেষ্টা কৰা যাওঁক, সংক্ষেপে।

কিতাপে-পত্ৰে তুমি মিছৰীয় সভ্যতাৰ বিষয়ে নিশ্চয় পঢ়িছা। তাহানি মিছৰৰ লোকসকলে মৰণোত্তৰ জীৱনৰ অস্তিত্বত বিশ্বাস কৰিছিল বৰ গভীৰভাৱে। বিশ্ব-বিশ্ৰুত পিৰামিডবোৰ মূলতঃ এই বিশ্বাসৰেই মূৰ্ত্ত অভিব্যক্তি। কিন্তু এই জন্মান্তৰবাদী বিশ্বাসৰ জন্ম হৈছিল কেনেকৈ? অনেক লেখকে আমাক জনাইছে যে মিছৰবাসীসকলৰ এই বিশ্বাসৰ ভিত্তি হ'ল তেওঁলোকৰ বাস্তৱ জীৱনৰ পৰ্য্যবেক্ষণলব্ধ অভিজ্ঞতা। মিছৰ-বাসীসকলে জানিছিল, তেওঁলোকৰ জীৱন নীল নদীৰ বন্যাৰ ওপৰত নিৰ্ভৰশীল। কিন্তু এই জীৱনদায়িনী বন্যাও যেন চিৰজীৱী নহয়—এসময়ত, বন্যাৰ শেহত, নদীখনৰেই যেন মৃত্যু হৈছিল। পিছে নীল নদীৰ এই মৃত্যুৰ অৱস্থাও স্থায়ী নহয়, সাময়িক। কেইমাহমান যোৱাৰ পাছত এই নদীৰ বুকুলৈ পুনৰ আহিছিল প্ৰাণৰ স্পন্দন, বন্যাৰ ঢৌ। ঠিক এইদৰে জন্ম-মৃত্যুৰ বিস্ময়াবৃত প্ৰক্ৰিয়া সেইকালৰ মানুহে সূৰ্য্যৰ ক্ষেত্ৰতো লক্ষ্য কৰিছিল: দিনান্তত সূৰ্য্যৰ মৃত্যু হয় আৰু পুৱা হয় তাৰ পুনৰোদয়। প্ৰকৃতিৰ এই বিচিত্ৰ প্ৰক্ৰিয়াবোৰে নিশ্চয় তাহানিৰ মিছৰবাসীসকলৰ মনত এনে এটা ধাৰণা সুমুৱাই দিছিল যে নীল নদী বা সূৰ্য্যৰ দৰে মানুহৰো মৃত্যুৰ পাছত পুনৰাবিৰ্ভাৱ ঘটে। (দ্ৰ. অমল দাসগুপ্ত, মানুষের ঠিকানা, পৃঃ ২৮৩)

কেৱল মিছৰীয় সমাজৰ ক্ষেত্ৰতেই নহয়, পৃথিৱীৰ সকলো আদিম তথা প্ৰাচীন সমাজৰ ক্ষেত্ৰতেই জন্মান্তৰবাদী ধ্যান-ধাৰণাৰ উৎস ব্যাখ্যা কৰোঁতে তুমি এই ব্যাখ্যাৰ সহায় লব পাৰা। প্ৰকৃতিৰ বুকুত জন্ম-মৃত্যু তথা জন্ম মৃত্যুৰ চিৰন্তন প্ৰক্ৰিয়া পৰ্য্যবেক্ষণ-নিৰ্ভৰ আদিম মানুহে সকলো ঠাইতে লক্ষ্য কৰিছিল। সূৰ্য্যাস্ত-সূৰ্য্যোদয়ৰ দৰে উদ্ভিদ জগতৰ জন্ম-

বৃদ্ধিৰ প্ৰক্ৰিয়াইও নিশ্চয় আদিম মানুহক ভবাই তুলিছিল আৰু মৃত্যুৰ জীৱনৰ শেষ পৰিণতি বুলি মানি ললবলৈ উৎসাহ দিছিল। এই সম্পৰ্কত নৰেন্দ্ৰনাথ ভট্টাচাৰ্য্যদেৱৰ মন্তব্য এটি তোমাৰ আভাৰ্থে তুলি দিছোঁ : The death and revival of plant life have not only given us a good number of primitive myths but also have contributed to the growth of the ideas resurrection and rebirth and given rise to numerous cults and rituals. (N. N. Bhattacharya, Ancient Indian Rituals and their Social Contients, P. 56) ভট্টাচাৰ্যদেৱে একেখন কিতাপতে কৈছে যে চন্দ্ৰগ্ৰহণ আৰু চন্দ্ৰৰ ক্ষয়-বৃদ্ধিয়েও নিশ্চয় জন্মান্তৰবাদী ধাৰণাৰ জন্ম-প্ৰক্ৰিয়াত কিছু অবিহণা যোগাইছিল (PP. 124–125)

জন্মান্তৰবাদৰ উৎস সম্পৰ্কে তুমি বেছ চিত্তাকৰ্ষক ব্যাখ্যা এটি পঢ়িবলৈ পাবা বিজ্ঞানী মেঘনাদ সাহাৰ ৰচনাত। লক্ষণীয় যে এই ব্যাখ্যা অনুযায়ীও জন্মান্তৰবাদৰ উৎস আধ্যাত্মিক নহয়, পৰ্য্যবেক্ষণলব্ধ অভিজ্ঞতাহে। সাহা ভাৰতীয়াই বিজ্ঞানীসুলভ নিৰ্মোহ দৃষ্টিভংগীৰে লিখিছে : 'এক বংশে একই প্ৰকৃতিসম্পন্ন লোকের বারং বার জন্ম হয়, সম্ভবতঃ পৰ্য্যবেক্ষণ জনিত [এই] জ্ঞান হইতেই জন্মান্তৰবাদের উৎপত্তি হইয়াছিল। (মেঘনাদ ৰচনা সংকলন, পৃঃ ১৮৩) অলপ আগতে আমি কাৰ্বিসকলৰ মাজত প্ৰচলিত যি জন্মান্তৰবাদী বিশ্বাসৰ কথা উনুকিয়াইছোঁ তাৰ আংশিক ভিত্তি বোধকৰো সাহা-উক্ত এই পৰ্য্যবেক্ষণলব্ধ অভিজ্ঞতাই। এনে অভিজ্ঞতাৰ ভিত্তিতেই সম্ভৱতঃ লোতসকলেও বিশ্বাস কৰে যে মৃতকৰ আত্মাই এদিন নিজৰ বংশতেই পুনৰ জন্ম গ্ৰহণ কৰে। (দ্ৰ. সুধাকৰ চট্টোপাধ্যায়, ধৰ্ম ও কুসংস্কাৰ, পৃঃ ১০৩) তোমাৰ গোবৰ্দ্ধন মামাৰ দুহিতা জোনাকীৰ চেহেৰা আৰু স্বভাৱ তোমাৰ আইতাৰ লগত প্ৰায় একে। কাৰ্বি অথবা লোত হোৱাহেঁতেন তোমাৰ মামাই নিশ্চয় বিশ্বাস কৰিলেহেঁতেন যে তোমাৰ আইতাৰ আত্মাই

আছি জোনাকীৰ শৰীৰত থিতাপি লৈছেহি ! কোনে জানে, জিন-তত্ত্বৰ সমস্ত সাক্ষ্য অস্বীকাৰ কৰি সংগোপনে তেওঁ হয়তো তেনে এটি উদ্ভট ধাৰণা মনত পুহি ৰাখিছেই !

এইবাৰ কৰ্মফলবাদৰ প্ৰসংগলৈ অহা যাওঁক। এই 'বাদ' টোক বাদ দি সামাজিক স্থিতাৱস্থাৰ সংৰক্ষণৰ উদ্দেশ্যে জন্মান্তৰবাদক ব্যৱহাৰ কৰাৰ কথা সুচতুৰ শাস্ত্ৰকাৰসকলে ভবা নাছিল। 'মনুসংহিতা'ৰ একাদশ অধ্যায়ত বেছ মজাৰ শ্লোক এটা আছে যাৰ মৰ্মাৰ্থ হ'ল : ব্ৰাহ্মণক আঘাত কৰিলে তেওঁৰ দেহাৰ পৰা তেজৰ টোপাল মাটিত পৰি যিমান ধূলিকণা আৰ্দ্ৰ কৰিব, আঘাতকাৰীয়ে সিমান হাজাৰ বছৰ নৰকত বাস কৰিব লাগিব।' (১১/২০৮) এয়া কৰ্মফলতত্ত্বৰ এক উৎকৃষ্ট উদাহৰণ : জীৱ-শ্ৰেষ্ঠ ব্ৰাহ্মণক আঘাত কৰা কৰ্মৰ ফল নৰক-বাস। এই ধৰণৰ ভীতি-সঞ্চাৰকাৰী কৰ্মফলবাদে বৰ বঢ়িয়াকৈ সাধাৰণ মানুহৰ চিন্তা-চেতনাক নিয়ন্ত্ৰিত কৰিব পাৰে। তোমাক বোধহয় নক'লেও হ'ব যে এই কৰ্মফল-তত্ত্বৰ লগত আদিম/জনজাতীয় সমাজৰ জন্মান্তৰবাদৰ বিশেষ সম্পৰ্ক নাই। ইতিমধ্যে উল্লেখ কৰা গোণ্ড, কাৰ্বি বা বড়ো-কছাৰী সমাজৰ জন্মান্তৰবাদী বিশ্বাসত জানো তুমি কৰ্মফল-বাদৰ কিবা প্ৰভাৱ দেখা পাইছা ? আমি যি কৰ্মফলবাদৰ কথা শুনো বা পঢ়ো তাৰ উদ্ভৱ হৈছিল সম্ভৱতঃ সমাজত বৈষম্যৰ সূত্ৰপাত হোৱাৰ পাছতহে। অৱশ্যে এই বিষয়ে অধ্যয়ন-অনুসন্ধানৰ থল আছে।

কৰ্মফল-তত্ত্বই উদ্ভট কাৰ্য্যকাৰণ-সম্পৰ্ক কল্পনা কৰি মানুহৰ বৰ্তমানক ব্যাখ্যা কৰে আৰু ভৱিষ্যতৰ কথা কয়। এটা উদাহৰণ লোৱা : ইহ-জন্মত যদি তোমাৰ সামাজিক অৱস্থান সমাজৰ নিম্নস্তৰত তেন্তে বুজিব লাগিব তুমি পূৰ্বজন্মত কিবা অক্ষমণীয় পাপ কৰিছিলা। অন্যহাতেদি ইহজন্মত যদি তুমি তোমাৰ জাত-ধৰ্ম নিষ্ঠাৰে পালন নকৰা তেন্তে পৰজন্মত তোমাৰ কপালত লিখা আছে চৰম শাস্তি। কাল্পনিক কাৰ্য্য-কাৰণ সম্পৰ্কৰ ওপৰত প্ৰতিষ্ঠিত এই কৰ্মফলতত্ত্ব জানো নিৰ্ভেজাল অন্ধবিশ্বাস নহয় ? এই অন্ধবিশ্বাসৰ সহায়ত শাস্ত্ৰকাৰসকলে জাত-

ব্যৱহাৰ সংৰক্ষণৰ ব্যৱস্থা কৰিছিল বুলি তোমাক আগতেই কৈ আহিছোঁ। হিন্দু শাস্ত্ৰৰ পৰা এটা নমুনা দিলে তুমি বোধহয় বেছি ভাল পাবা। সংস্কৃতৰ সামান্যতম জ্ঞান নথকাৰ বাবে শিৱনাথ বৰ্মণৰ 'লোক ৰুচিৰ উৎস'ত (পৃঃ ১০৬) পোৱা ছান্দোগ্য উপনিষদৰ শ্লোক এটাৰ অসমীয়া অনুবাদ তোমালৈ পঠাইছোঁ। এইখন উপনিষদত কোৱা হৈছে : 'যাৰ ইহলোকত অৰ্জা শুভ কৰ্মফল (অৱশিষ্ট) আছে, তেওঁলোকে ব্ৰহ্মযোনি বা ক্ষত্ৰিয়যোনি বা বৈশ্যযোনিত অতি শীঘ্ৰে জন্ম লাভ কৰিব, যাৰ ইহলোকত অৰ্জা অশুভ কৰ্মফল (অৱশিষ্ট) আছে, তেওঁলোকে কুকুৰযোনি বা শূকৰযোনি বা চণ্ডালযোনিত অতিশীঘ্ৰে জন্ম লাভ কৰিব। পোন আৰু সহজ কথাত : হিন্দু সমাজত নানা তৰহৰ সামাজিক সা-সুবিধা ভোগ কৰাৰ অবাধ সুযোগ যিসকলে পাইছে তেওঁলোকে আচলতে পূৰ্বজন্মত অৰ্জা পুণ্যৰ ফলহে ভোগ কৰিছে। কৰ্মফল-তত্ত্ব নামৰ বহুলভাৱে প্ৰচাৰিত অন্ধবিশ্বাসটোৰ লৈতে সামাজিক বৈষম্যৰ সম্পৰ্কৰ বিষয়ে তোমালৈ আৰু বিতংকৈ লিখা লিখাৰ প্ৰয়োজন আছে জানো? (এইখিনিতে তোমাক জনাই থোৱা প্ৰাসংগিক হ'ব যে পূৰ্ব-জন্মাশ্ৰিত কৰ্মফলতত্ত্বক তুমি ব্যাখ্যামূলক কৰ্মফলতত্ত্ব বুলিব পাৰা : পাপ-পুণ্যৰ ধাৰণাৰ সহায়ত ই ইহজীৱনৰ সুখ-দুৰ্দশা বা প্ৰাচুৰ্য্য-প্ৰতি-পত্তিৰ ব্যাখ্যা দাঙি ধৰে। অন্যহাতেদি, নৰক-বাস বা অন্যান্য শাস্তিৰ ভয় দেখুওৱা কৰ্মফল-তত্ত্বক তুমি ভীতিসঞ্চাৰকাৰী কৰ্মফল-তত্ত্ব বুলিব পাৰা। ভীতি-প্ৰদৰ্শনৰ বিপৰীতে প্ৰলোভন দেখুওৱা কৰ্মফল-তত্ত্বও আছে। এইবিধ প্ৰলোভনমূলক তত্ত্বই স্বৰ্গ-বাস বা মৰণোত্তৰ সুখ-স্বাচ্ছন্দ্যৰ কথা কয়। কিন্তু চাৰিত্ৰিক ভিন্নতা থাকিলেও এইবোৰ তত্ত্বৰ সামাজিক ভূমিকা কিন্তু সমগোত্ৰীয়—অৰ্থাৎ, স্থিতাৱস্থাৰ সংৰক্ষণ।)

পত্ৰালোচনাৰ এই অমৰ্মী আৰু অশ্লীল কথাবোৰ পঢ়িলে ধৰ্মপ্ৰাণ তৰবাজ ভিনীহঁতবিলাকে পোনছাটেই ঘোষণা কৰিব : 'এইবোৰ কথা যি লিখিছে পাৰলৌকিকত সি কৈছু-কুকৰি হৈ জন্ম লব।' তোমাৰ ভিনীহঁতবিলাকে এইধৰণৰ কথা ক'লে তুমি কিন্তু শাও-শপনি দিয়া বুলি নাভাবিবা।

আচলতে এইধৰণৰ কথা-বতৰাৰ আঁৰত সাধাৰণতে সক্রিয় থাকে ভীতি সঞ্চাৰকাৰী কর্মফলতত্ত্ব। পাপী লোকে নীচ যোনিত জন্মগ্রহণ কৰে— এয়া হিন্দুসকলৰ শাস্ত্র-সমর্থিত বিশ্বাস। এই বিশ্বাসটো যে উদ্ভট আৰু ভিত্তিহীন সেইকথা প্রমাণ কৰিবলৈ বিজ্ঞানী মেঘনাদ সাহাই এক অনন্য আৰু অকাট্য যুক্তি আগবঢ়াইছে। তেওঁ কৈছে যে 'কলিকাল'ৰ পৃথিৱীত সৰহভাগ মানুহেই পাপী, গতিকে কর্মফলবাদৰ আলোচ্য তত্ত্বটো সঁচা হোৱাহেঁতেন 'পৃথিৱী এতদিন নিকৃষ্ট প্রাণী পর্য্যায়ভুক্ত কীট-পক্ষী-পশু-পতংগে পৰিপূর্ণ হইয়া যাইত ও মানুষেৰ সংখ্যা হ্রাস পাইত'; বাস্তৱত কিন্তু সেইটো হোৱা নাই, কাৰণ 'পৃথিৱীৰ লোক-সংখ্যা গত ১০০ বছৰে চাৰিগুণ বৃদ্ধি পাইয়াছে।' (মেঘনাদ ৰচনা সংকলন, পৃঃ ১৮৪)

কর্মফল-তত্ত্ব একধৰণৰ অন্ধবিশ্বাস যদিও সকলো ক্ষেত্রতে তাক সুচতুৰ শাস্ত্রকাৰসকলৰ সু-পৰিকল্পিত চক্রান্তৰ পৰিণতি বুলি গণ্য কৰিলে ভুল হ'ব। কর্মফলবাদৰ সতে সাদৃশ্য থকা ধ্যান-ধাৰণা আদিম/জন-জাতীয় সমাজৰ আছিল বা আছে নে নাই সেই বিষয়েও আমি অধ্যয়ন-অনুসন্ধান চলোৱা উচিত। অন্যহাতেদি, এই কথা কোনোপধ্যেই অস্বীকাৰ কৰিব নোৱাৰি যে এই কর্মফলবাদে কিছু ধর্ম-ভীৰু লোকক কেতবোৰ ভাল কাম কৰিবলৈ উদগনি দিয়ে অথবা বিশেষ কিছুমান বেয়া কাম কৰাৰ পৰা বিৰত ৰাখে। অতীতত হয়তো কোনো কোনো শাস্ত্রকাৰে কর্মফল-তত্ত্বৰ এই নৈতিক ভূমিকাৰ গুৰুত্ব উপলব্ধি কৰিছিল। এই কথাখিনি পঢ়ি তুমি নাভাবিবা যে কর্মফলবাদৰ মাজত ইতিবাচক উপাদান আৱিষ্কাৰ কৰাৰ কষ্টসাধ্য চেষ্টা চলাইছোঁ। আমাৰ বিচাৰ-বিশ্লেষণ যাতে উগ্র, অনৈতিহাসিক তথা একদেশদর্শী মনোভাৱৰ পৰাহত নপৰে সেই বিষয়ে আওপকীয়াভাৱে তোমাক সতর্ক কৰি দিবলৈহে কথাখিনি লিখিলোঁ।

জন্মান্তৰবাদ-কর্মফলবাদৰ আধিক্যৰ আৰু অন্ধবিশ্বাসমূলক চৰিত্র সম্পর্কে তুমি নিশ্চয় কিছু অৱগত হৈছা। পিছে ইতিমধ্যে তোমাক

জনোৱা কথাখিনিয়েই যথেষ্ট নহয়। এই 'বাদ' দুটাৰ কুপ্ৰভাৱ আৰু গভীৰ তথা সুদূৰপ্ৰসাৰী। কিয়নো, এই দুটা 'বাদ'ৰ গ্ৰাসত পৰা মানুহ ক্ৰমে আত্ম-কেন্দ্ৰিক, সংসাৰ-বিমুখ আৰু উদ্ভট ধাৰণা তথা আচৰণৰ সমৰ্থক হৈ পৰাটো অৱধাৰিত। এনে পৰিণামৰ ফলত সমাজৰ নৈতিক আৰু বস্তুগত অগ্ৰগতি বাধাপ্ৰাপ্ত হোৱাটো খুবেই স্বাভাৱিক। পাভলভীয় মনোবিজ্ঞানী ধীৰেন্দ্ৰনাথ গঙ্গোপাধ্যায়ৰ ভাষাত: 'The cult of Karma and Punarjanmabad,....—which is intrinsically associated with Indian religion—is the greatest impediment to the development of scientific and rational attitute without which material and moral upliftment, in the truest sense of the terms, is not possible.' ( A Psychiatrist Reviews Indian Religion, P. 22) কথাখিনিৰ গূঢ়াৰ্থ উপলব্ধি কৰিব পাৰিলে যিকোনো মুক্ত-মনৰ মানুহে হিন্দু সমাজৰ পৰিমাৰ্জিত অন্ধবিশ্বাসৰ নেতিবাচক আৰু নিন্দনীয় সামাজিক ভূমিকাৰ স্বৰূপ উপলব্ধি কৰিব পাৰিব।

## ৪.প অন্ধবিশ্বাসৰ ৰাজনৈতিক ভূমিকা সম্পৰ্কে যৎকিঞ্চিৎ

শ্ৰীযুত 'অ-ৰ অৱস্থা কল্পনা কৰাচোন: ঘৰত ঘৈণী, অফিচত অফিচাৰ। ঘৈণীৰ নিৰ্দেশ, শুনবীয়া আহিবই লাগিব। ইফালে অফিচাৰৰ আদেশ, আবেলিৰ ভিতৰত ফাইলৰ কাম শেষ নহ'লে ৰক্ষা নাই। শ্ৰীযুত 'অ-ৰ দৰে এনে উভয় সংকটত পৰা লোকৰ অৱস্থা বুজাবলৈ বুঢ়ালোকে কেতিয়াবা কয়—'জলে গোবধ, স্থলে ব্ৰহ্মবধ।' এই প্ৰবচনটোৰ ব্যৱহাৰ তুমি বোধহয় শুনা নাই, কিন্তু তোমাৰ আইতাক সুধিলে হয়তো তাৰ অৰ্থ ক'ব পাৰিব। অৱশ্যে অৰ্থহে ক'ব পাৰিব, তাৰ সতে জড়িত ঐতিহাসিক ঘটনাটোৰ সম্ভেদ তোমাক দিব পাৰিব বুলি মনে নধৰে। এই ঘটনাটোৰ সম্ভেদ

পাবলৈ হলে তুমি নবীনচন্দ্ৰ শৰ্মাৰ 'অসমীয়া লোক-সংস্কৃতিৰ আভাস' নামৰ কিতাপখনৰ ৩৬ পৃষ্ঠাত এবাৰ চকু ফুৰালেই হ'ল। প্ৰবচনটোৰ সতে সম্পৰ্কিত ঐতিহাসিক ঘটনাটো এই প্ৰকাৰ : কোচ ৰজা নৰনাৰায়ণৰ সেনাপতি চিলাৰায়ৰ আক্ৰমণ ৰোধ কৰিবলৈ আহোম ৰজাই এটা নতুন উপায় উদ্ভাৱন কৰিলে। হিন্দু ধৰ্মৰ দ্বাৰা বিশেষভাৱে প্ৰভাৱিত চিলাৰায় আছিল গো-ব্ৰাহ্মণৰ ৰক্ষক। চিলাৰায়ৰ এই ধৰ্মীয় বিশ্বাসৰ—সঠিকভাৱে ক'বলৈ গ'লে অন্ধবিশ্বাসৰ—পূৰা সুযোগ গ্ৰহণ কৰিলে আহোম ৰজাই। তেওঁ নিজৰ যুঁজাক-সকলক নগুণ পিন্ধাই গৰুৰ ওপৰত তুলি যুদ্ধক্ষেত্ৰলৈ পঠিয়াই দিলে। ৰণাংগনত উপস্থিত হৈ চিলাৰায় মহাসংকটত পৰিল আৰু তেওঁৰ মুখৰ পৰা ওলাল এই প্ৰবচনটো—'তলে গোবধ, ওপৰে ব্ৰহ্মবধ।'

আহোম ৰজাৰ এই অহিংস ৰণ-কৌশলৰ আলোচনা প্ৰসংগত ঐতিহাসিক সূৰ্য্যকুমাৰ ভূঞাই থোৱাতে এবাৰ বৰ তাৎপৰ্য্যপূৰ্ণ মন্তব্য দিছে : 'The Ahoms knew how to exploit superstitions for political advantage.' Anglo-Assamese Relations, P.592 ) তোমাক বোধহয় নক'লেও হ'ব যে ৰাজনৈতিক স্বাৰ্থত অন্ধবিশ্বাসক ব্যৱহাৰ কৰাৰ এই পুৰণি কৌশলটো আহোম শাসনতন্ত্ৰৰ নিজৰ উদ্ভাৱন নহয়। বংগদেশৰ ৰজা আদিশূৰেও হেনো তাহানি অস্পৃশ্য প্ৰজাক উপবীতসহ যুদ্ধ-সাজেৰে সজ্জিত কৰি গো-যানত তুলি যুদ্ধক্ষেত্ৰলৈ পঠাইছিল কনৌজৰ ৰজাৰ বিৰুদ্ধে। গো-ব্ৰাহ্মণক ভক্তি কৰা কনৌজৰ ৰজাই সম্ভাব্য মহাপাপৰ পৰা নিজকে ৰক্ষা কৰিবলৈ ৰণক্ষেত্ৰ পৰিত্যাগ কৰি সন্ধি প্ৰাৰ্থনা কৰিবলৈ বাধ্য হৈছিল। (দ্ৰঃ যতীন বাগচী, জাতি-ধৰ্ম ও সমাজ বিবৰ্তন, পৃঃ ১০০) যুগান্তৰতে শাসক-শোষক শ্ৰেণীয়ে নিজৰ স্বাৰ্থসিদ্ধিৰ বাবে এই ধৰণৰ নিৰাপদ কৌশল যুগ যুগ ধৰি ব্যৱহাৰ কৰি আহিছে যথেষ্ট পৰিমাণে। কৌশলটোক আমি 'নিৰাপদ' বুলিছোঁ এইবাবেই যে ইয়াৰ প্ৰজাৰ মাজত কোনো নেতিবাচক প্ৰতিক্ৰিয়া বা প্ৰতিৰোধৰ

সৃষ্টি নকৰে। অন্যহাতেদি, বলপ্ৰয়োগক তুমি 'নিৰাপদ' বুলিব নোৱাৰা : ই কেৱল ব্যয়বহুলেই নহয়, বিপদজনকো।

প্ৰাচীন কালৰ ৰজা-মহাৰজা আৰু তেওঁলোকৰ অনুগত বিধান মণ্ডলীয়ে এই কথাবোৰ নাজানিছিল বুলি নাভাবিবা। প্ৰাচীন গ্ৰীক আৰু ৰোমান সাম্ৰাজ্যৰ অন্ধবিশ্বাসৰ এক বিশেষ ৰাজনৈতিক ভূমিকা আছিল। J.B. Burry চাহাবে ধৰ্মৰ প্ৰতি গ্ৰীক আৰু ৰোমান-সকলৰ দৃষ্টিভংগীৰ কথা উল্লেখ কৰি লিখিছে : 'Men who did not believe in its [ religion's ] truth believed in its usefulness as a political institution......' (A History of Freedom of Thought, P. 30 ) প্ৰাচীন কালৰ ৰাজনীতিজ্ঞ-সকলে বুজিছিল যে ৰাজনৈতিক স্থিতাৱস্থা অটুট ৰাখিবলৈ হলে অন্ধবিশ্বাসক নানাভাৱে প্ৰশ্ৰয় দিয়াটো আৱশ্যক। ইয়াৰ দ্বাৰা মানুহৰ চিন্তা-চেতনাক বঢ়িয়াকৈ নিয়ন্ত্ৰণ কৰিব পাৰি : মানুহ হৈ পৰে আত্মসমৰ্পণবাদী, সংগ্ৰাম-বিমুখ আৰু উল্টা বিশ্বাস তথা আচৰণৰ অন্ধ পৃষ্ঠপোষক।

পদাৰ্থ বিজ্ঞানৰ অধ্যাপক তোমাৰ গোবৰ্দ্ধন মামাই এই কথাবোৰ পঢ়িলে পোনছাটেই প্ৰশ্ন কৰিব : প্ৰাচীন সমাজত যে ৰাজনৈতিক কাৰ্য সিদ্ধিৰ উদ্দেশ্যে অন্ধবিশ্বাসক ব্যৱহাৰ কৰা হৈছিল তাৰ জানো কিবা অকাট্য প্ৰমাণ আছে ? বিজ্ঞানৰ অধ্যাপক হৈও বিজ্ঞানমনস্ক নহলে কি হ'ব, যুক্তিবাদীৰ ব্যাখ্যা-বক্তব্য খণ্ডন কৰিবলৈ সদায়ে বৈজ্ঞানিক পদ্ধতিৰ আশ্ৰয় লয় তোমাৰ গোবৰ্দ্ধন মামাই—যুক্তিবাদীৰ প্ৰতিটো বক্তব্য-উক্তি-ব্যাখ্যাৰ সপক্ষে তেওঁ দাবী কৰে তথ্য-প্ৰমাণ। তোমাৰ মামাৰ এই প্ৰকাৰ প্ৰশ্নৰ উত্তৰত তুমি প্ৰাচীন কালৰ গ্ৰীক ৰাজনীতিজ্ঞ Polybius-ৰ এটি দ্ব্যৰ্থহীন আৰু দ্বিধামুক্ত উক্তি তেওঁক জনাব পাৰা। অন্ধবিশ্বাসৰ ৰাজনৈতিক উপযোগিতাৰ কথা উপলব্ধি কৰি এই গৰাকী প্ৰাচীন ৰাজনীতিজ্ঞ পুৰুষে লিখিছিল : 'I will venture the assertion that what the rest

of the mankind deride is the foundation of Roman greatness, namely superstition......If it were possible to have a state in which all the citizens were philosophers, perhaps we might dispense with this sort of thing. But the masses in every state are unstable, full of lawless desires, of irrational anger and violent passion. All that can be done then is to hold them in check by fears of the unseen and other shams of the same sort. It was not for nothing but with deliberate design that the men of the old introduced to the masses the notions about gods and the concept of after-life.' ( Essays in Honour of Prof. S.C. Sarkar, PP. 84-85 )

উদ্ধৃতিটো বৰ দীঘল হ'ল নেকি ? হলেও তুমি নিশ্চয় কথাখিনিৰ প্ৰাসংগিক প্ৰয়োজন তথা তাৎপৰ্য্য উপলব্ধি কৰিব পাৰিছা। ভালদৰে কঁহিয়াই চালে দেখিবা যে Polybius-এ নিজে কিন্তু প্ৰচলিত অন্ধবিশ্বাসবোধক মুঠেও বিশ্বাস নকৰে। অন্যহাতেদি, শাসক শ্ৰেণীৰ ৰাজনৈতিক স্বাৰ্থৰ কাৰণে—ৰাজনৈতিক-সামাজিক স্থিতাৱস্থা অটুট ৰখাৰ উদ্দেশ্যে—তেওঁ অন্ধবিশ্বাসক প্ৰশ্ৰয় দিয়াৰ সপক্ষে মত পোষণ কৰিছে। দেবীপ্ৰসাদ চট্টোপাধ্যায়ৰ যিটো প্ৰবন্ধৰ পৰা আমি Polybius-ৰ কথাখিনি তুলি দিছোঁ তাত তুমি এইধৰণৰ আৰু উক্তি পাবা। পৰ্য্যালোচনাৰ দৈৰ্ঘ্য সংকুচিত কৰাৰ উদ্দেশ্যে উক্ত কেইটা উদ্ধৃত কৰাৰ পৰা বিৰত থাকিলোঁ।

এইবাৰ বিদেশৰ পৰা স্বদেশলৈ প্ৰত্যাৱৰ্তন কৰা যাওক। গ্ৰীক আৰু ৰোমান ৰাজনীতিজ্ঞসকলৰ দৰে প্ৰাচীন ভাৰতৰ ৰাজানুগত বিধানসকলে ৰাজনীতিৰ ক্ষেত্ৰত অন্ধবিশ্বাসৰ ব্যৱহাৰিক মূল্যৰ কথা উপলব্ধি কৰিছিল। 'মনুসংহিতা'-ত কোৱা হৈছে যে 'সমস্ত চৰাচৰ'

ৰক্ষাৰ উদ্দেশ্যে পৰমেশ্বৰে ৰজাক সৃষ্টি কৰিছে।' (৭/৩) একে অধ্যায়তে পুনৰ ঘোষণা কৰা হৈছে যে ৰজা আচলতে মানুহৰূপে অৱস্থান কৰা 'মহান দেৱতা'। (৭/৮) উচৰা-ওচৰিকৈ থকা এই উক্তি দুটাৰ মাজত একধৰণৰ পৰস্পৰ-বিৰোধিতা বিদ্যমান: প্ৰথম শ্লোকত ৰজা সৃষ্টি, পৰমেশ্বৰ স্ৰষ্টা; দ্বিতীয় শ্লোকত কিন্তু ৰজা সৃষ্টি নহয়, স্ৰষ্টাৰেই এক মহান ৰূপ। সি যি কি নহওক, আলোচ্য প্ৰসংগত আমাৰ বাবে যিটো কথা তাৎপৰ্য্যপূৰ্ণ সি হ'ল শ্লোক দুটাৰ ৰাজনৈতিক চৰিত্ৰ। দুয়োটা শ্লোকত ভগৱানৰ ধাৰণাক ৰাজতন্ত্ৰৰ স্বাৰ্থত ব্যৱহাৰ কৰাৰ প্ৰয়াস সুস্পষ্ট। তোমাৰ অৱবাজ ভিনীহিদেউৰ দৰে শাস্ত্ৰাসক্ত লোকে এইধৰণৰ শ্লোকৰ আধ্যাত্মিক বা অ-ৰাজনৈতিক ব্যাখ্যা দিবলৈ যিমানেই চেষ্টা নকৰক, নিৰ্মোহ মনৰ গৱাকীৰ দৃষ্টিৰ পৰা শ্লোক দুটাৰ ৰাজনৈতিক চৰিত্ৰ ঢাকি ৰখাৰ সাধ্য কাৰো নাই।

ৰাজনৈতিক স্বাৰ্থৰ সংৰক্ষণ বা সম্প্ৰসাৰণৰ কাৰণে যুদ্ধ-বিগ্ৰহত ৰাজশক্তি লিপ্ত হয়েই। এইবোৰ ক্ষেত্ৰতো অন্ধবিশ্বাসে ৰাজশক্তিক কেতিয়াবা বিশেষ ধৰণে সহায় কৰে। এই আলোচনাংশৰ আৰম্ভণিতেই তোমাক জনাইছো কেনেকৈ আহোম ৰজাই কোঁচ সেনাপতিৰ অন্ধ-বিশ্বাসৰ সুযোগ গ্ৰহণ কৰিছিল। 'মনুসংহিতা'-ত এইধৰণৰ ৰণ-কৌশলৰ কথা নাথাকিলেও অৰ্জিত পাপ অন্য ব্যক্তিলৈ স্থানান্তৰিত হোৱাৰ ভিত্তিহীন ভয় দেখুৱাই ৰজাৰ যুদ্ধত সৈন্যক যুঁজিবলৈ উদগনি দিয়াৰ চেষ্টা দেখা যায়। এই বক্তব্যপ্ৰসংগে 'মনুসংহিতা'-ত কোৱা হৈছে যে ভীতিগ্ৰস্ত হৈ যুদ্ধৰ পৰা পলাবলৈ বিচৰা সৈন্য যদি শত্ৰুৰ হাতত নিহত হয় তেন্তে পোষণকৰ্তাৰ সমস্ত পাপ তেওঁ কান্ধ পাতি লবলগীয়া হয়। (৭/৯৪) ৰজা-মহাৰজাৰ যুদ্ধ-বিগ্ৰহৰ স্বাৰ্থত কৰ্ম-ফলবাদ নামক অন্ধবিশ্বাসৰ সুচতুৰ প্ৰয়োগৰ ই এক উৎকৃষ্ট উদাহৰণ। এই-প্ৰকাৰ শ্লোক পঢ়াৰ পাছত বা তাৰ মৰ্মাৰ্থ শুনাৰ ফলত তাহানি কালৰ বহুতো অন্ধবিশ্বাসী সৈন্যই মৰণোত্তৰ স্বৰ্গৰ লোভত নিশ্চয় ৰণাংগনৰ পৰা পৃষ্ঠভংগ দিয়াৰ চিন্তা দুঃস্বপ্নতেও মনলৈ আহিব দিয়া নাছিল।

'কৌটিল্যৰ অৰ্থশাস্ত্ৰ'-তো তুমি অন্ধবিশ্বাসৰ সুযোগ গ্ৰহণ কৰি ৰজাৰ বিজয়াভিযানৰ কাৰণে উপযুক্ত মনস্তাত্ত্বিক অৱস্থা সৃষ্টি কৰাৰ কথা পাবা। 'দুৰ্গ দখল কৰাৰ উপায়'-ৰ আলোচনা প্ৰসংগত কৌটিল্যই স্পষ্টভাৱে কৈছে: 'শত্ৰুৰ দুৰ্গৰক্ষিত নগৰ দখল কৰিবৰ ইচ্ছা থকা বিজিগীষুৱে নিজৰ সৰ্বজ্ঞতা আৰু দেৱতাৰ লগত থকা যোগাযোগৰ কথা ঘোষণা কৰি নিজৰ পক্ষক আনন্দিত আৰু শত্ৰু পক্ষৰ বিভীষিকা উৎপাদন কৰিব।' (কৌটিল্যৰ অৰ্থশাস্ত্ৰ, পৃঃ ২৯৪) কেনেকৈ সু-পৰিকল্পিত কৌশলেৰে এই কামটো কৰিব পাৰি তাৰ প্ৰায় বিতং বিৱৰণ কৌটিল্যই দিছে। ৰজাৰ সৰ্বজ্ঞতা প্ৰমাণ কৰি মানুহক বিস্মিত আৰু মোহাচ্ছন্ন কৰা ছুটামান সুচতুৰ উপায় হ'ল—'ঘৰৰ গোপন খবৰ অৱগত হৈ মুখ্যসকলক নিবেদন, অপৰাধী দমনৰ কাৰণে নিযুক্ত গুপ্তচৰৰ যোগে ৰাজদ্ৰোহীবিলাকৰ (নাম জানি লৈ প্ৰকাশন, ..........মোহৰ মৰা পত্ৰ কঢ়িয়াই লৈ অহা ঘৰচীয়া পাৰৰ যোগে একেদিনাই বিদেশৰ বাতৰিৰ জ্ঞান (প্ৰদৰ্শন)।' (পৃঃ ২৯৪) ৰাজনৈতিক স্বাৰ্থত অজ্ঞ অসহায় অন্ধবিশ্বাসী প্ৰজাসাধাৰণক প্ৰৱঞ্চিত কৰিবলৈ কিমান অদ্ভুত-অভিনৱ উপায় উদ্ভাৱন কৰিছিল কৌটিল্যই! সহজেই অনুমেয় যে এইবিধ অন্ধবিশ্বাসৰ সম্প্ৰসাৰণৰ ফলত কেৱল দুৰ্গ ৰক্ষিত নগৰ দখল কৰাই উজু হৈ পৰা নাছিল, ৰজা আৰু ডা-ডাঙৰীয়াসকলে আভ্যন্তৰীণ বিক্ষোভ-বিদ্ৰোহৰ হাতৰ পৰাও ৰক্ষা পাইছিল। দেৱতাৰ লৈতে পোনপটীয়া যোগাযোগ থকা সৰ্বজ্ঞ ৰজাৰ শাসন-শোষণৰ বিৰুদ্ধে প্ৰজাই প্ৰতিবাদ বা বিদ্ৰোহ কৰিবলৈ হিয়াযোৰ কৰাটো জানো তেনেই স্বাভাৱিক কথা নহয়?

আধুনিক কালতো অন্ধবিশ্বাসৰ ৰাজনৈতিক ভূমিকাৰ প্ৰতি ৰাজনীতিজ্ঞ আৰু সমাজপতিসকলে দৃষ্টি নিদিয়াকৈ থকা নাই। গ্ৰীক ৰাজনীতিজ্ঞ Polybius-ৰ দৰে কোনো লুকঢাক নোহোৱাকৈ ৰাজনৈতিক স্বাৰ্থ সিদ্ধিৰ বাবে অন্ধবিশ্বাসক ব্যৱহাৰ কৰাৰ কথা কোনেও নকলেও, [illegible] সমৰ্থক আৰু [illegible] পৰা এই আধুনিক যুগতো,

অন্ধবিশ্বাসে বহুক্ষেত্ৰত নানা ধৰণৰ পৃষ্ঠপোষকতা লাভ কৰাটো কাৰো অবিদিত নহয়। আধুনিক কালৰ ইংলেণ্ডত মুক্ত বিচাৰ-বুদ্ধিক কণ্ঠৰোধ কৰাৰ যি প্ৰচেষ্টা তাৰ অন্তৰ্নিহিত উদ্দেশ্যৰ আলোচনা প্ৰসংগত J. B. Burry-য়ে লিখা কথা কেইষাৰ বেছ তাৎপৰ্য্যপূৰ্ণ: 'The idea has not altogether disappeared that free thought is peculiarly indecent in the poor, that it is highly desirable to keep them superstitious in order to keep them contented, that they should be duly thankful for all the theological as well as social arrangements which have been made for them by their betters.' (A History of Freedom of thought, P. 222) কথাখিনি ভালদৰে পঢ়িলে তুমি বুজিব পাৰিবা কিহৰ প্ৰয়োজনত যুগ যুগ ধৰি শাসক গোষ্ঠীয়ে অন্ধবিশ্বাসক ব্যৱহাৰ কৰি আহিছে। এই প্ৰয়োজন জানো আধুনিক যুগত শেষ হৈ গৈছে? পুৰণিকলীয়া অন্ধবিশ্বাসৰ প্ৰকাশ্য আৰু অবাধ ব্যৱহাৰ হয়তো কিছু কমিছে, কিন্তু ৰাজনীতিজ্ঞ আৰু সমাজপতিসকলে জানো আজিও নাভাবে 'that it is highly desirable to keep them [ the poor ] superstitious in order to keep them contented'?

তোমাৰ গোবৰ্দ্ধন মামাই পশ্চিমীয়া সমাজত ভাৰতীয় আধ্যাত্মিকতাৰ প্ৰচাৰ আৰু প্ৰসাৰৰ কথা কৈ বেছ গৰ্ববোধ কৰে। কি ধৰণৰ ৰাজনৈতিক স্বাৰ্থ পূৰণ হোৱাৰ বাবে পাশ্চাত্যত প্ৰাচ্যৰ এই আধ্যাত্মিক অভিযান সফল হৈছে সেই সম্পৰ্কে তোমাৰ আবেগান্ধ মামাই একেবাৰে চিন্তা নকৰে। অথচ বস্তুনিষ্ঠ লেখকসকলৰ মতে সত্তৰ-আশীৰ পশ্চিমীয়া সমাজত ভাৰতীয় আধ্যাত্মিকতাই বিশেষভাৱে প্ৰচাৰ আৰু প্ৰসাৰ লাভ কৰাৰ অন্যতম প্ৰধান কাৰণ হ'ল ইয়াৰ সমাজ-বিমুখ চৰিত্ৰ। কৰ্মফলবাদ, জন্মান্তৰবাদ, আত্মসৰ্বস্ব চিন্তাধাৰা

আদিয়ে মানুহক নীৰৱ-নিষ্ক্ৰিয় কৰি পেলালে ৰূপান্তৰ-বিৰোধী শক্তিবোৰ ৰাজনৈতিকভাৱে লাভৱান হোৱাৰ সম্ভাৱনা খুব বেছি। (দ্ৰ. D. N. Ganguli, A Psychiatrist Reviews Indian Religion, PP. 101-102) এই দৃষ্টিভংগীৰে যদি তুমি তোমাৰ মামাৰ সতে যুক্তি-যুঁজত অৱতীৰ্ণ হোৱা তেন্তে অৱধাৰিতভাৱে তোমাৰ মামাই ক'ব—'আধ্যাত্মিকতাৰ সতে আকৌ ৰাজনৈতিক লাভালাভৰ সম্পৰ্ক কি?' এইধৰণৰ প্ৰশ্ন অৱশ্যে তুমি বহুতৰে মুখত শুনিবলৈ পাবা। সৰহক্ষেত্ৰত এই প্ৰশ্নবোৰৰ নেপথ্যত অজ্ঞতাহে থাকে, ভণ্ডামী নহয়।

বাৰট্ৰাণ্ড ৰাছেলে জ্যোতিষীৰ বিষয়ে লিখা চমু ৰচনা এখনত আক্ষেপ কৰি লিখিছে যে আমাৰ স্কুল আৰু বিশ্ববিদ্যালয়সমূহত যুক্তিৰে বিচাৰ কৰিবলৈ বা সাক্ষ্য-প্ৰমাণৰ গুৰুত্বৰ কথা শিকোৱা নহয়। তেওঁ কৈছে, বৈজ্ঞানিক সাক্ষ্য-প্ৰমাণৰ সামান্যতম জ্ঞান থকা লোকৰ বাবেও এই কথা স্পষ্ট যে জ্যোতিষীসকলৰ বিশ্বাসসমূহৰ প্ৰকৃততে কোনো ভিত্তি নাই। কিন্তু শিক্ষা-ব্যৱস্থাত কিয় অন্ধবিশ্বাসক খণ্ডন কৰিব পৰা যুক্তিবাদ অনুপস্থিত? এই প্ৰশ্নৰ উত্তৰ দিবলৈ গৈ উল্লেখিত ৰচনাখনত ৰাছেলে লিখা কথাখিনিৰ সাৰমৰ্ম এই প্ৰকাৰ: জ্যোতিষৰ দৰে চৰকাৰও বিশেষ কিছুমান বিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত আৰু এই বিশ্বাসবোৰৰ সৰহভাগেই ভিত্তিহীন। স্বাভাৱিকতে, এই বিশ্বাসবোৰৰ অন্তঃসাৰশূন্যতা ধৰা পৰে বুলি, মানুহক যুক্তিৰ প্ৰকৃত ব্যৱহাৰ আৰু গুৰুত্ব শিকোৱা নহয়। ৰাছেলৰ ভাষাত: 'If these belief were to fade, mankind might escape disaster, but politicians could not.' (Mortals and Others, P. 125) সকলো 'politician' অন্ধবিশ্বাস-নিৰ্ভৰ বুলি ধাৰি নললেও তুমি এই কথা নিশ্চয় স্বীকাৰ কৰিবা যে যুক্তিবাদৰ প্ৰতি শাসক-গোষ্ঠীৰ অনীহাৰ নেপথ্যত লুকাই থাকে নিজৰ স্বাৰ্থ, সংৰক্ষণৰ প্ৰয়াস। বহলাৰ্থত এইবাবেই বিজ্ঞান তথা প্ৰযুক্তি শিক্ষাৰ

শিক্ষা দিলেও শাসক-গোষ্ঠীয়ে সাধাৰণতে বিজ্ঞান-মনস্কতাৰ প্ৰসাৰৰ ক্ষেত্ৰত বিশেষ উৎসাহ-উদ্যম নেদেখুৱায়। দৰাচলতে শ্ৰেণী-সমাজত সাধাৰণ মানুহৰ মনত প্ৰকৃত যুক্তিবোধ জগাই তোলাৰ আন্তৰিক আৰু অবিৰত চৰকাৰী চেষ্টা আশা কৰিব নোৱাৰি। অন্ধবিশ্বাস আৰু তৎজনিত ৰাজনৈতিক জড়তাৰ কোনো ৰাজনৈতিক ভূমিকা নথকাহেঁতেন কথাবাৰ জানো এনেদৰে ভাঙি লিখিব পাৰিলোহেঁতেন ?

শ্ৰেণী-বিভক্ত সমাজত শাসক-গোষ্ঠীৰ অন্যতম বাই উদ্দেশ্য হ'ল শোষণভিত্তিক আৰ্থ-সামাজিক ব্যৱস্থাৰ সংৰক্ষণ। এই উদ্দেশ্যে শাসক-গোষ্ঠীয়ে নানা তৰহৰ কৌশল অৱলম্বন কৰে। এই কৌশলসমূহৰ ভিতৰত আটাইতকৈ নিৰাপদ আৰু সূক্ষ্ম কৌশলটো হ'ল মানুহৰ দৃষ্টিক সমস্যাৰ মূল কাৰণৰ পৰা অন্যফালে আঁতৰাই নিয়া। সকলো নহলেও বিশেষ কেতবোৰ প্ৰচলিত অন্ধবিশ্বাসে এইক্ষেত্ৰত শাসক-গোষ্ঠীক যথেষ্ট সহায় কৰে—ক্ষেত্ৰবিশেষে অৱশ্যে আওপকীয়াভাৱে। এটা দৃষ্টান্ত দিলে তুমি বোধহয় কথাটো ভালদৰে বুজিবা। তাহাঁনি ইউৰোপৰ মানুহে বিশ্বাস কৰিছিল যে ডাইনীয়ে নানা ধৰণৰ অনিষ্ট-অপকাৰ কৰিব পাৰে। আপাতদৃষ্টিত এই অন্ধবিশ্বাসৰ বিশেষ কোনো ৰাজনৈতিক ভূমিকা নাই। পিছে বিচাৰ-বিশ্লেষণ কৰি চালে তুমি দেখিবা যে সমাজৰ বৈষম্য-বঞ্চনাৰ আৰ্থ-সামাজিক কাৰণৰ পৰা প্ৰজাসাধাৰণৰ দৃষ্টি ই আঁতৰাই নিছিল, দুখ-দুৰ্গতিৰ কাৰণ মানুহে বিচাৰি পাইছিল ডাইনীৰ কাল্পনিক অস্তিত্বত। এই বিষয়ে জনৈক লেখকে যৰ মাৰুৱা এবাৰ কথা লিখিছে : 'The practical significance of the witch mania therefore was that it shifted responsibility for the crisis of late medieval society from both church and state to imaginary demons in human form.' M. Harris, Cows, Pigs, Wars and Witches, PP. 167-168 )

তাহানি ইউৰোপৰ মানুহৰ চিন্তা-চেতনাক 'imaginary demons'-য়ে আচ্ছন্ন কৰি পেলোৱাৰ দৰে আমাৰ সমাজৰ এক বৃজন সংখ্যক মানুহৰ মন আৰু মগজক আজি বিভ্ৰান্ত কৰি পেলাইছে আকাশৰ গ্ৰহ-নক্ষত্ৰৰ 'imaginary' প্ৰভাৱৰ কষ্ট-কল্পিত ধাৰণাই। ভাৰতৰ দৰে ভাগ্যবাদী দেশৰ কথা বাদেই দিছোঁ, আনকি আমেৰিকাৰ দৰে আধুনিক দেশতো গ্ৰহ-নক্ষত্ৰৰ কাল্পনিক প্ৰভাৱৰ তত্ত্ব সমাদৃত আৰু সুপ্ৰচাৰিত। জনা যায় যে উত্তৰ আমেৰিকাত ১,২০০ খন বাতৰি কাকতত জ্যোতিষৰ শিতান আছে। ১৯৮৪ চনত চলোৱা এটা সমীক্ষা অনুযায়ী ১৩-ৰ পৰা ১৮ বছৰৰ ভিতৰত ৫৫% আমেৰিকানে জ্যোতিষত বিশ্বাস কৰে। (দ্ৰ. H. Narasimhaiah (Ed.) Science, Non-Science and the Paranormal, P. 212) বিজ্ঞানৰ বিপুল আৰু বিস্ময়কৰ অগ্ৰগতি হোৱা সত্বেও আধুনিক চেতনাৰ এই পশ্চাদগমন খুবেই পৰিতাপৰ কথা। ইয়াৰ উৎস আৰু সামাজিক পৰিণতিৰ বিষয়ে তুমি বাৰু দকৈ চিন্তা কৰি চাইছা নে? 'ভাগ্য-গণনাৰ ভুৱা বিজ্ঞান' শীৰ্ষক ৩.গ আলোচনাংশত গ্ৰহ-নক্ষত্ৰক কেন্দ্ৰ কৰি গঢ় লৈ উঠা অন্ধবিশ্বাসৰ সন্দৰ্ভত তোমাক কিছু কথা জনাইছোঁ। ইয়াত সেই ব্যাখ্যা-বক্তব্যৰ পুনৰাবৃত্তি নকৰোঁ। মাত্ৰ এটা কথা তোমাক জনাই থওঁ: ডাইনী-বিশ্বাসৰ দৰে জ্যোতিষেও সমাজৰ সমস্যা-সংকটৰ মূল কাৰণৰ পৰা মানুহৰ চকু আঁতৰাই নিয়ে। জ্যোতিষৰ এই বৈশিষ্ট্যৰ ৰাজনৈতিক ভূমিকা জানো উপেক্ষনীয়? শেষ বিচাৰত, সকলো কাল্পনিক কাৰ্য্যকাৰণ সম্পৰ্কৰ ধাৰণাই স্থিতাৱস্থাক দৃঢ় আৰু দীৰ্ঘস্থায়ী কৰে। এই সত্যৰ মাজতেই নিহিত হৈ আছে অন্ধবিশ্বাসৰ ৰাজনৈতিক ভূমিকাৰ প্ৰকৃত ৰহস্য।

তোমাৰ কোঠাত এবাৰ—বোধহয় বিহুৰ বন্ধত—অবিৰত 'আড্ডা' মৰাৰ সুবিধা পাইছিলো তোমাৰ বন্ধু-বান্ধৱীৰ সতে। আমাৰ বিষয় আছিল অন্ধবিশ্বাস। বিমান বুৰে মনত পৰে সেই 'আড্ডা'-ৰ পাছতে পৰা অন্ধবিশ্বাসৰ বিষয়ে পত্ৰালোচনা লিখিবলৈ তোমাৰ পৰা অনুৰোধ-

এই যুক্তিৰ দুৰ্বলতা ক'ত গম পাবা। আমি মনত ৰখা উচিত হ'ব যে যাৰ দ্বাৰা আৰু যি উদ্দেশ্যে বিশেষ কেতবোৰ অন্ধবিশ্বাস ব্যৱহৃত হয় তাৰ লগত অন্ধবিশ্বাসবোৰৰ উৎস সম্পৰ্কীয় ইতিহাসৰ কোনো সম্পৰ্ক নাথাকিবও পাৰে। শোষক-শাসকে নিজৰ স্বাৰ্থসিদ্ধিৰ বাবে বিশেষ কেতবোৰ অন্ধবিশ্বাস আৰু উদ্ভট ধাৰণাৰ জন্ম দিয়ে সঁচা, পিছে সৰহক্ষেত্ৰত তেওঁলোকে ইতিমধ্যে জন-সমাজত প্ৰচলিত থকা কিছুমান অন্ধবিশ্বাসক—ক্ষেত্ৰবিশেষে পৰিবৰ্দ্ধিত বা পৰিমাৰ্জিত ৰূপ দি—নিজৰ স্বাৰ্থৰ হকে ব্যৱহাৰ কৰে। ইয়াৰ অৰ্থ অৱশ্যে এই নহয় যে শোষক-শাসক শ্ৰেণীয়ে সংগোপনে সভা পাতি অন্ধবিশ্বাসক ব্যৱহাৰ কৰাৰ প্ৰস্তাৱ লয় আৰু সেই উদ্দেশ্যে সুনিৰ্দিষ্ট কাৰ্য্যাৱলী প্ৰস্তুত কৰে। শ্ৰেণী-বিভক্ত সমাজত কিছুমান অন্ধবিশ্বাসে আপোনা-আপুনি স্থিতাৱস্থাৰ স্থায়িত্ব বঢ়াত সহায় কৰে -পৰোক্ষ আৰু অসচেতনভাৱে। এনেবোৰ বিশ্বাসক প্ৰকাশ্যে বা পাকে-প্ৰকাৰে উৎসাহ দিয়া আৰু যুক্তিবাদৰ প্ৰতি অনীহা অথবা বিদ্বেষ-প্ৰদৰ্শন শাসকীয় কৌশলৰেই এক সূক্ষ্ম ৰূপ। অন্যহাতেদি, এই কথাও তুমি মনত ৰখা উচিত হ'ব যে, তাহানিৰ গ্ৰীক ৰাজনীতিজ্ঞ Polybius-ৰ দৰে শাসক-শোষক শ্ৰেণীৰ সকলো লোক সংস্কাৰ-মুক্ত নহয়; সমস্যা-সংকটৰ পৰা ত্ৰাণ পোৱাৰ বা মানসিক শান্তি লাভ কৰাৰ উদ্দেশ্যে তেওঁলোকেও নানা তৰহৰ অন্ধবিশ্বাসৰ আশ্ৰয় লয়। এইখিনিতে তোমাক কৈ থোৱা প্ৰাসংগিক হ'ব যে প্ৰচলিত আৰু পুৰণি সকলো অন্ধবিশ্বাসৰ ৰাজনৈতিক ভূমিকা একে নহয় অথবা কেতবোৰ অন্ধবিশ্বাসৰ ৰাজনৈতিক ভূমিকা প্ৰায় নাথাকেই। জ্যোতিষ বা অৱতাৰবাদৰ গভীৰ আৰু গুৰুত্বপূৰ্ণ ৰাজনৈতিক ভূমিকাৰ বিষয়ে সন্দেহ-সংশয়ৰ অৱকাশ থাকিব নোৱাৰে, কিন্তু [illegible] [illegible] অসংখ্যাৰীয়া—এই অন্ধবিশ্বাসবোৰৰ বিষয়ে [illegible] [illegible] কথা ক'ব পাৰি।

পৰিশেষত তোমাক [illegible] [illegible] আৰু [illegible] কথা জনাই থওঁ। অন্ধবিশ্বাসৰ [illegible] [illegible], ৰাজনৈতিক ভূমিকাই

যুক্তিসংগতভাৱেই সচেতন আৰু সদিচ্ছাসম্পন্ন মানুহৰ মনত তীব্ৰ আৱেগিক প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে। ক্ৰোধ, কটাক্ষ, আক্ৰমণ ইত্যাদি সৰ্বাচৰণতে এই প্ৰতিক্ৰিয়াৰেই অৱধাৰিত অভিব্যক্তি।" (সততে তৰুণ-প্ৰজন্ম আৰু উত্তেজনাপ্ৰৱণ মানুহৰ বেলিকা এনে প্ৰতিক্ৰিয়া তীব্ৰতৰ হয়।) পিছে অন্ধবিশ্বাসৰ উৎস আৰু ভূমিকাৰ ভিত্তি তথা চৰিত্ৰৰ বিষয়ে আলোচনা-বিলোচনা কৰোতে এই প্ৰকাৰ আৱেগিক প্ৰতিক্ৰিয়াৰ পৰা আমি নিজকে যথাসম্ভৱ মুক্ত ৰাখিব পাৰিলে ভাল। নহলে গাৰ্গীৰ দৰে আন বহুতেই সকলো অন্ধবিশ্বাসৰ নেপথ্যত দেখা পাব কেৱল শাসকীয় চক্ৰান্তৰ মেৰ-পেচ। আকৌ, অন্ধবিশ্বাসৰ বিৰুদ্ধে প্ৰচাৰাভিযান চলাওঁতেও আৱেগিক প্ৰতিক্ৰিয়াৰ তীব্ৰতা সম্পৰ্কে সতৰ্ক থকাটো বাঞ্ছনীয়। কিয়নো, আৱেগিক উত্তেজনাই কেৱল দৃষ্টিভংগীৰ নিৰ্মোহ আৰু নিৰপেক্ষ চৰিত্ৰকেই ক্ষুণ্ণ নকৰে, সুদূৰপ্ৰসাৰী প্ৰভাৱৰ কথা চিন্তা নকৰি ই মানুহক তাৎক্ষণিক পৰিণতিৰ প্ৰতিও আকৃষ্ট কৰে। এনে পৰিণতিৰ প্ৰতি অত্যধিক আকৃষ্ট হোৱাৰ ফলতেই বোধহয় তোমাৰ বান্ধৱী গাৰ্গীয়ে এদিন কৈছিল যে কোৰ্ট-কাছাৰীৰ আগত ভাটৌ চৰাই লৈ বহি থকা পথ-জ্যোতিষীসকলক মাৰধৰ দিয়াৰ প্ৰয়োজন আছে। গাৰ্গীক সুধিবাচোন, এনে কাৰ্য্যই প্ৰকৃত অৰ্থত তেওঁলোকৰ উত্তৰণত কিবা সহায় কৰিব নে? তোমালোকৰ অহা দেওবাৰীয়া 'আড্ডা'-ত চাহ-চিঙাৰা উদৰস্থ কৰাৰ সময়ত এই কথাবোৰ আলোচনা কৰিবা বুলি আশা কৰিলোঁ।

## ৪. ৰ. অন্ধবিশ্বাস : আৰ্থ-সামাজিক ভিত্তি

তোমাৰ প্ৰবীণা পেহীৰ বক্তব্য পঢ়ি অৱশ্যে মৰ্মাহত হোৱা নাইলো। [illegible] ভাষা আৰু যুক্তি কঠোৰ, কিন্তু এই কঠোৰতা [illegible]। [illegible] বিশ্বাস কৰে যে অন্ধবিশ্বাসৰ [illegible] [illegible] [illegible] [illegible] [illegible] [illegible]

বা নাস্তিক মানুহৰ কাম। তোমাৰ পেহীৰ কথাত তেনেও নাই, অত্যুক্তিও নাই। যেতিয়া বিৰাট এজোপা গছক তেওঁ সন্মুখে সেৱা কৰে তেতিয়া তেওঁৰ মনলৈ ভয়-ভক্তিৰ ভাব আহে স্বতঃস্ফূর্তভাৱেই। সাধাৰণতে মনস্তাত্বিক কাৰণে স্বতঃস্ফূর্তভাৱে সৃষ্টি হোৱা বহুতো অন্ধ-বিশ্বাসৰ উৎস আপাতদৃষ্টিত—তোমাৰ পেহীৰ ভাষাত—'মানুহৰ কালজয়ী অন্তৰাত্মা'। কিন্তু কথাষাৰ জানো সঁচা? আমাৰ এই সুদীৰ্ঘ পৰ্য্যালোচনাৰ বিভিন্ন ব্যাখ্যা পঢ়ি তুমি নিশ্চয় পতিয়ন গৈছা যে ঘাইকৈ মনস্তাত্বিক কাৰণে জন্ম লোৱা সৰহভাগ অন্ধবিশ্বাসৰ সৈতেও মানুহৰ অসম্পূৰ্ণ জ্ঞান, প্ৰতিকূল প্ৰাকৃতিক পৰিৱেশ, সামাজিক নিৰাপত্তাহীনতা ইত্যাদিৰ কথা ওতঃপ্ৰোতভাৱে জড়িত। কেঁচাই নিউ নিউকৈ মাতিলে তোমাৰ আইতাৰ বুকু নিশ্চয় চিৰিংকৈ কঁপি উঠে। এয়া নির্ভেজাল স্বতঃস্ফূর্ত প্ৰতিক্ৰিয়া। কিন্তু এই প্ৰতিক্ৰিয়াৰ ভিত্তি যি অন্ধবিশ্বাস তাৰ জন্ম হৈছিল সুদূৰ অতীতৰ বিশেষ এটা সামাজিক অৱস্থাত—যেতিয়া মৃত্যু আছিল মানুহৰ বাবে এক অনিশ্চিত আৰু দুর্জ্ঞেয় অভিজ্ঞতা। এই বিষয়ে 'মনস্তাত্বিক উৎসৰ সন্ধানঃ মৃত্যু-ভীতি' শীর্ষক ৩.খ আলোচনাংশত তোমাক কিছু কথা জনাইছোঁ। সেই কথাখিনিৰ পুনৰ ইয়াত দোহাৰি তোমাক বিৰক্ত কৰাটো বুদ্ধিমানৰ কাম নহ'ব।

অন্যভাৱেও তুমি দেখুৱাব পাৰা যে আপাতদৃষ্টিত সম্পূৰ্ণভাৱে স্বতঃস্ফূর্ত যেন লগা অন্ধবিশ্বাসবোৰও বহিঃবিশ্বৰ লগত সম্পৰ্ক-শূন্য নহয়—অৰ্থাৎ তোমাৰ পেহীয়ে ক'বৰ দৰে 'মানুহৰ কালজয়ী অন্তৰাত্মা'-ৰ পৰা উদ্ভূত নহয়। তোমাৰ আইতাৰ কথাই ধৰাহঁক। সৰুৰে পৰা তেওঁ যি পৰিৱেশত ডাঙৰ-দীঘল হৈছে তাত যদি কেঁচাৰ চিঞৰত আতংকিত হোৱা মানুহ তেওঁ [illegible] [illegible]

এটা এনেদৰে সংক্ৰমিত হয়। সামাজিক মনস্তত্ত্বত internalisation বুলি এবাৰ কথা তুমি সততে পঢ়িবলৈ পাবা। 'What happens in socialisation is that the social world is internalised within the child.' (P. Berger, Invitation to Socialogy, P.140) শৈশৱাৱস্থাতেই সমাজে কথাবোৰ এনেভাৱে তোমাৰ মনত সুমুৱাই দিব যে সেইবোৰক তুমি নিজৰ কথা বুলিয়েই ভাবিবা। অন্ধবিশ্বাসবোৰ সাধাৰণতে কি প্ৰক্ৰিয়াৰে আমাৰ মনত সোমাই পৰে তাক তুমি cultural internalisation বুলিব পাৰা। ('সম্ভৱতঃ বহুতো আধুনিক লোক কিছু ক্ষেত্ৰত বা কিছু-কালত অন্ধ-বিশ্বাসী হোৱাৰ এই কাৰণ এটা cultural internalisation। এই internalised ধ্যান-ধাৰণাবোৰ মনৰ গভীৰলৈ সিপাই পৰে আৰু সেই শক্তিকে তাক সম্পূৰ্ণভাৱে নিশ্চিহ্ন কৰি পেলোৱাটো অসাধ্য নহলেও বৰ সহজসাধ্যও নহয়।)

শৈশৱোত্তৰ কালতো সামাজিক মানুহ নানাপ্ৰকাৰে প্ৰভাৱিত-পৰিচালিত হ'ব পাৰে। এনেকৈও বহিঃপ্ৰভাৱৰ ফলত অন্ধবিশ্বাসে প্ৰসাৰ তথা প্ৰচাৰ লাভ কৰে। এই বহিঃপ্ৰভাৱবোৰৰ ভিতৰত গণ-মাধ্যমৰ ভূমিকা মুঠেও উপেক্ষণীয় নহয়। চিনেমা, দূৰদৰ্শন আদি গণ-মাধ্যমৰ ভূমিকাৰ কথালৈ নগৈ এই প্ৰসংগত তোমাক দৃষ্টান্ত হিচাপে পত্ৰ-পত্ৰিকাৰ ভূমিকাৰ বিষয়ে যৎকিঞ্চিত জনোৱা উচিত হ'ব বুলি ভাবিছোঁ। পৃথিবীৰ ১৮৬ গৰাকী প্ৰসিদ্ধ বিজ্ঞানীয়ে জ্যোতিষৰ ভিত্তিহীনতাৰ কথা ঘোষণা কৰি দিয়া বিবৃতিৰ প্ৰাসংগিক অংশ এইখিনিতে তোমাৰ জ্ঞাতাৰ্থে তুলি দিছোঁ: 'We are especially disturbed by the continued uncritical dissemination of astrological charts, forecasts and horoscopes by media and by otherwise reputable newspapers, magazines and book publishers. This can only contribute to the growth of irrationalism and obscurantism.'

(H; Narasimhaiah (Ed.), Science, Nonscience and the Paranormal, P. XIX) অন্ধবিশ্বাসৰ প্ৰসাৰৰ ক্ষেত্ৰত পত্ৰ-পত্ৰিকাৰ অহিতকৰ ভূমিকাৰ কথা বিজ্ঞানী কেইগৰাকীৰ বিবৃতিত স্পষ্টভাৱে কোৱা হৈছে। এই অভিযোগত কোনো অতিৰঞ্জন নাই। তোমাৰ গোবৰ্দ্ধন মামাক ভালদৰে লক্ষ্য কৰিলে দেখিবা যে সাপ্তাহিকখন মেলি লৈ প্ৰথমেই তেওঁ 'আপোনাৰ সপ্তাহটো কেনেকৈ যাব' শীৰ্ষক শিতানটোৰ কথাখিনি গোগ্ৰাসে গিলি পেলায়। দুখৰ কথা, তেওঁৰ জীয়েক জোনাকীলৈও সম্প্ৰতি এই বদঅভ্যাসটো সংক্ৰমিত হৈছে।

আমাৰ সৰহ সংখ্যক পত্ৰ-পত্ৰিকাৰ বিশেষ এটি যুক্তিবিৰোধী বৈশিষ্ট্যৰ সন্দৰ্ভত দুআষাৰ কথা এই প্ৰসংগতে উনুকিয়াই থোৱা উচিত হ'ব। বিভিন্ন পত্ৰ-পত্ৰিকাই উৎসাহেৰে আৰু নিয়মিতভাৱে মানুহৰ জীৱনৰ ওপৰত গ্ৰহ-নক্ষত্ৰৰ প্ৰভাৱৰ কথা প্ৰকাশ আৰু প্ৰচাৰ কৰে। (কামটো ব্যৱসায়িক উদ্দেশ্যেৰে কৰা হয় যদিও সাধাৰণ পঢ়ুৱৈয়ে সেই কথা নাজানে।) লক্ষ কৰিলে দেখিবা এই একেবোৰ পত্ৰ-পত্ৰিকা বিশেষ কেতবোৰ ৰাজনৈতিক নেতাৰ প্ৰশংসা অথবা সমালোচনাত সোচ্চাৰ। ই জানো একপ্ৰকাৰৰ স্ব-বিৰোধ নহয়? গ্ৰহ-নক্ষত্ৰই যদি মানুহৰ চৰিত্ৰ-চেতনা তথা ভাগ্য-ভৱিষ্যতৰ নিয়ামক শক্তি তেন্তে ৰাজনৈতিক সাফল্য, দুৰ্নীতি, ব্যৰ্থতা আদিৰ বাবে 'অসহায়' ব্যক্তি কেইজনক প্ৰশংসা বা নিন্দা কৰাৰ জানো কিবা যুক্তি আছে? (এই যুক্তিটোকে কিঞ্চিৎ সম্প্ৰসাৰিত কৰি তুমি ক'ব পাৰা যে যদি জ্যোতিষ বিদ্যা সঁচাকৈয়ে বিজ্ঞানসন্মত তেন্তে অপৰাধীক শাস্তি দিয়াৰো কোনো হেতু নাই, যিহেতু জ্যোতিষৰ মতে মানুহৰ সমগ্ৰ জীৱন আকাশৰ গ্ৰহ-নক্ষত্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত।) তোমাৰ চৌপাশে থকা সৰহসংখ্যক মানুহৰ ব্যক্তিত্বত সচৰাচৰ, আধুনিকতা আৰু অন্ধবিশ্বাসৰ যি সহ অৱস্থান দেখা যায় তাৰ নেপথ্যত পত্ৰ-পত্ৰিকাৰ উল্লিখিত যুক্তিবিৰোধী বৈশিষ্ট্যটোৰ কিবা পৰোক্ষ অৱদান আছে নে নাই সেইবিষয়ে তুমি চিন্তা কৰি চাব পাৰা।

তুমি চাগৈ ভাবিছা, কোনোবা জ্যোতিষীৰ দ্বাৰা বেয়াকৈ প্ৰতাৰিত হৈ বিশেষভাৱে জ্যোতিষী-বিদ্বেষী হৈ পৰিছোঁ। নহ'লে জ্যোতিষৰ বিষয়ে ইমানকৈ লিখাৰ কি কাৰণ থাকিব পাৰে? যদি তেনে ধাৰণা মনলৈ আহিছে তেন্তে তুৰন্তে তাক পৰিহাৰ কৰা। পিছে এটা কথা তোমাক জনাই থোৱা উচিত হ'ব বুলি ভাবিছোঁ। কথাটো হ'ল, সকলো জ্যোতিষীক চালাক-চতুৰ ধূৰন্ধৰ মানুহ বুলি ভবাৰ কোনো যুক্তি নাই। কোভুৰে কোৱাৰ দৰে সৰহভাগ জ্যোতিষীয়েই 'deluded persons'। (Begone Godman, P. 47) অৱশ্যে যিসকলে বিজ্ঞাপন আদিৰ দ্বাৰা আত্মপ্ৰচাৰ কৰি বাণিজ্যিক উদ্দেশ্যেৰে জ্যোতিষ-চৰ্চা কৰে তেওঁলোকৰ সততাক সন্দেহ কৰাৰ থল আছে।

তেনেহ'লে বৰ্তমান পত্ৰালোচনাত জ্যোতিষৰ প্ৰসংগ বাৰে বাৰে উত্থাপন কৰাৰ কাৰণ কি? কাৰণ অৱশ্যে নোহোৱা নহয়। কোশম্বীৰ ভাষাত :-'The crudest of Indian Superstitions is faith in astrology.' (Science, Society and Peace, P. 54) তদুপৰি, এইবিধ অন্ধবিশ্বাসৰ নিয়মিত আৰু ব্যাপক মুদ্ৰিত প্ৰচাৰ আজি আটাইতকৈ বেছি। অৱশ্যে পত্ৰ পত্ৰিকাত অন্যান্য কেতবোৰ অন্ধবিশ্বাসকো প্ৰশ্ৰয় দিয়া হয়—যিবোৰৰ বৈচিত্ৰ্য তোমাৰ দৰে নিয়মিতভাৱে বাতৰি কাকত পঢ়া লোকে নিশ্চয় ভালদৰে গম পায়। তথাপি জ্যোতিষৰ লগত সম্পৰ্ক নথকা এটা অন্ধবিশ্বাসৰ নমুনা তোমাক দিওঁ—যিটো প্ৰচাৰিত হৈছিল ১৯৯০ চনৰ ৭ জুলাইৰ Amrita Bazar Patrikaত। এই বহুল প্ৰচাৰিত পুৰণি পত্ৰিকাখনৰ উল্লেখিত সংখ্যাটোৰ প্ৰথম পৃষ্ঠাতে দেখিবা বিশ্ব-বিশ্ৰুত ফুটবল খেলুৱৈ মাৰাডোনাৰ এখন ছবি : ৰুদ্ৰাক্ষ-মালা পৰিহিত মাৰাডোনাই মালাডাল স্পৰ্শ কৰি বিজয়-বিভোৰ দৃষ্টিৰে কিহবালৈ চাই আছে। ছবিখনৰ তলত লিখা আছে : 'Rudraksha' power : Maradona sporting the blessed garland presented to him by Amiya Tarafdar, who snapped this picture in Rome. A 'Namabali' presented

by the photographer brought luck and World Cup to Argentina in Mexico four years ago.' দ্বিতীয় বাক্যটো পঢ়িলে যিকোনো যুক্তি-নিৰ্ভৰ মানুহে হাঁহি সম্বৰণ কৰিব নোৱাৰিব। মাৰাডোনা তথা আৰ্জেণ্টিনা দলৰ সাধনা আৰু দক্ষতা নহয়, অৱতৰ পৰা হিন্দু অন্ধবিশ্বাস ৰপ্তানি কৰাৰ দায়িত্ব স্বেচ্ছায় কান্ধ পাতি লোৱা জনৈক সাংবাদিকে দিয়া নামাবলীৰ কাৰণেহে চাৰি বছৰ পূৰ্বে আৰ্জেণ্টিনা বিশ্ব চেম্পিয়ন হৈছিল! (স্পষ্ট মনত আছে, মাৰাডোনাৰ এই ছবিখন দেখি ডেকাকালত ফুটবল খেলি সুনাম অৰ্জন কৰা তোমাৰ গোবৰ্দ্ধন মামাইও আনকি ব্যংগৰ হাঁহি মাৰিছিল।) পিছে প্ৰশ্ন হ'ল: মাৰাডোনাক ৰুদ্ৰাক্ষ-মালা পিন্ধোৱা সত্বেও ৰোমত কিয় আৰ্জেণ্টিনাই পূৰ্বৰ সুনাম তথা স্থান অক্ষুণ্ণ ৰাখিব নোৱাৰিলে? নামাবলীতকৈ ৰুদ্ৰাক্ষৰ মালাৰ অলৌকিক শক্তি কিছু নিম্ন স্তৰৰ নেকি? তোমাক বোধহয় নকলেও হ'ব যে কাৰ্য্যকাৰণ সম্পৰ্কৰ এনে উদ্ভট আৰু হাস্যকৰ ব্যাখ্যাই আমাৰ দৰে পশ্চাদপদ সমাজৰ যথেষ্ট ক্ষতি কৰে।

অন্ধবিশ্বাসৰ নিৰ্ভেজাল অন্তৰাত্মা-নিৰ্ভৰ চৰিত্ৰ কেৱল নিৰ্মম বা নাস্তিক লোকেহে অস্বীকাৰ কৰিব পাৰে—তোমাৰ প্ৰবীণা পেহীৰ এই ক্ষোভ-মিশ্ৰিত মন্তব্য যে সমাজতত্ব-সমৰ্থিত নহয় তাৰ আভাস দিবলৈ হৈ internalisation প্ৰক্ৰিয়াৰ মাধ্যমেৰে মানুহে আয়ত্ব কৰা সাংস্কৃতিক উত্তৰাধিকাৰ আৰু গণ-মাধ্যমৰ প্ৰভাৱৰ বিষয়ে তোমাক কিছু কথা জনাবলগীয়া হ'ল। কিন্তু অন্ধবিশ্বাসৰ অস্তিত্ব তথা প্ৰসাৰৰ মূলত কেৱল বহিঃপ্ৰভাৱেই নহয়, বিশেষ এটা আৰ্থ-সামাজিক ব্যৱস্থাই সৃষ্টি কৰা প্ৰয়োজন আৰু পশ্চাদপদতাৰ সম্পৰ্কও বিদ্যমান। তোমাৰ বোধহয় মনত আছে 'আশা-প্ৰদানৰ স্থূল বিজ্ঞান' শীৰ্ষক আলোচনাংশৰ শেষত লিখিছিলোঁ: 'জ্যোতিষৰ জনপ্ৰিয়তা তথা প্ৰসাৰৰ কাৰণ বিচাৰোঁতে সমাজ-কৰ্মীৰ মানুহৰ দৈনন্দিন জীৱনৰ অসহায়তা-অনিশ্চিততাৰ কথা পাহৰিলে নচলিব। মানুহৰ সকাম-চেষ্টা তথা আশাৰ জীৱনসংগ্ৰামত

সমাজত—তেনে সমাজত সাধাৰণ মানুহৰ শৰীৰ-মন দুৰ্বল আৰু অৱসাদ-গ্ৰস্ত হোৱাটো খুবেই স্বাভাৱিক। তুমি নাভাবিবা যে বিবেকানন্দই সাধাৰণ ভাৰতীয়ৰ দুখ দুৰ্দশাৰ কথা নাজানিছিল। ৰামকৃষ্ণৰ আধ্যাত্মিকতাৰ দ্বাৰা মোহিত —বা সম্মোহিত হোৱাৰ আগলৈকে জীৱিকাৰ সন্ধানত স্বয়ং বিবেকানন্দইও অনাই-বনাই ঘূৰিছিল। এদিন আনকি তেওঁ চাকৰিৰ কাৰণে দিনটো ঘূৰি ফুৰাৰ পাছত আবেলি [illegible] উত্তৰতাতে বাটৰ কাষতে অজ্ঞান হৈ পৰিছিল ভোক-পিয়াহৰ হেঁচাত। ( দ্ৰ. N. Dhar, Vedanta and the Bengal Renaissance, P. 140 ) গতিকে অৱসাদগ্ৰস্ত তথা দুৰ্বল শৰীৰ মনৰ লগত আৰ্থ-সামাজিক ব্যৱস্থাৰ সম্পৰ্কৰ কথা তেওঁ নিশ্চয় নিজৰ অভিজ্ঞতাৰ পৰাই উপলব্ধি কৰিছিল। পিছে দুখৰ কথা যে অন্যত্ৰ 'সমাজতাত্ত্বিক দৃষ্টিভংগীৰ পৰিচয় দিলেও আমি উল্লেখ কৰা ব্যাখ্যাত জ্যোতিষ-বিশ্বাসৰ মায়ুতান্ত্ৰিক ভিত্তিৰ সামাজিক উৎস সম্পৰ্কে বিবেকানন্দ নীৰৱ। উল্লেখ যে বিবেকানন্দই কোৱা 'ভাল খাদ্য, আহাৰ আৰু বিশ্ৰাম' আমাৰ আজিৰ সমাজতো সাধাৰণ মানুহৰ বাবে প্ৰায় আকাশ-কুসুম কল্পনা। এনে অৱস্থাত -অপূৰ্ণ আকাংক্ষা ক্ৰমে স্তূপীকৃত হোৱাৰ বাবে থাইকৈ—মানুহৰ জ্যোতিষ-নিৰ্ভৰতা যে ব্যাপকতৰ হ'ব সেই বিষয়ে জানো তোমাৰ কিবা সংশয় আছে? অন্যান্য অনেক অন্ধবিশ্বাসৰ ক্ষেত্ৰতো একে কথাই প্ৰযোজ্য। দৰাচলতে শ্ৰেণী-বিভক্ত সমাজৰ সমস্যা-সংকটে অন্ধবিশ্বাসৰ প্ৰসাৰৰ বাবে উৰ্বৰ ক্ষেত্ৰ তৈয়াৰ কৰি দিয়ে।

তোমাক যুক্তিবাদী আব্ৰাহাম কোভুৰৰ একান্ত অনুৰাগী বুলি জানো। তোমাৰ যেতিয়া এবাৰ তেওঁৰ এখন কিতাপ দেখিছিলোঁ—কিতাপৰ একাধিক অংশ তুমি ৰঙা চিয়াঁহীৰে চিহ্নিত কৰি থৈছিলা। বুজিছিলোঁ, আজিকালি বহুতেই পঢ়াৰ দৰে তুমি কিতাপখন ওপৰে ওপৰে পঢ়া নাই। যুক্তিবাদৰ আন্দোলনৰ প্ৰবক্তা আৰু প্ৰচাৰক হিচাপে কোভুৰৰ ঐতিহাসিক ভূমিকা নিঃসন্দেহে স্মৰণীয়। নিজৰ

তেওঁৰ ৰচনা পঢ়ি ধাৰণা হয় যে কোনো কোনো ক্ষেত্ৰত তেওঁৰ ব্যাখ্যাসমূহ কেতবোৰ গুৰুত্বপূৰ্ণ সীমাবদ্ধতাৰ পৰা মুক্ত নহয়। এই বিষয়ে 'বিবিধ প্ৰসংগ' গ্ৰন্থত সন্নিবিষ্ট 'অলৌকিকতাৰ ব্যৱসায়' শীৰ্ষক নিবন্ধত কিছু আলোচনা কৰিছোঁ। বৰ্তমান প্ৰসংগত আমি কেৱল কোভুৰৰ জ্যোতিষ বিষয়ক ব্যাখ্যাৰ সীমাবদ্ধতাৰ বিষয়ে চমুকৈ ক'ব বিচাৰিছোঁ।

জ্যোতিষ-বিশ্বাস কিয় ক্ৰমপ্ৰসাৰমান—এই প্ৰশ্নৰ আংশিক উত্তৰ আমি বৰ্তমান পৰ্যালোচনাৰ যথাস্থানত দিবলৈ যত্ন কৰিছোঁ। কোভুৰে তেওঁৰ 'Begone Godman' নামৰ কিতাপখনত এইবিষয়ে অলপ বহলাই আলচ কৰিছে আৰু তেওঁৰ আত্মপ্ৰত্যয়পূৰ্ণ নিজৰ ভংগীৰে লিখা কথাখিনিৰ পৰা আমি যথেষ্ট উপকৃত হৈছোঁ। পিছে সজাগ-সতৰ্ক মন এটা লৈ তেওঁৰ ব্যাখ্যাসমূহ পঢ়ি চালে দেখিবা যে জ্যোতিষৰ অভাবনীয় প্ৰসাৰৰ নেপথ্যত তেওঁ আৰ্থ-সামাজিক বাস্তৱৰ কোনো বৰঙণিৰ কথা উল্লেখ কৰা নাই। তেওঁ লিখিছে: '........ it [ astrology ] will continue to flourish as long as there are gullible fools in this world. Astrologers give their clients excuses for the past, praise for the present and hope for the future.' Begone Godmen, P. 45 ) এই উক্তিত বিৰত হবলগীয়া কোনো কথা নাই: সাধাৰণভাৱে কথাখিনি জ্যোতিষৰ বেলিকা অৱশ্যেই প্ৰযোজ্য। কিন্তু কথা হ'ল—'gullible fools'-ৰ সংখ্যা-বৃদ্ধিৰ লগত আমাৰ বৈষম্যভিত্তিক সমাজৰ সমস্যা-সংকট, অভাব-অনাটন, অনিশ্চয়তা-অসহায়তাৰ কোনো সম্পৰ্ক নাই? কি কাৰণৰ শৈক্ষিক তথা সাংস্কৃতিক পশ্চাদপদতাৰ বাবে 'gullible fools'-ৰ বংশবৃদ্ধি হৈ থাকিছে অভাৱনীয়ভাৱে? এই প্ৰশ্নবোৰৰ পৰিষ্কাৰ আৰু সোলংমিয়া উত্তৰ কোভুৰৰ ৰচনাত নাই—অৰ্থাৎ, জ্যোতিষ বা দৈৱবাদ, অন্ধবিশ্বাসৰ জনপ্ৰিয়তাৰ ক্ৰমবিস্তাৰৰ সামাজিক ভিত্তিৰ [illegible] সম্পৰ্কে কোভুৰ

বৰ সকাম যেন লাগে। অথচ জ্যোতিষীসকলৰ বিজ্ঞাপনবোৰ পঢ়িলে বুজিবলৈ অসুবিধা নহয় যে যাইকে আৰ্থ-সামাজিক ব্যৱস্থাই সৃষ্টি কৰা অনিশ্চয়তা-অসহায়তা তথা উৰ্কো-উৎকণ্ঠাৰ ওপৰত জ্যোতিষ-ব্যৱসায় বাৰুকৈয়ে নিৰ্ভৰশীল।

জ্যোতিষৰ পৰা এইবাৰ জন্মান্তৰবাদলৈ অহা যাওক। তোমাৰ ভৰদ্বাজ ভিনীহিদেউৰ কামেশ্বৰ ড্ৰাইভাৰৰ কথা তুমি ভালকৈয়ে জানা। প্ৰায় কুৰি বছৰ আগতে তেওঁৰ দেউতাকৰ খেতিৰ মাটি ডুপুৰা গাঁৱৰ মহাজনে কৌশলেৰে আত্মসাৎ কৰিছিল। কোনো চিকিৎসা নোহোৱাকৈ দেউতাক ঢুকোৱাৰ পাছত কামেশ্বৰ চহৰলৈ আহিল—ভায়েক আৰু ভনীয়েকক লৈ। দুবছৰ এটা গেৰেজত কাম কৰাৰ পাছত তেওঁ তোমাৰ ভিনীহিদেউৰ গাড়ী চলাব ললে। দিছে ৭৭৫ টকাৰে কামেশ্বৰৰ সংসাৰ চলে কেনেকৈ? এনে দুৰৱস্থাই কামেশ্বৰৰ মনটো নিশ্চয় ভাঙি পেলাইছে। সমস্যা-সংকটৰ প্ৰকৃত কাৰণ বিচাৰি নাপাই বা সমাধানৰ কোনো বাট নেদেখি কামেশ্বৰে হয়তো নিজকে সান্ত্বনা দিছে তিনিটা জনপ্ৰিয় জন্মান্তৰবাদী উপায়েৰে। যথা:

এক ॥ সমস্ত দুখ-দুৰ্গতি-দুৰ্দশাৰ বাবে পূৰ্বজন্মৰ পাপ-কৰ্ম দায়ী।

দুই ॥ বৰ্তমান দুৰৱস্থাৰ কাৰণে যিসকল নিৰ্দয় আৰু চতুৰ লোক জগৰীয়া তেওঁলোকৰ কপালত লিখা আছে দুঃসহ যন্ত্ৰণা।

তিনি ॥ নানা ধৰণৰ আচাৰ-অনুষ্ঠান পালন তথা ব্ৰাহ্মণ-সেৱা ইত্যাদিৰ দ্বাৰা পৰজন্মত সুখ-ভোগৰ প্ৰয়াস কৰা যায়।

তুমি নজনা নহয় যে বৈষম্যভিত্তিক সমাজত কামেশ্বৰৰ সমস্যা-সংকট কোনো বিচ্ছিন্ন ঘটনা নহয়। ৰাজবাটৰ দুয়ো কাষে আমি বিনাজেই নতুন নতুন অট্টালিকা নেদেখোঁ কিন্তু, [illegible] পদাহত এনেধৰণৰ বেছি মানুহ যে [illegible] সৈতে [illegible] তোমাৰ [illegible] সচেতন তেওঁৰ অবিদিত [illegible]। কিন্তু ব্যাখ্যা [illegible] দুখ নোপোৱাকৈ এই [illegible] [illegible] কৈ পৰা [illegible] [illegible] [illegible] [illegible] [illegible] নিজকে সান্ত্বনা [illegible]

কেঁচা নকৰিব? তাৰমানে, সহজ-কথাত ক'বলৈ গ'লে, আৰ্থ-সামাজিক অৱস্থাৰ বৈষম্য-বিসংগতি দূৰ নোহোৱালৈকে ব্যাপক জনসাধাৰণৰ মাজত জন্মান্তৰবাদী ধ্যান-ধাৰণাৰ প্ৰভাৱ তথা জনপ্ৰিয়তা অটুট থকাৰ প্ৰচুৰ সম্ভাৱনা বিদ্যমান। এইবিধ ধ্যান-ধাৰণাই, দৰিদ্ৰ মানুহক কেৱল সান্ত্বনা দিয়াই নহয়, মন-কোঁচ প্ৰশমিত কৰি ই মানুহক মানসিক তৃপ্তিও দিয়ে।

এই প্ৰসংগতে তোমাক মানুহৰ সমাজ-চেতনা আৰু জ্ঞানৰ সীমাবদ্ধতাৰ লগত অন্ধবিশ্বাসৰ প্ৰসাৰ তথা প্ৰভাৱৰ যি সম্পৰ্ক সেই বিষয়ে থোৰতে দু-আষাৰ জনাই থোৱা উচিত হ'ব। তোমাৰ বোধহয় নকলেও হ'ব যে বৈষম্যজনিত সমস্যাৰ বিকল্প বৈজ্ঞানিক ব্যাখ্যা বহুলভাৱে প্ৰচাৰিত আৰু সৰল তথা গভীৰভাৱে প্ৰসাৰিত হোৱাৰ ফলত জন্মান্তৰবাদী ধ্যান-ধাৰণাৰ জনপ্ৰিয়তা যে হ্ৰাস পাব সেই বিষয়ে সন্দেহৰ অকণো অৱকাশ নাই। মানুহৰ দাৰিদ্ৰ্য-দুৰ্দশা আৰু অসহায়তা-অনিশ্চয়তাৰ সতে ওতঃপ্ৰোতভাৱে সম্পৰ্কিত অন্যান্য অনেক অন্ধবিশ্বাসৰ ক্ষেত্ৰতো একেষাৰ কথাই প্ৰযোজ্য। অৰ্থাৎ যেনেদি, জন্মান্তৰবাদী ধ্যান-ধাৰণা বা অন্যান্য অন্ধবিশ্বাসৰ আপেক্ষিক ক্ৰমা-হ্ৰাসৰ সতে যুক্তিবাদী চিন্তা-চৰ্চাৰ ব্যাপক, সহজবোধ্য আৰু সৰল প্ৰচাৰৰ সম্পৰ্ক খুবেই ঘনিষ্ঠ।

জন্মান্তৰবাদ আৰু জ্যোতিষ-বিশ্বাসৰ প্ৰসাৰৰ সামাজিক ভিত্তিৰ বিষয়ে ইমানপৰে কৰা আলোচনাৰ পৰা এই কথা তুমি নিশ্চয় বুজিছা যে অন্ধবিশ্বাসৰ প্ৰভাৱ আৰু প্ৰসাৰৰ বাবে সমস্যা-জৰ্জৰ লোক-সমাজত এক উৰ্বৰ ক্ষেত্ৰ তৈয়াৰ হৈ থাকে। প্ৰপীড়িত মানুহে বিকল্প ব্যাখ্যাৰ অভাৱত বা নিৰ্ভৰযোগ্য সমাধান সূত্ৰ বিচাৰি নাপাই কাল্পনিক [illegible] সম্পৰ্কৰ ভিত্তিত জীৱনৰ সমস্যাৱলীৰ [illegible] [illegible] [illegible]

পৰিৱেশ এতিয়া আৰু নাই। প্ৰকৃতিৰ ওপৰত বহুক্ষেত্ৰত মানুহে আজি আধিপত্য বিস্তাৰ কৰিছে। কিন্তু সমাজ বাস্তৱৰ স্বৰূপ আৰু সামাজিক শক্তিৰ প্ৰভাৱ-প্ৰতিপত্তিৰ চৰিত্ৰ অজ্ঞ আৰু অসচেতন জনসাধাৰণৰ বাবে আজিও প্ৰায় দুৰ্জ্ঞেয় আৰু নিয়ন্ত্ৰণাতীত বুলি প্ৰতীয়মান। এনে পৰিস্থিতিত দৰিদ্ৰ জনসাধাৰণৰ মাজত অন্ধবিশ্বাসৰ প্ৰাদুৰ্ভাৱ বেছি হোৱাটো খুবেই স্বাভাৱিক। (ইয়াৰ অৰ্থ অৱশ্যে এই নহয় যে বিশেষ কেতবোৰ ক্ষেত্ৰত মাৰ্ক্সবাদ আৰু যুক্তিবাদৰ প্ৰভাৱে আৰু নানা তৰহৰ সামাজিক সংগ্ৰামে দৰিদ্ৰ জনসাধাৰণৰ একাংশক আলোকিত কৰা নাই। দৰিদ্ৰ ৰাইজৰ মাজত কেতিয়াবা একধৰণৰ স্বতঃস্ফূৰ্ত যুক্তিবাদৰ বেঙুনিও দেখা যায়।)

**Percent Belief in Particular Superstitions by Income Groups**

| | Income | | | | |
|---|---|---|---|---|---|
| | Low end | | | | High end |
| Has lucky mascot | 18 | 16 | 14 | 14 | 16 |
| Has lucky day | 13 | 9 | 7 | 9 | 6 |
| Has lucky number | 26 | 17 | 17 | 16 | 19 |
| Been to fortune teller | 53 | 44 | 41 | 41 | 40 |
| Reads horoscopes regularly | 51 | 45 | 42 | 41 | 29 |
| Think there is something in it | 24 | 19 | 13 | 16 | 16 |

দৰিদ্ৰ আৰু অন্ধবিশ্বাসৰ পাৰস্পৰিক সম্পৰ্ক নিৰ্ধাৰণ [illegible]
[illegible]
[illegible]

অৱশ্যে Gustav Jahoda-ৰ Psychology of Superstition নামৰ কিতাপখনত কিছু প্ৰাসংগিক তথ্য আছে। দাৰিদ্ৰ্যৰ সতে অন্ধবিশ্বাসৰ সম্পৰ্কৰ বিষয়ে নিশ্চিতভাৱে একো নকলেও Jahoda চাহাবে কিন্তু আয়ৰ লগত অন্ধবিশ্বাসৰ সম্পৰ্ক দেখুওৱা এখন মূল্যবান সাৰণী কিতাপখনত সন্নিবিষ্ট কৰিছে। কুটামান অপ্ৰাসংগিক অন্ধ-বিশ্বাসৰ উল্লেখ বাদ দি সাৰণীখন তোমাৰ জ্ঞাতাৰ্থে উদ্ধৃত কৰি দিলোঁ:

এই সাৰণীৰ সন্দৰ্ভত Jahoda-ই দিয়া মন্তব্যটো তুমি দিলে তুমি অৰ সমাজতাত্বিক গুৰুত্ব সহজেই অনুমান কৰিব পাৰিবা। তেওঁ লিখিছে: In every case the belief is most commonly held by the lowest income group, declining some what irregularly but on the whole consistently as one moves to the right. (P. 140) আপেক্ষিকভাৱে lowest income group'-ত অন্ধবিশ্বাসৰ প্ৰসাৰ বেছি হোৱাৰ এটা গুৰুত্বপূৰ্ণ কাৰণ যে দুৰ্দশাজনিত অসহায়তা-অনিশ্চয়তা সেই বিষয়ে জানো তোমাৰ কিবা সংশয় আছে?

এটা কথা ভাবি তুমি বোধহয় আচৰিত হৈছা। তোমাৰ বাওঁ পাৰ্টীৰ মতে বহুতেই ভাবে যে পশ্চিমীয়া সমাজখন অন্ধবিশ্বাসৰ অনিষ্টকৰ প্ৰভাৱৰ পৰা মুক্ত। হয়তো তোমাৰ মনতো তেনে ধাৰণা থাকিব পাৰে। সেয়ে ভাবিছো, ওপৰৰ সাৰণীখনৰ পৰা পাশ্চাত্যত পশ্চাদপদ ধ্যান-ধাৰণাৰ প্ৰাদুৰ্ভাৱৰ কথা জানি তুমি বোধহয় আচৰিত হৈছা। সচাকৈয়ে প্ৰযুক্তিবিজ্ঞানৰ প্ৰগতি আৰু পুঁজিবাদৰ চেহেৰা দেখি আমাৰ মতে শিক্ষিত লোকৰ মাজতো ভাবিবলৈ বাধ্য হয় যে বিজ্ঞান-মনস্কতাই চৰম বিকাশ লাভ কৰিছে পশ্চিমীয়া সমাজত। শিক্ষিত লোক হ'ল: কি প্ৰকাৰ সমাজ-ব্যৱস্থাই অন্ধবিশ্বাসৰ প্ৰসাৰৰ বাবে সুবিধা ক্ষেত্ৰ তৈয়াৰ কৰি দিছে তেনে [illegible] [illegible] [illegible] [illegible] [illegible]

বিজ্ঞান-মনস্কতা যথেষ্ট পৰিমাণে সম্প্ৰসাৰিত হোৱা নাই। আমেৰিকাত এনে কিছুমান হোটেল আছে যিবোৰত তেৰ নম্বৰ 'ফ্লোৰ' নাই— বাৰ নম্বৰ পাছতেই তুমি চৈধ্য নম্বৰ 'ফ্লোৰত ভৰি দিব পাৰিবা! তেৰ অমংগলীয়া সংখ্যা, গতিকেই সেই নম্বৰ 'ফ্লোৰ'ই নাই! প্ৰযুক্তিবিজ্ঞানৰ সহায়ত আকাশলংঘী অট্টালিকা গঢ়িলেও সেই অট্টালিকাতেই' অমংগলীয়া বুলি তেৰ নম্বৰ 'ফ্লোৰ' বাদ দিয়াটো জানো বিজ্ঞানৰ চৰম অৱমাননা নহয়? আচলতে 'fruits of science' আৰু 'Spirit of Science'-ৰ মাজত গুৰুত্বপূৰ্ণ গুণগত পাৰ্থক্য বিদ্যমান। আমি সচৰাচৰ বৈজ্ঞানিক অগ্ৰগতিৰ কথা কওঁতে 'fruits of science'-ৰ কথা কওঁ, 'spirit'-ৰ কথা নকওঁ। আধুনিক যুগতো এই spirit-ৰ যথাযথ প্ৰচাৰ তথা প্ৰসাৰ হোৱা নাই। জনৈক যুক্তিবাদীৰ ভাষাত: 'In the present day, even though science is universally encountered, the fruits of science are found everywhere and are also in great demand, the spirit of science is unpopular and rarely found'. ( H. Narasinhaiah, ed., Science, Non-Science and the Paranormal, P. 306 ) তোমাক বোধহয় কোৱাৰ প্ৰয়োজন নাই যে 'Spirit of Science' আমাৰ দৰে পশ্চাদপদ দেশত তুলনামূলকভাৱে বেছি বিৰল আৰু অজনপ্ৰিয়।

বিজ্ঞানৰ 'বিপুল আৰু বিস্ময়কৰ' অগ্ৰগতিৰ কথা [illegible] আমি কিছু [illegible] বোধা আছে। বিজ্ঞান সাধনা [illegible] আৰু [illegible] মানুহৰ দ্বাৰা [illegible] পৰিচালিত হলে নতুন নতুন [illegible] [illegible] [illegible] [illegible] [illegible] [illegible] উৎকৰ্ষ আৰু [illegible] বিজ্ঞানৰ [illegible] [illegible] [illegible] পৰিবেশ [illegible] [illegible] [illegible] [illegible] [illegible] নতুন [illegible] [illegible] [illegible] [illegible] [illegible] [illegible] [illegible] [illegible] [illegible] [illegible]

সমাজত অন্ধবিশ্বাসৰ প্ৰাদুৰ্ভাৱৰ কথা আলোচনা কৰোতে বৈজ্ঞানিক অগ্ৰগতিৰ এই নেতিবাচক দিশটোৰ কথা মনত ৰখা ভাল। তদুপৰি, বিজ্ঞানৰ পোছাক পিন্ধা ভুৱা-বিজ্ঞানৰ ভূমিকাৰ প্ৰতিও আমি চকু দিয়া উচিত। 'There are modern superstitions in the guise of science quite as deadly as those of religion. ( D.D. Kosambi, Science Society and Peace, P. 58 ) পাশ্চাত্য এই ভুৱা-বিজ্ঞান চৰ্চাৰ পীঠস্থান। তোমাৰ গোবৰ্দ্ধন মামাই Parapsychology ৰ বিষয়ে ঘৰুৱা বক্তৃতা দিওঁতে পশ্চিমৰ কেইজনমান 'বিজ্ঞানী'ৰ সপ্ৰশংস উল্লেখ কৰা জানো তুমি লক্ষ্য কৰা নাই? পুঁজিবাদী সমাজৰ সমস্যা-সংকট তীব্ৰতৰ হোৱাৰ লগত এইবিধ 'বিজ্ঞানী'ৰ বংশবৃদ্ধিৰ সম্পৰ্ক আছে বুলি সন্দেহ কৰাৰ যথেষ্ট থল আছে।

তথাপি তুমি এটা কথা স্বীকাৰ কৰিবই লাগিব যে পশ্চিমীয়া সমাজৰ লগত আমাৰ দেশীয় সমাজৰ পাৰ্থক্য আছে। নাথাকিবই বা কিয়? পুঁজিবাদে পূৰ্ণাৱস্থা পোৱা সমাজৰ লগত পশ্চাদপদ সমাজৰ গুণগত পাৰ্থক্য থাকিবই। কিয়নো, 'The place given to the sacred, to the supernatural decreases considerably in the industrial societies. (S. Albony, Introduction to Sociology and Social Psychology, P. 134 ) তুমি ভালদৰেই জানা যে আমাৰ সমাজত যি অলপ-অচৰপ উদ্যোগীকৰণ হৈছে সি জনসাধাৰণৰ জীৱন-ধাৰা তথা চেতনাক গভীৰভাৱে আলোড়িত বা প্ৰভাৱিত কৰিব পৰা নাই। অন্যহাতেদি, বৃটিছ যুগৰ কথা বাদেই দিছোঁ, আনকি বৰ্তমান কালতো সামন্তবাদী সামাজিক সম্পৰ্কৰ পৰা সমাজখন মুক্ত হোৱা নাই। ফলস্বৰূপে, মধ্যযুগীয়া সাংস্কৃতিক ঐতিহ্যই কোনো প্ৰবল প্ৰত্যাহ্বানৰ সন্মুখীন হোৱা নাই—বিশেষকৈ গ্ৰামাঞ্চলত। প্ৰাকৃতিক অনিশ্চয়তাই অনুন্নত কৃষি-অৰ্থনীতিত যি অদৃষ্টবাদী মানসিকতাৰ জন্ম দিয়ে সাধাৰণ বাইজৰ

মনত, সেই মানসিকতাৰ প্ৰভাৱ এতিয়াও সক্ৰিয়। এইবোৰৰ লগতে অশিক্ষা/কুশিক্ষা, আচাৰ-সৰ্বস্ব জীৱন-ধাৰা, শাস্ত্ৰ-নিৰ্ভৰতা, ইত্যাদিৰ ভূমিকাও উপেক্ষণীয় নহয়। এই প্ৰসংগত বৈষম্যজনিত দুখ-দাৰিদ্ৰ্য আৰু বিপদ-বিপৰ্য্যয়ৰ কথা জানো নতুনকৈ তোমাক কোৱাৰ প্ৰয়োজন আছে ? কামেশ্বৰৰ করুণ কাহিনীৰ কথা মনত পেলালেই তুমি সাধাৰণ ৰাইজৰ অৱস্থা থুলমূলকৈ বুজি পাবা। মুঠতে ক'ব পাৰি যে আমাৰ আৰ্থ-সামাজিক অৱস্থা এনে এক স্তৰত আছে য'ত অন্ধবিশ্বাসৰ অবিৰত প্ৰসাৰ অপ্ৰতিৰোধ্য বুলি ধাৰণা হোৱাটো নিতান্তই স্বাভাৱিক।

এই অধ্যায়ৰ প্ৰস্তাৱনা অংশত অন্ধবিশ্বাসৰ সতে আৰ্থ-সামাজিক বাস্তৱতা তথা শ্ৰেণী অৱস্থানৰ চিন্তাকৰ্ষক সম্পৰ্কৰ বিষয়ে চমুকৈ তোমাক কিছু আভাষ দিবলৈ চেষ্টা কৰিছিলোঁ। গভীৰ আৰু বিতং নহলেও কথাখিনিৰ সাৰমৰ্ম বোধহয় তুমি পাহৰা নাই। তোমাৰ নিশ্চয় মনত আছে, সেই প্ৰস্তাৱনা অংশৰ আৰম্ভণিতে নিজৰ সামাজিক প্ৰভাৱ-প্ৰতিপত্তি বঢ়োৱাৰ উদ্দেশ্যে তোমাৰ ভৰদ্বাজ ভিনীহিদেৱে গ্ৰহ-পূজা কৰাৰ কথা উল্লেখ কৰিছোঁ। অনুমান কৰিব পাৰিছো, এই মুহূৰ্তত তুমি পঢ়ি থকা আলোচনাসমূহৰ যুক্তি আৰু ব্যাখ্যাই তোমাৰ অনুসন্ধিৎসু মনত নিশ্চয় নতুন এটি প্ৰশ্নৰ জন্ম দিছে: যদি দুখ-দাৰিদ্ৰ্য তথা অসহায়-অনিশ্চয়তাই অন্ধ-বিশ্বাসৰ প্ৰসাৰ ভূমি প্ৰশস্ত কৰে তেন্তে বিপুল বিষয় বৈভৱৰ অধিকাৰী ভৰদ্বাজ ভিনীহিদেৱে বাৰ মাহত তেৰটা পূজা-পাতলৰ আয়োজন কৰাৰ অৰ্থ কি ?

প্ৰশ্নটো খুবেই স্বাভাৱিক আৰু তাৰ তাৎপৰ্য্যও গভীৰ। আমি জানো যে প্ৰাকৃতিক দুৰ্যোগ, আকস্মিক বিপদ-বিপৰ্য্যয়, মৃত্যু ভীতি আদিৰ সতে অন্ধবিশ্বাসৰ সম্পৰ্ক ঘনিষ্ঠ। কিন্তু এইবোৰে কম-বেছি পৰিমাণে শ্ৰেণী-নিৰ্বিশেষে প্ৰায় সকলো মানুহকেই দুশ্চিন্তাত পেলায় বা উদ্বিগ্ন কৰে। তেনেহলে ধনিক শ্ৰেণীয়ে বহু ক্ষেত্ৰত ন-পুৰণি অন্ধবিশ্বাসৰ শৰণাপন্ন হোৱাৰ বিশেষ আৰ্থ-সামাজিক কাৰণ কি ? পুঁজি আকাৰ্ষৰ বচনাৰ পৰা প্ৰাসংগিক আৰু সাৰুৱা দুআষাৰ কথা

তোমালৈ তুমি পঠালে তুমি বোধহয় এই সম্পৰ্কে জুকিয়াই চিন্তা কৰাৰ আঁত বিচাৰি পাবা। প্ৰখৰ সামাজিক অন্তৰ্দৃষ্টি সম্পন্ন লাফাৰ্গে লিখিছে : 'The Unknowable of the social order envelops the bourgeois as the unknowable of the natural order surrounded the savage ; all or nearly all the acts of civilized life tend to develop in him the superstitions and mystical habit of assigning every thing to chance, like the professional gamester, ( Social and Philosophical studies P. 12 ) বিত্তবান শ্ৰেণীৰ সীমাবদ্ধ বিচাৰানুযায়ী যিবোৰ সামাজিক সমস্যা সংকট সমাধা-নাতীত আৰু দুৰ্জ্ঞেয় সেইবোৰেই পৰোক্ষ অথচ নিশ্চিতভাৱে অন্ধবিশ্বাসৰ ওপৰত তেওঁলোকৰ উদ্বেগজনিত নিৰ্ভৰতা বঢ়ায়। তোমাক বোধহয় নক'লেও হব যে লাফাৰ্গ—কথিত chance বা দৈৱৰ ওপৰত আস্থা থকাৰ বাবে নানা তৰহৰ অন্ধবিশ্বাসৰ আশ্ৰয় লয় সু-উন্নত সমাজৰ তথাকথিত অগ্ৰণী শ্ৰেণীৰ লোকসকলে। আধুনিক সমাজত অৰ্জিত সম্পদ আৰু সুখ-স্বাচ্ছন্দ্যৰ স্থায়িত্বৰ যি অনিশ্চয়তা—সি বিত্তশালী শ্ৰেণীক সদা-উদ্বিগ্ন তথা সন্ত্ৰস্ত কৰি ৰাখে। আমাৰ সমাজত—পুৰণি-পিনীয়া সাংস্কৃতিক ঐতিহ্যৰ প্ৰভাৱ বেছি সক্ৰিয় থকাৰ কাৰণে বোধহয়—বিত্তবানসকলৰ উদ্বেগপীড়িত এই মানসিক অৱস্থাই বিবিধ আৰু বিচিত্ৰ অন্ধবিশ্বাসৰ শৰণাপন্ন হবলৈ তেওঁলোকক বাধ্য কৰায়। তোমাৰ ভৱাজ ডিনীহিলেই জানো এইবিধ মানুহৰ অপ্ৰতিদ্বন্দ্বী প্ৰতিনিধি নহয় ?

তোমাৰ ডিনীহিলেৰ নামটো উল্লেখ কৰাৰ লগে লগে আৰু এটাৰ প্ৰয়োজনীয় কথা মনলৈ আহিল। এবাৰ তেওঁতে ন'টা প্ৰবল প্ৰতাপী গ্ৰহক একেলগে তুষ্ট কৰাৰ আড়ম্বৰপূৰ্ণ আয়োজন কৰিছিল—বেছ ব্যয়বহুলভাৱে। নিবাৰণ পণ্ডিত আৰু কেইবাজনো পুৰোহিত ব্যস্ত আছিল পূজা-পাতলৰ কামত। শুনামতে, সেই সময়ছোৱাত

তোমাৰ ভিনীহিঁতেৰে সামান্যতম সুযোগ পালেই পূজালৈ অহা আত্মীয় আৰু প্ৰতিবেশীৰ আগত হেনো সগৰ্বে বয়-বস্তুৰ তালিকা আৰু খৰচৰ হিচাপ দাখিল কৰিছিল। তোমাৰ ধৰ্মপ্ৰাণ ভিনীহিঁদেউৰ এই দৃষ্টিকটু আচৰণৰ ব্যাখ্যা কি ?

অনেক সমাজতাত্বিকে সকলো ক্ৰিয়া বা functionক দুটা ভাগত ভাগ কৰিছে : প্ৰকাশ্য ক্ৰিয়া বা manifest function আৰু প্ৰচ্ছন্ন ক্ৰিয়া বা latent function ( S. Albouy, Introduction to sociology and social psychology, P. 27 ) তোমাৰ বান্ধৱী গাৰ্গী বিশ্ববিদ্যালয়ত পঢ়োতে দেউতাকে প্ৰায়েই তাইক জোৰকৈ নিজৰ বিদেশী গাড়ীখনেৰে বিশ্ববিদ্যালয়ত থৈ আহিছিলগৈ। এই কামটোৰ manifest function তুমি সহজেই ধৰিব পাৰিবা। দেউতাকে বিচাৰিছিল বিনাকষ্টে আৰু সোনকালে যেন গাৰ্গীয়ে বিশ্ববিদ্যালয় পাবগৈ। পিছে গাৰ্গীৰ দেউতাকৰ আড়ম্বৰী স্বভাৱৰ পৰিপ্ৰেক্ষিতত এই কামটোৰ নেপথ্যত latent function এ ক্ৰিয়া কৰা বুলি তুমি অনায়াসে অনুমান কৰিব পাৰা। এই latent function টো হ'ল— নিজৌ এবাৰকৈ বিশ্ববিদ্যালয়ৰ চৌহদত নিজৰ বৈষয়িক মানদণ্ড সগৰ্বে ঘোষণা কৰাৰ সুযোগৰ পূৰ্ণ ব্যৱহাৰ! তোমাৰ ভৰধাৰ ভিনীহিঁদেউৰ ব্যয়বহুল গ্ৰহতুষ্টিৰ প্ৰয়াসৰ নেপথ্যত খুব সম্ভৱ এই ধৰণৰ latent function সক্ৰিয় আছিল। ন'টা গ্ৰহক সন্তুষ্ট বা নিষ্ক্ৰিয় কৰাৰ পুৰোহিত নিৰ্ভৰ প্ৰয়াসৰ পূজাৰ manifest function বুলিব পাৰি। অন্যহাতেদি, নিজৰ বৈষয়িক ক্ষমতা প্ৰদৰ্শন কৰাৰ উদ্দেশ্যে তেওঁ গ্ৰহ-পূজাৰ আয়োজন কৰিছিল বেছ আড়ম্বৰপূৰ্ণভাৱে। ইয়াক তুমি পূজাৰ latent function বুলিব পাৰা।

কিছু বিস্মিত হৈ তুমি হয়তো ভাবিছা, এইবোৰ কথাৰ লগত আলোচ্য বিষয়টোৰ সম্পৰ্ক কি ? সম্পৰ্ক আছে। উল্লেখিত latent functionৰ তত্ত্বৰ সহায়ত বিচাৰ বিশ্লেষণ কৰিলে তুমি দেখিবা যে তোমাৰ অনিশ্চয়তাজনিত উদ্বেগৰ বাবেই নহয়, নিজৰ বিত্ত-বৈভৱৰ

বাজছৱা প্ৰদৰ্শনৰ প্ৰচ্ছন্ন উদ্দেশ্যেও কেতিয়াবা বিত্তশালীসকলে বিশেষ কিছুমান ব্যয়বহুল অন্ধবিশ্বাসমূলক আচাৰ-অনুষ্ঠানৰ আয়োজন কৰে। হাজাৰ হাজাৰ টকা খৰচ কৰি গ্ৰহ-পূজা বা অন্যান্য আচাৰ-অনুষ্ঠান পতা অথবা দামী আৰু দুৰ্লভ বস্ত্ৰ পৰিধান কৰাৰ নেপথ্যত কিছু পৰিমাণে অন্ততঃ সম্পদ প্ৰদৰ্শনৰ latent function সক্ৰিয় থাকে বুলি ভবাৰ যথেষ্ট থল আছে। সূক্ষ্মভাৱে কঁহিয়াই চালে তুমি এই বিধ latent functionৰ আঁৰত আৰ্থ-সামাজিক ব্যৱস্থাৰ পৰোক্ষ প্ৰভাৱও বিচাৰি পাবা। কিয়নো, আমি জানো যে আধুনিক বাণিজ্যিক জগতৰ প্ৰতিযোগিতা তথা বিজ্ঞাপন প্ৰাধান্যই মানুহৰ—বিশেষকৈ বিত্তবান শ্ৰেণীৰ চিন্তা-চেতনাৰ ওপৰত নানাভাৱে প্ৰভাৱ পেলায়। এই প্ৰভাৱৰ সৈতে সম্পদ-প্ৰদৰ্শনৰ স্থূল সামন্তবাদী প্ৰৱণতা সংমিশ্ৰিত হৈ ক্ষেত্ৰবিশেষে ব্যয়বহুল আৰু জাকজমকতাপূৰ্ণ আচাৰ-অনুষ্ঠানৰ প্ৰতি এচাম বিত্তশালী লোকৰ আকৰ্ষণ বঢ়াব পাৰে। তোমাৰ ভৱতাজ ভিনীহিদেউৰ ব্যয়বহুল নৱ-গ্ৰহ পূজাৰ নেপথ্যত—নিজৰ শুভাশুভ বিষয়ক চিন্তাৰ উপৰিও—এই বৰ্দ্ধিত আকৰ্ষণৰ যথেষ্ট বৰঙণি আছিল বুলি অনুমান কৰিব পাৰি। চকু মেলি চালে চৌপাশে তুমি এনে বহু নমুনা-নিদৰ্শন দেখা পাবা।

অৱশ্যে কোৱা বাহুল্য যে সম্পদ প্ৰদৰ্শনৰ স্থূল নমুনা নিদৰ্শনৰ উপৰিও চৌপাশে সম্পদ আহৰণৰ অন্ধবিশ্বাস-নিৰ্ভৰ সূক্ষ্ম প্ৰচেষ্টাৰও বহু নমুনা নিদৰ্শন তোমাৰ সতৰ্ক দৃষ্টিত পৰিব। এই বিষয়ে প্ৰসংগক্ৰমে তোমাক চমুকৈ কিছু আভাস দিয়া উচিত বুলি ভাবো। কিয়নো, অন্ধ-বিশ্বাসৰ ব্যৱসায়ীসকলৰ উদ্দেশ্য তথা ভূমিকাৰ স্বৰূপ বুজিব পাৰিলেহে তুমি অন্ধবিশ্বাসৰ ক্ৰমবৰ্দ্ধমান প্ৰসাৰৰ সন্তোষজনক ব্যাখ্যা বিচাৰি পাবা। বাণিজ্যিক উদ্দেশ্যেৰে কাকত-আলোচনীয়ে প্ৰকাশ কৰা 'বাশিকল'ৰ কথা মনত পেলালেই আমি ক'ব বিচৰা কথাখিনি পৰিষ্কাৰ হৈ পৰে। কেৱল সেয়ে নহয়, কঁহিয়াই চালে দেখিবা যে বাটে-পথে বহি থকা দৰিদ্ৰ আৰু শিক্ষা-বঞ্চিত জ্যোতিষীসকলৰ ভূমিকাতকৈ

এই বাণিজ্যিক কাৰুত-আলোচনীৰ শিক্ষিত আৰু চতুৰ নীতি-নির্দ্ধাৰক সকলৰ ভূমিকা বেছি অহিতকৰ, অক্ষমনীয় আৰু অপৰাধমূলক।

সম্পদ-আহৰণৰ উপায় হিচাপে অন্ধবিশ্বাসৰ সু-পৰিকল্পিত ব্যৱহাৰ অৱশ্যে আধুনিক যুগৰ উদ্ভাৱন নহয়। তাহানি ব্ৰাহ্মণ শাস্ত্ৰকাৰসকলে ৰচনা কৰা শাস্ত্ৰসমূহত মানুহৰ অন্ধবিশ্বাসমূলক ধ্যান-ধাৰণাৰ সুযোগ গ্ৰহণ কৰি—আৰু নতুন কেতবোৰ উদ্ভট ধাৰণাৰ জন্ম দি-সম্পদ আহৰণৰ বিচিত্ৰ আৰু বহুমুখী প্ৰচেষ্টাৰ সাক্ষ্য পোৱা যায়। হিন্দু-সকলে এসময়ত ভাবিছিল—আৰু এতিয়াও বহুতে ভাবে—যে ব্ৰাহ্মণক দান দিলে দাতাৰ মনোবাঞ্চা পূৰ্ণ হয়। স্ব-বৰ্ণৰ বৈষয়িক স্বাৰ্থৰ কথা চিন্তা কৰি মানুহৰ মনত এই ধাৰণাটো খুব সম্ভৱ শাস্ত্ৰকাৰসকলে সুমুৱাই দিছিল। বহুতো শাস্ত্ৰত এই দানৰ বিষয়ে বেছ বিশদভাৱে উল্লেখ কৰা হৈছে। বৰ্তমান 'বশিষ্ঠ ধৰ্মসূত্ৰ'ৰ ২৯ অধ্যায়ত থকা দান-প্ৰতিদানৰ চিত্তাকৰ্ষক তালিকাৰ পৰা নিৰ্বাচিত কিয়দংশ শ্লোকৰ সাৰমৰ্ম সংখ্যাসহ তোমাৰ জ্ঞাতাৰ্থে সাৰণীৰ ৰূপত তোমালৈ পঠালোঁ। (দ্ৰ. Sacred Books of the East, Vol.-14):

| দান | পুৰস্কাৰ |
|---|---|
| সঞ্চিত সম্পদ | ৰোগমুক্ত জীৱন (২৯/৭) |
| খাদ্য | সুন্দৰ চক্ষু/ভাল স্মৃতি (২৯/৯) |
| গৰুৰ ব্যৱহাৰোপযোগী বস্তু | সকলো তীৰ্থস্থানত স্নানজাত পুণ্য (২৯/১১) |
| শয্যা আৰু আসন | হাৰেমৰ গৰাকী (২৯/১২)<br>(অৰ্থাৎ একাধিক সুন্দৰী স্ত্ৰী আৰু ৰক্ষিতা গৰাকী) |
| ছাতি | গৃহ (২৯/১৩) |
| গৃহ | চহৰ (২৯/১৪) |
| জোতা | বাহন (২৯/১৫) |

সম্পদ-আহৰণৰ আৰু কেতবোৰ বিচিত্ৰ উপায়ৰ কথা তুমি কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ'ত পঢ়িবলৈ পাবা। ৰাজনৈতিক উদ্দেশ্য সিদ্ধিৰ কাৰণে 'অৰ্থশাস্ত্ৰ'ত যে নানা কৌশলৰ উল্লেখ আছে সেই কথা ইতিমধ্যে তোমাক জনাইছোঁৱেই। এইবাৰ কৌটিল্যৰ ভাষাতেই 'অৰ্থশাস্ত্ৰ'ৰ অন্য এটি দিশৰ সম্ভেদ তোমাক দিছোঁ :

'ৰাতি কোনো দেৱ-মন্দিৰ বা সিদ্ধ-ক্ষেত্ৰ স্থাপন কৰি তাক অলৌকিক ঘটনা বুলি প্ৰচাৰ কৰি সেই ঠাইত যাত্ৰা-উৎসৱ, মেলা আদিৰ আয়োজন কৰি দেৱ-মন্দিৰৰ অধ্যক্ষই জীৱিকা নিৰ্বাহ কৰিব (অৰ্থাৎ তাত সংগৃহীত ধন ৰাজ-ভঁৰালত জমা দিব)। (কৌটিল্যৰ অৰ্থশাস্ত্ৰ পৃঃ ১৮০) ছলনাৰ দ্বাৰা নিৰাপদভাৱে অজ্ঞ, অন্ধবিশ্বাসী জনসাধাৰণক শোষণ কৰি ৰাজভঁৰাল টনকিয়াল কৰাৰ ইয়াতকৈ আৰু সুচতুৰ ব্যৱস্থা আৰু কি থাকিব পাৰে? তোমাক বোধহয় নক'লেও হব যে অন্যান্য বৃহৎ ধৰ্মতো অনুগত মানুহৰ অন্ধবিশ্বাসৰ সুযোগ লৈ সম্পদ বা সুবিধা আদায় কৰাৰ চেষ্টা দেখা যায়। খ্ৰীষ্টধৰ্মৰ বুৰঞ্জীত যি Indulgence ৰ কথা পোৱা যায় সি দৰাচলতে যাজক তন্ত্ৰৰ অৰ্থ লালসাৰেই অন্য এক অভিব্যক্তি। এই 'Indulgence' হ'ল—'a document issued by the Pope and testifying to the remission of sins, both those already committed and those not yet committed, which would be issued in return for money or special favours to the Roman Catholic church, ( A Dictionary for Believers and Non-believers, P. 266 ) বিচাৰিলে এই ধৰণৰ আৰু উদাহৰণ তুমি নিশ্চয় পাবা। পিছে এই ক্ষেত্ৰত খুব সম্ভৱ হিন্দু সমাজৰ বৰ্ণশ্ৰেষ্ঠ পুৰোহিত বৰ্গ অদ্বিতীয়, অপ্ৰতিদ্বন্দ্বী।

এই বিষয়ে নিশ্চয় বিতৰ্কৰ কোনো অৱকাশ নাই যে অন্ধবিশ্বাস নিৰ্ভৰ ব্যক্তিগত জনসাধাৰণৰ অজ্ঞতাই হ'ল সম্পদ সংগ্ৰহৰ প্ৰক্ৰিয়া নিৰ্বিঘ্ন ৰখাৰ আটাইতকৈ গুৰুত্বপূৰ্ণ পূৰ্বচৰ্ত। এই পূৰ্বচৰ্ত বজায়ৰ

উপস্থিতিৰ পৰা জানো আমাৰ আধুনিক সমাজখন মুক্ত হৈছে? নাই হোৱা। আৰু সেই গতিকে ধূৰ্ত আৰু ধুৰন্ধৰ লোকৰ নানা তন্ত্ৰৰ ফান্দত বন্দী হৈ আজি অন্ধবিশ্বাসত নিমজ্জিত অজ্ঞ-অসহায় লোকে নিজৰ ধন-সম্পদ ঢালি দিছে সমস্যা, যন্ত্ৰণা আৰু দুঃশ্চিন্তাৰ পৰা উদ্ধাৰ পোৱাৰ আশাত। এই সম্পৰ্কে উদাহৰণৰ সৈতে বহুত কথাই লিখা যায়। পিছে বিতং আলোচনালৈ নগৈ সৰু এটি দৃষ্টান্তহে তোমাক দিব বিচাৰিছোঁ। এই দৃষ্টান্তটোৰ পৰা তুমি বুজিব পাৰিবা, সম্পদ আহৰণৰ উপায় হিচাপে আমাৰ দৰে পশ্চাদপদ সমাজত অন্ধবিশ্বাস-নিৰ্ভৰ ব্যৱসায় কিমান নিৰাপদ আৰু লাভজনক।

অলপতে India Today ত (31 January, 1991) বেছ মজাৰ প্ৰতিবেদন এটি ওলাইছিল। উৰিষ্যাৰ কোনোবা এখন গাঁৱত সবিতা নামৰ আঠ বছৰীয়া ছোৱালী এজনীৰ দৰ্শন পাবলৈ লাখ লাখ মানুহৰ সমাৱেশ হৈছে। মানুহৰ বিশ্বাস, অলৌকিক শক্তিসম্পন্না সবিতাই ৰুগীয়া মানুহৰ মুখত তিমিবাৰ ফুৱাই দিলে সকলো ৰোগ দূৰ হয়। পুলিচৰ মতে, যোৱা অক্টোবৰ মাহৰ পাছৰ পৰা এই অখ্যাত গাঁৱখনলৈ প্ৰায় ২০ লাখ মানুহ আহিছে। যান-বাহনৰ হেঁচা-ঠেলাত ইতিমধ্যে ১৬ জন মানুহৰ মৃত্যু হৈছে আৰু উৰিষ্যাৰ বহু চিকিৎসালয়ত হেনো ৰোগীৰ ভীৰও কমি গৈছে। সবিতাৰ ব্যস্ততা, এতিয়া বৰ্ণনাতীত। দেউতাকে সেয়ে সম্প্ৰতি সমূহীয়া চিকিৎসাৰ ব্যৱস্থা কৰিছে। ব্যক্তিগতভাৱে চিকিৎসা কৰাৰ সলনি সবিতাই এতিয়া তেওঁৰ সন্মুখত থকা ৰোগী-ৰোগিণীৰ বিৰাট দলটোক সমূহীয়াভাৱে চিকিৎসা কৰে—অৰ্থাৎ, সকলোলৈকে উদ্দেশ্য কৰি তাই তিনিবাৰ ফু মাৰি দিয়ে। এই 'দলবদ্ধ' চিকিৎসা চলি থকা সময়ত দৈনিক ২৫ টকা পাৰিশ্ৰমিক পোৱা 'স্বেচ্ছাসেৱক' সকলে সমৱেত অন্ধবিশ্বাসী দৰ্শনাৰ্থীৰ পৰা সংগ্ৰহ কৰে নগদ ধন। মানুহৰ মুখে মুখে প্ৰচাৰিত খবৰ মতে, সবিতাৰ দেউতাকে হেনো ইতিমধ্যে বেংকত ৫ লাখ টকা জমা কৰিছে।

আমাৰ চৌপাশে সবিতাৰ দেউতাকৰ দৰে বহু লোক নানা বেশত অহৰহ সক্রিয়। তেওঁলোকৰ উদ্দেশ্য — মানুহৰ অজ্ঞতা আৰু অসহায়তাৰ সুযোগ লৈ যি কোনো প্রকাৰে সুবিধা আৰু সম্পদ সংগ্রহ কৰা। অৱশ্যে সমস্যা-সংকটৰ অন্ধবিশ্বাস-নির্ভৰ সমাধানৰ প্রতিশ্রুতি দিয়া প্রতিজন লোক অর্থ-লিপ্সু ধুৰন্ধৰ প্রতাৰক বুলি ভাবিলে ভুল হব। কিন্তু এই বিষয়ে নিশ্চয় কোনো সন্দেহ থাকিব নোৱাৰে যে অন্ধ-বিশ্বাসৰ ব্যৱসায়ীসকলৰ কাৰণে আজিৰ দুঃশ্চিন্তা-পীড়িত আৰু সমস্যা-জর্জৰ সমাজখন এখন অতি উর্বৰ আৰু উৎকৃষ্ট বজাৰ।

## ৪.৬ উপসংহাৰৰ পৰিবর্তে দুআষাৰ

তোমালোকৰ দেওবৰীয়া 'আড্ডা'ত অন্ধবিশ্বাসৰ বিষয়ে চালে-বেৰে কোবাই দুআষাৰ ক'বলৈ গৈ, তোমাৰ অনুবোধপ্রিয় আদেশৰ হেঁচাত, যি মহাবিপদত পৰিলো তাৰ পৰা উদ্ধাৰ পোৱাৰ ক্ষণ এতিয়া সমাগত। তাৰমানে, তোমাৰ কথা মতে আৰম্ভ কৰা পত্রালোচনাৰ ওৰ পৰিবলৈ আৰু বেছি পৰ নাই। পিছে তাৰ আগতে অন্ধবিশ্বাসৰ বিৰোধিতা তথা নির্মূলীকৰণৰ বিষয়ে সংক্ষেপে তোমাক কেইটামান কথা জনাই থোৱা ভাল হব। অৱশ্যে এই বিষয়ে বিস্তাৰিত আৰু গভীৰভাৱে আলচ কৰাৰ থল আৰু প্রয়োজন আছে আৰু সেই কামটো তোমা-লোকেই ভৱিষ্যতে কৰিবা বুলি আশা ৰাখিছোঁ। এলাহ, অৱসাদ, ইত্যাদিৰ সম্মিলিত ষড়যন্ত্রৰ ফলত এই পত্রালোচনাৰ আধিক দৈর্ঘ্য-বৃদ্ধি অসম্ভৱ হৈ পৰিছে।

অন্ধবিশ্বাসৰ বিৰুদ্ধে মৌখিকভাৱে জোৰদাৰ জেহাদ ঘোষণা কৰা বহু লোক তুমি শিক্ষিত সমাজত পাবা। এওঁলোকৰ প্রচাৰৰ যুক্তি-বাদী জেহাদ নিজৰ আধুনিকতা জাহিৰ কৰাৰ কৌশল মাত্র; দহোটা আঙুলিত বাৰটা বত্ন ধাৰণ কৰি নিজৰ মুষ্টিবদ্ধ হাত শূন্যলৈ উত্তোলিত

কৰি মেলে-মিটিঙে অন্ধবিশ্বাসৰ মৃত্যুদণ্ড ঘোষণা কৰে এইচাম মানুহে। অন্য কেতবোৰ লোকে, ক্ষেত্ৰ বিশেষে অন্ধবিশ্বাসী হৈও বা তেনে ভাও ধৰিলেও, যুক্তিবাদী চিন্তা-চৰ্চাৰ প্ৰতি সঁচাকৈয়ে আকৃষ্ট হয় আৰু তাৰ প্ৰচাৰ তথা প্ৰসাৰ বিচাৰে আন্তৰিকতাৰে। একাধিক কাৰণে এইচাম মানুহে নিজৰ স্ব-বিৰোধী কথা আৰু কামৰ স্বৰূপ উপলব্ধি কৰিব নোৱাৰে বা ক্ষেত্ৰবিশেষে তেনে উপলব্ধিৰ বাবে চেষ্টাও নকৰে। এওঁলোকক তুমি নিৰ্ভেজাল ভণ্ড বুলিলে বোধহয় অন্যায় কৰা হব; যদিও এইচাম মানুহৰ দুৰ্বল তথা আত্মবিশ্লেষণ-বিমুখ চৰিত্ৰক সমালোচনা কৰাৰ প্ৰয়োজন অনস্বীকাৰ্য্য।

শিক্ষিত মানুহৰ মাজত তুমি মুষ্টিমেয় এনে কিছু যুক্তিবাদী লোক পাবা যিসকলে প্ৰকৃতাৰ্থত সমূহ অন্ধবিশ্বাসৰ বিৰোধিতা কৰে। পিছে ব্যাখ্যা বিশ্লেষণৰ সীমাবদ্ধতা তথা পদ্ধতিগত দুৰ্বলতাৰ বাবে এওঁলোকৰ সতে অন্য বহুতো যুক্তিবাদীৰ মতানৈক্য বিদ্যমান। ঘাইকৈ বিজ্ঞান-মনস্কতাৰ ব্যাপক বিস্তাৰ আৰু সমাজৰ আধুনিকীকৰণৰ সহায়ত অন্ধবিশ্বাসৰ অন্ধকাৰ গহ্বৰত আকণ্ঠ নিমজ্জমান মানুহক উদ্ধাৰ কৰাটো সম্ভৱ বুলি এওঁলোকে ভাবে। এইচাম যুক্তিবাদীক আমি সংস্কাৰ-পন্থী বুলিব পাৰোঁ। মূলতঃ মধ্যশ্ৰেণীৰ উদাৰ অংশক প্ৰতিনিধিত্ব কৰা এই যুক্তিবাদীসকলৰ আন্তৰিকতা সন্দেহাতীত। কিন্তু ভালদৰে খুঁহিয়াই চালে দেখিবা যে সৰ্বাধিক তাৎপৰ্য্যপূৰ্ণ সত্যটোৱেই এওঁলোকৰ চিন্তাত অনুপস্থিত অথবা অৱহেলিত। এই সত্যটো হ'ল— অন্ধবিশ্বাস মূলতঃ সমাজ-উদ্ভূত ব্যাধি; গতিকে অৰ্থনীতি, ৰাজনীতি, সমাজনীতি ইত্যাদিৰ বস্তুনিষ্ঠ বিশ্লেষণ অবিহনে এই বিষাক্ত ব্যাধিৰ প্ৰতিৰোধ বা নিৰ্মূলকৰণ সম্ভৱ নহয়। কিয় নহয়, সেই বিষয়ে আমি এই অধ্যায়ৰ বিভিন্ন ঠাইত আভাস দিবলৈ যত্ন কৰিছোঁ।

তুমি কিঞ্চিৎ মৰ্মাহত হোৱাৰ আশংকা থাকিলেও এই প্ৰসংগতে তোমাক জনাই থোৱা উচিত হব যে বিশ্ববিশ্ৰুত যুক্তিবাদী আব্ৰাহাম কোভুৰকো—শেষ বিচাৰত—এই সংস্কাৰপন্থী যুক্তিবাদীৰ শিবিৰতেই

স্থান দিব লাগিব। অৱশ্যে এই শিবিৰৰ আটাইতকৈ অগ্ৰণী আৰু আপোচহীন অংশত যে তেওঁৰ অৱস্থান, সেই বিষয়ে সন্দেহ-সংশয়ৰ কোনো থল নাই। তেওঁৰ জীৱনযোৰা গৱেষণা, অনুসন্ধান, প্ৰচাৰ ইত্যাদিৰ পৰা পৃথিৱীৰ প্ৰতিগৰাকী যুক্তিবাদীয়ে শিকিবলগীয়া অনেক কথাই আছে। তথাপি, দুখেৰে হলেও স্বীকাৰ কৰিবই লাগিব যে, অন্ধবিশ্বাসৰ অস্তিত্ব তথা প্ৰসাৰৰ আৰ্থ-সামাজিক ভিত্তিৰ ওপৰত কোভুৰে পৰ্য্যাপ্ত গুৰুত্ব দিয়া নাছিল।

কিন্তু মাথোন গুৰুত্ব দিলেই জানো শুদ্ধ পথৰ সন্ধান পোৱা যাব? আমি দেখিছোঁ যে আমাৰ সমাজত ব্যাপকভাৱে বিয়পি পৰা অনিষ্টকৰ অন্ধবিশ্বাসবোৰে মূলতঃ আৰ্থ-সামাজিক ব্যৱস্থাৰ পৰাই জীৱনীশক্তি আহৰণ কৰে অহৰহ। তোমাৰ ভৱঘাজ ভিনীহিদেউৰ কামেশ্বৰ ড্ৰাইভাৰে যেতিয়া গ্ৰহপূজাৰ কথা চিন্তা কৰে তেতিয়া দাৰিদ্ৰ্য-দগ্ধ সেই অসহায় মানুহজনৰ অন্ধবিশ্বাসমূলক আগ্ৰহৰ আৰ্থ-সামাজিক ভিত্তি সম্পৰ্কে কাৰো কোনো সন্দেহ থকা উচিত নহয়। উৎসৰ চিনাক্ত-কৰণ ইমান সহজ নহলেও অন্যান্য জনপ্ৰিয় আৰু গুৰুত্বপূৰ্ণ অন্ধবিশ্বাসৰ সতে সমাজৰ বাস্তৱ অৱস্থাৰ ওতঃপ্ৰোত সম্পৰ্কৰ কথা অলপ সতৰ্ক হৈ বিশ্লেষণাত্মক দৃষ্টিভংগীৰে বিচাৰ কৰি চালেই ওলাই পৰে। এই ধৰণৰ মূলাভিমুখী অনুসন্ধানৰ ফলত এচাম যুক্তিবাদীয়ে এনে এক সিদ্ধান্তত উপনীত হ'ব পাৰে যাৰ সাৰমৰ্ম এই প্ৰকাৰৰ: আমূল আৰ্থ-সামাজিক পৰিবৰ্তনৰ লগে লগে/পাছত সমাজৰ পৰা অন্ধবিশ্বাসৰ প্ৰাদুৰ্ভাৱ সহজেই বা নিজে নিজেই আঁতৰ হ'ব। এই সিদ্ধান্তৰ আনুষংগিক হিচাপে আৰু এটি চিন্তা মনলৈ আহিব পাৰে। সেইটো হ'ল, বৰ্তমান কৰিবলৈ বিশেষ একো নাই। কিয়নো আমূল সমাজ-ৰূপান্তৰৰ পাছতহে অন্ধবিশ্বাসৰ স্বতঃস্ফূৰ্ত বা পৰিকল্পিত নিৰ্মূলীকৰণৰ প্ৰশ্নটোৱে গুৰুত্ব পাব।

তোমাক বোধহয় বহলাই কোৱাৰ দৰকাৰ নাই যে এই ধৰণৰ চিন্তা-ভাৱনা ৰবাচলাতে বৈজ্ঞানিক সমাজবাদী তত্বৰ যান্ত্ৰিক প্ৰয়োগৰ

বন্ধ্যা পৰিণতি। তোমালোকৰ দেওবৰীয়া 'আড্ডা'ত এবাৰ এই ধৰণৰ যান্ত্ৰিক আলাপ-আলোচনা শুনা মনত পৰে: শীঘ্ৰে শ্ৰমিক শ্ৰেণীৰ একনায়কত্ব প্ৰতিস্থাৰ সপোন দেখা তোমাৰ দুজনমান নিষ্ঠাবান নবাগত বন্ধুৱে শ্ৰেণী সংগ্ৰামৰ বাহিৰে অন্য কোনো সংগ্ৰামকেই বৰ্তমান অৱস্থাত গুৰুত্ব দিবলৈ প্ৰস্তুত নাছিল। গাৰ্গী, তুমি আৰু আন কেইজনমানে এই ধৰণৰ যান্ত্ৰিক চিন্তাৰ বিৰোধিতা কৰা দেখি ভাল লাগিছিল। কিন্তু গাৰ্গী আৰু আন দুজনমানে সেইদিনা উগ্ৰমূৰ্তি ধাৰণ কৰা বুলি অনুমান হৈছিল। তুমি নিশ্চয় জানা, তীব্ৰ আবেগিক প্ৰতিক্ৰিয়া, ধৈৰ্য্যহীনতা, ব্যৰ্থতাবোধ ইত্যাদিয়ে কেতিয়াবা সদিচ্ছাপূৰ্ণ যুক্তিবাদীকো কিছু উগ্ৰ আৰু অসহিষ্ণু কৰি তুলিব পাৰে। পিছে উলংগ উগ্ৰতা তথা অপ্ৰয়োজনীয় অসহিষ্ণুতাই যুক্তিবাদৰ প্ৰসাৰত সহায় নকৰে, বৰঞ্চ বাধাহে দিয়ে। এই বিষয়ে পূৰ্বে চমুকৈ কিছু আভাস দিয়াৰ কথা বোধহয় তোমাৰ মনত আছে। প্ৰসংগক্ৰমে তোমাক জনাই থোৱা উচিত হব যে এই পত্ৰালোচনাৰ কিছু স্থানত তুমি অসহিষ্ণুতা আৰু তৎজনিত ব্যংগ-ক্ষোভ-আক্ৰমণ আদিৰ গোন্ধ পোৱাটো আচৰিত নহয়। দৰাচলতে আবেগৰ স্বতঃস্ফূৰ্ত অবাধ্যতাক সংযত ৰখাটো সহজসাধ্য কাম নহয়। তাৰ বাবে প্ৰয়োজন দীৰ্ঘস্থায়ী সাধনা আৰু নিৰ্মোহ সতৰ্কতা। অৱশ্যে অনেক স্থানত এই দীৰ্ঘ পত্ৰালোচনাৰ সম্ভাব্য 'একঘেয়েমী'ৰ প্ৰতিৰোধক হিচাপেও যে মাজে মাজে ব্যংগ বিদ্ৰূপৰ ব্যৱহাৰ কৰিছোঁ সেই কথাও তোমাক এই প্ৰসংগতে জনাই থোৱা উচিত হব।

তোমাৰ মনৰ গতি-প্ৰকৃতি জানো। অনুমান কৰাত অসুবিধা নাই যে এই মুহূৰ্তত তোমাৰ মনত এটা গুৰুত্বপূৰ্ণ প্ৰশ্নই উত্তল-থুতল লগাইছে। তুমি নিশ্চয় ভাবিছা, তেনেহলে অন্ধবিশ্বাসৰ বিৰুদ্ধে যিসকলে যুঁজ কৰিছে বা কৰাৰ কথা ভাবিছে, তেওঁলোকৰ কিবা কৰণীয়া কোনো ইতিবাচক পৰামৰ্শ নাই নেকি? তোমাৰ উৎকণ্ঠা নিৰসনৰ বাবে তোমাৰ প্ৰশ্নবহনকাৰী চিঠিলৈ অপেক্ষা নকৰি এই পত্ৰালোচনাৰ

সেইহে অন্ধবিশ্বাসৰ বিৰোধিতা তথা নিৰ্মূলীকৰণৰ বিষয়ে প্ৰয়োজনীয় বুলি ভবা ইতিবাচক দুআষাৰ তোমালৈ লিখি পঠাইছোঁ।

মানুহক সমাজ-সচেতন কৰি অন্ধবিশ্বাসৰ অস্তিত্ব তথা প্ৰসাৰৰ ভিত্তি দুৰ্বল কৰিবলৈ যুক্তিবাদী সাংস্কৃতিক আন্দোলনৰ প্ৰাসংগিকতা তথা প্ৰয়োজনীয়তাক কোনেও অস্বীকাৰ কৰিব নোৱাৰে। মানুহে যদি প্ৰশ্ন কৰিবলৈ শিকে, যদি তথ্য-প্ৰমাণ-পৰীক্ষা পৰ্যবেক্ষণৰ সহায়ত সত্যান্বেষণৰ বৈজ্ঞানিক পদ্ধতি আন্তৰিকতাৰে আয়ত্ত কৰিব পাৰে— তেনেহলে অন্ধবিশ্বাসৰ আদিমযুগীয়া দুৰ্গৰ দেৱালত ফাট মেলিবই। বিজ্ঞান মনস্কতাৰ প্ৰচাৰান্দোলনে এনে কাম কৰিবলৈ সক্ষম। কিন্তু শেষ বিচাৰত, এই প্ৰকাৰ আন্দোলনেই যথেষ্ট নহয়। সমাজতাত্বিক দৃষ্টিভংগীৰে বিচাৰ কৰিলে দেখিবা যে নিৰ্মূলীকৰণৰ কথা বাদেই দিছোঁ, আনকি অন্ধবিশ্বাস বিৰোধিতাও সফল, স্থায়ী আৰু ব্যাপক হোৱাৰ আশা নাই সমাজ-ৰূপান্তৰৰ প্ৰচেষ্টাৰ অবিহনে। দৰাচলতে এই দুবিধ আন্দোলনৰ মাজত দ্বান্দ্বিক সম্পৰ্ক থকাটো সকলো কালৰ পৰাই বাঞ্ছনীয়। এই দ্বান্দ্বিক সম্পৰ্কটো নো কি ? ধৰা, জন্মান্তৰবাদৰ ভিত্তি-হীনতা প্ৰমাণ আৰু প্ৰচাৰ কৰি ব্যাপক আন্দোলন চলাই তোমালোকে অসংখ্য মানুহক বুজাবলৈ সক্ষম হৈছা যে তেওঁলোকৰ বৰ্তমান দুখ-দুৰ্দশাৰ বাবে পূৰ্বজন্মৰ কৰ্ম দায়ী নহয়। তোমালোকৰ যুক্তিবাদী সাংস্কৃতিক আন্দোলনৰ পৰা জন্ম লোৱা এই নৱলব্ধ উপলব্ধিয়ে সাধাৰণ মানুহখিনিৰ সমাজ-ৰূপান্তৰৰ যি সংগ্ৰাম তাত বিপুল অবিহণা যোগাব। অন্যহাতেদি, জনসাধাৰণৰ আৰ্থ-সামাজিক আৰু ৰাজনৈতিক সংগ্ৰামৰ অভিজ্ঞতা তথা সাফল্যই মানুহৰ মনত এই বিশ্বাস জন্মাব যে অদৃষ্ট বা কৰ্মফল নহয়, তেওঁলোক নিজেইহে নিজৰ 'ভাগ্য' গঢ়োতা আৰু সেই ঐতিহাসিক ভূমিকা সঠিকাৰ্থত পালন কৰিব পাৰিলেহে উন্নততৰ ভৱিষ্যতলৈ উত্তৰণ সম্ভৱ। সামাজিক সংগ্ৰামজাত এনে বলিষ্ঠ উপ-লব্ধিয়ে জানো তোমালোকৰ যুক্তিবাদী সাংস্কৃতিক আন্দোলনক এখোজ আগুৱাই নিনিব ? দ্বান্দ্বিক সম্পৰ্ক বোলোতে দুয়োটা আন্দোলনৰ মাজত থকা এই পাৰস্পৰিক সম্পৰ্কৰ কথাকেই বুজাইছোঁ।

বন্ধৰ দিনত বন্ধ কোঠাত বহি কাণ-মূৰ গৰম হোৱাকৈ এমোকোৰা তামোল চোবাই এইবোৰ কথা লিখা তেনেই সহজ কাম। বাস্তৱ ক্ষেত্ৰত কিন্তু জটিলতা বহুত, সমস্যা অনেক। বিভ্ৰান্তি-বিভাজনৰ সম্ভাৱনাও প্ৰচুৰ। এই বাধা-বিপত্তিবোৰ নেওচি আৰু সমস্যা-সংকট দূৰ কৰি সমূহীয়া আৰু সচেতনভাৱে আগবাঢ়ি যাব পৰাটোৱেই আচল কথা। আৰু আগবাঢ়ি যাব পাৰিলেও অন্ধবিশ্বাসৰ ক্ৰমাৱসান যে এটা দীঘলীয়া তথা সংঘাতপূৰ্ণ প্ৰক্ৰিয়া সেই বিষয়েও সজাগ থকা দৰকাৰ। 'ক্ৰমাৱসান' শব্দটো আমি অৱশ্যে ইচ্ছা কৰিয়েই ব্যৱহাৰ কৰিছোঁ। কিয়নো পৃথিৱীৰ মঞ্চৰ পৰা অন্ধবিশ্বাসৰ সহজ আৰু তাৎক্ষণিক প্ৰস্থানৰ কথা কেৱল কবিৰ উৰ্বৰ কল্পনাতহে ঠাই পাব পাৰে। পত্ৰালোচনাৰ আৰম্ভণিতেই উল্লেখিত ABRACADABRA লিখাৰ ত্ৰৈকোণিক প্যাটাৰ্ণৰ অনুকৰণত তোমাক জনাব পাৰো যে আমাৰ দৰে অ-কবিৰ কল্পনা অনুযায়ী সৰ্বাত্মক সামাজিক ক্ৰমোন্নতিৰ সৈতে সংগতি ৰাখি অন্ধবিশ্বাসৰ ক্ৰমাৱসান ঘটিব এই প্ৰক্ৰিয়াৰে :

S U P E R S T I T I O N
S U P E R S T I T I O
S U P E R S T I T I
S U P E R S T I T
S U P E R S T I
S U P E R S T
S U P E R S
S U P E R
S U P E
S U P
S U
S

# ৫. পৰিশিষ্টঃ গ্ৰন্থ-তালিকা, কৃতজ্ঞতা-স্বীকাৰ ইত্যাদি

গৱেষকসুলভ গাম্ভীৰ্যৰে গহীন গ্ৰন্থ-তালিকা দিয়াৰ সামৰ্থ্য নাথাকিলেও কোনো গ্ৰন্থ-তালিকা নিদিয়াকৈ পত্ৰালোচনা 'সমাপ্ত' বুলি ঘোষণা কৰাটো যে বুদ্ধিমানৰ কাম নহয় সেইটো ভালদৰেই জানো। কিয়নো, তেনে কৰিলে অনতিপলমে তোমাৰ পৰা বিতং গ্ৰন্থ-তালিকাৰ দাবী বহনকাৰী এখন চিঠি পোৱাটো খাটাং। তুমি বোধহয় লক্ষ্য কৰিছা যে প্ৰতিটো উদ্ধৃতি আৰু বিশেষ ক্ষেত্ৰৰ ব্যাখ্যা তথা তথ্যৰ উৎস জনাবলৈ পত্ৰালোচনাত প্ৰাসংগিক গ্ৰন্থৰ নাম দিছোঁৱেই। তথাপি প্ৰকাশনৰ স্থান/কালসহ এখন বিতং তালিকা পঠালোঁ। বৰ্ণানুক্ৰমিকভাৱে কিতাপৰ নাম নিদিলেও তোমাৰ সুবিধাৰ বাবে কেইটামান ভাগত গ্ৰন্থ-তালিকাখন ভাগ কৰি দিছোঁ।

আমি লকাইচুকীয়া অলস মানুহ। কিতাপ-পত্ৰৰ বৰুল পৃথিৱীখনৰ প্ৰতি কিছু ধাউতি থাকিলেও প্ৰয়োজনীয় কিতাপ সংগ্ৰহ কৰাৰ সুবিধা আৰু চেষ্টা আমাৰ কম। গ্ৰন্থ-তালিকাখন পঢ়িলে তুমি বুজিব পাৰিবা যে বন্ধু-বান্ধৱীৰ উদাৰ সাহায্য অবিহনে তালিকাত থকা কেইবাখনো মূল্যবান কিতাপ পঢ়াৰ সুযোগ হয়তো কেতিয়াও নাপালোহেঁতেন। যিসকল বন্ধু-বান্ধৱী আৰু হিতাকাংক্ষীৰ পৰা এইপ্ৰকাৰ সাহায্য পাইছোঁ—আৰু ভৱিষ্যতেও পাম বুলি আশা ৰাখিছোঁ—তেওঁলোক হ'ল : শিৱনাথ বৰ্মন, সন্ধ্যা দেৱী, ইন্দিবৰ দেউৰী, অনুৰ গোস্বামী, বিৰিঞ্চি সেনগুপ্ত, ভাস্কৰ চন্দ, পৰেশ মালাকাৰ, হৃদমণি শৰ্মা, পূৰবী দেৱী, সমীৰ চৌধুৰী, মাহতাবুদ্দিন আহমেদ, পাৰ্থসাৰথি দত্ত, শান্তনু সেনগুপ্ত আৰু অনিমা দেৱী। এওঁলোকৰ কৃতজ্ঞতা নজনালে অক্ষমণীয় অকৃতজ্ঞতাৰ পৰিচয় দিয়া হ'ব। কৃতজ্ঞতা সেই সকলকো জনোৱা উচিত যিসকলে নানা ধৰণৰ বাতৰি/ছবিখনৰ

পৰা সকাহ দি তোমালৈ এই পত্ৰালোচনা লিখিবলৈ সুবিধা কৰি দিছে। এওঁলোকৰ ভিতৰত প্ৰথমেই বন্ধুবৰ মূনীন শৰ্মাৰ নাম লব লাগিব। অন্যান্যসকল হ'ল : সুবল ফুকন, আবুল ৰফিক আহমেদ, বিমলা বৰুৱা, জয়শ্ৰী (গুহ) বৰুৱা, বিজয়লক্ষ্মী (গগৈ) চৌধুৰী, ৰণজিৎ চৌধুৰী আৰু চাৰি কুৰি বছৰীয়া মা শ্ৰীমতী নৰ্মদা চৌধুৰী (দুখৰ কথা, লিখিবলৈ আৰু পঢ়িবলৈ হাঁহিমুখে অৱসৰ উলিয়াই দিয়া আৰু অন্যান্য প্ৰকাৰে উদগনি তথা সহায়-সহযোগ আগবঢ়োৱা মায়ে—জীৱজগতৰ অনিবাৰ্য্য নিয়ম অনুযায়ী—পৃথিৱীৰ পৰা অলপতে চিৰবিদায় ললে।) মধ্যবিত্তৰ যি শিক্ষিত স্তৰত আমাৰ আশৈশৱ বিচৰণ সেই স্তৰভুক্ত অন্ধবিশ্বাসী লোকসকলে তেওঁলোকৰ কেতবোৰ উদ্ভট বিশ্বাস আৰু অদ্ভুত আচৰণৰ দ্বাৰা আমাক এই বিষয়ে চিন্তা কৰিবলৈ যথেষ্ট উদগনি দিছে, অৱশ্যে ক'ব নোৱাৰাকৈয়ে। এওঁলোকৰ নাম তোমাক যেনিবা নজনা-লোৱেই! আৰু জনাব গলেও কেইবা দিস্তাও কাগজ অবাবতে নষ্ট কৰা হ'ব। এইসকলক আমি কেৱল অনুৰোধ কৰিব পাৰোঁ— আমাৰ যুক্তি আৰু ব্যাখ্যাসমূহ যেন নিৰপেক্ষ মন এটা লৈ বিচাৰ কৰি চাবলৈ যত্ন কৰে।

বহল অৰ্থত অন্ধবিশ্বাসৰ সতে বিজ্ঞানৰ যি বিৰোধ তাৰ পৰাই এই পত্ৰালোচনাৰ জন্ম। এই বিৰোধৰ দিশ একাধিক, বৈচিত্ৰ্য বিপুল। বিজ্ঞানৰ নানা ভৰহৰ পোহৰত অন্ধবিশ্বাসৰ বিচাৰ-বিশ্লেষণ কৰিব গ'লে তুমি এই বিৰোধৰ বহুমাত্ৰিক চৰিত্ৰ উপলব্ধি কৰিব পাৰিবা। যদি এগৰাকী যুক্তিবাদী পদাৰ্থবিজ্ঞানী বা ৰসায়নবিদক প্ৰশ্ন কৰা তেন্তে দেখিবা যে পৰীক্ষালব্ধ তত্ত্ব-তথ্যৰ সহায়ত তেওঁ বহুতো অন্ধবিশ্বাসৰ ভিত্তিহীনতা দেখুৱাই দিব। তেওঁ তোমাক বহিৰাকৈ বুজাই দিব পাৰিব কিয় বাবাজী-মাতাজীৰ ছবিৰ পৰা 'বিভূতি' ওলায় অথবা অন্যান্য কেতবোৰ 'অলৌকিক' ঘটনা ঘটে। এয়া কিন্তু বিজ্ঞান আৰু অন্ধবিশ্বাসৰ বিৰোধৰ এটা দিশহে। অন্যহাতেদি, যুক্তিবাদী সমাজ-বিজ্ঞানী বা মনস্তাত্ত্বিকে তোমাক দেখুৱাই দিব

অন্ধবিশ্বাসৰ ভিত্তি আৰু ভূমিকাৰ জটিল স্বৰূপ। আধুনিক যুগতো কিয় অন্ধবিশ্বাসৰ প্ৰসাৰ বাঢ়িছে তাৰ ৰহস্য উদ্ঘাটন কৰিব পাৰিব শেষোক্ত বিজ্ঞানীসকলেহে। তোমাক বোধহয় ক'লেও হ'ব যে অন্ধবিশ্বাসৰ সতে বিজ্ঞানৰ যি বিৰোধ তাৰ সকলো দিশ বৰ্তমান পত্ৰালোচনাই সাঙুৰি লোৱা নাই। অৱশ্যে 'লোৱা নাই' বুলিলে ভুল হ'ব, আচলতে সকলো দিশ আলোচনা কৰাৰ—আনকি উল্লেখ কৰাৰো—'মচলা' আমাৰ মগজৰ গুদামত মজুত নাই।

বিজ্ঞানৰ দৃষ্টিভংগীৰে, নিজৰ সীমিত সামৰ্থ্য অনুযায়ী, অন্ধবিশ্বাসৰ উৎস, স্বৰূপ, ভিত্তি, ভূমিকা ইত্যাদিৰ বিষয়ে বস্তুনিষ্ঠভাৱে বৰ্তমান পত্ৰালোচনাত বিচাৰ-বিশ্লেষণ কৰাৰ প্ৰয়াস কৰিছোঁ। এইক্ষেত্ৰত ঘাইকৈ নিৰ্ভৰ কৰিছোঁ নৃবিজ্ঞান, মনস্তত্ত্ব আৰু সমাজবিজ্ঞানৰ তত্ত্ব তথ্যৰ ওপৰত। তুমি নিশ্চয় মন কৰিছা যে নানা ধৰণৰ সীমাবদ্ধতা আৰু দুৰ্বলতা ৰৈ গৈছে আমাৰ আলোচনাত : বক্তব্যৰ প্ৰণালীবদ্ধ আৰু স্পষ্ট উপস্থাপন তথা পুনৰাবৃত্তি পৰিহাৰ কৰাৰ সুযোগ আছিল যথেষ্ট, কেতবোৰ কথা বেলেগ ধৰণেও ব্যাখ্যা কৰা যায়, অন্ধবিশ্বাসৰ সংজ্ঞা অধিক সহজ তথা শিথিল কৰাৰ থল আছে, কোনো কোনো ক্ষেত্ৰত কথাবোৰ আৰু বহলাই/চমুকৈ আলোচনা কৰা উচিত আছিল ইত্যাদি ইত্যাদি। এইবোৰে কিন্তু বিজ্ঞানৰ দৃষ্টিভংগী বা যুক্তিবাদৰ অসম্পূৰ্ণতা নুসূচায়, ই ব্যক্তিগত সীমাবদ্ধতাহে। এই স্বীকাৰোক্তিক তুমি আকৌ যান্ত্ৰিক ভকতীয়া বিনয় বুলি ভুল নকৰিবা। পত্ৰালোচনাত থকা এই দোষ-দুৰ্বলতাবোৰে তোমালোকক নতুনকৈ আৰু গভীৰভাৱে চিন্তা কৰিবলৈ উদ্বুদ্ধ অথবা বাধ্য কৰিব বুলি আমি আশা কৰিব নোৱাৰি? যদি কৰে তেন্তে আমাৰ অক্ষমতা-অসম্পূৰ্ণতা অন্ততঃ বন্ধ্যাত্বৰ অভিশাপৰ পৰা মুক্ত হ'ব।

আমি বহলাৰ্থে পৰশ্ৰমজীৱী—আমাৰ শ্ৰেণী-চৰিত্ৰৰ ই এক ঘাই বৈশিষ্ট্য। তোমালৈ পঠোৱা এৰ-আলিকাত তুমি এই বৈশিষ্ট্যৰ প্ৰতিফলন দেখা পাব পাৰা। অন্যলোকে আনৰ জ্ঞান কঢ়ি তথা-

সমৃদ্ধ আৰু/বা তত্ত্ব-মধুৰ গ্ৰন্থ ৰচিছে আৰু আমাৰ দৰে লোকে সেই শ্ৰমজনিত সৃষ্টিৰ ভিত্তিত লিখিছোঁ সুদীৰ্ঘ পত্ৰালোচনা। এয়া জানো বৌদ্ধিক পৰশ্ৰম'নিৰ্ভৰতা নহয়? অৱশ্যে মৌলিক চিন্তা-চৰ্চা পত্ৰালোচনাত একেবাৰেই অনুপস্থিত বুলি ক'লে ভুল কোৱা হ'ব। সি যি কি নহওঁক, নতুন প্ৰজন্মৰ চিন্তা-চেতনাক এই পত্ৰালোচনাই সামান্যভাৱেও প্ৰভাৱিত আৰু প্ৰসাৰিত কৰিব পাৰিলে এই পৰশ্ৰম-জীৱীৰ 'শ্ৰম' যে সাৰ্থক হ'ব সেই সম্পৰ্কে কোনো সন্দেহ-সংশয় নাই।

তোমাৰ জ্ঞাতাৰ্থে গ্ৰন্থৰ বিতং তালিকাখন দিলোঁ।

### ক. ইংৰাজী :

J. G. Frazer, The Golden Bough, (abridged), London, 1971

G. Childe, What Happened in Hiotory, Penguin Books, 1971

G. Jahoda, The Psychology of Superstition, Pelican Books, 1971

J. D. Bernal, Science in History, (Vol-I) Cambridge/ Massachusetts, 1986

D. Chattopadhayaya, Lokayata, New, Delhi, 1978

J. B. Burry, A History of Freedom of Thought, London, 1932

H. Frankfort et. al, Before Philosophy, Pelican Book, 1949

Sohila Kapoor, Witchcraft in Western India, Bombay, 1983

H. Narasimhaiah (Ed), Science, Nonscience and the Paranormal, Bangalore, 1987

K. Damodaran, Indian Thought : Critical Survey, New Delhi, 1967

D. N. Ganguli, A Psychiatrist Reviews Indian Religion, 1990

A. Kavoor, Begone Godmen : Encounters with Spiritual Frauds, Bombay, 1981

A. Kavoor, Gods, Demons and Spirits, Bombay, 1984

P. Lafargue, Social and Philosophical Studies, Calcutta, 1981

B. Rajkhowa, Assamese Popular Superstition and Assamese Demonology, Gauhati, 1973

L. S. S. O' Malley, Indian Caste Customs, Calcutta, 1976

M. Harris, Cows, Pigs, Wars and Witches, Fontana Book, 1977

R. Brasch, How Did It Begin ?, New york, 1969

E. & M. Radford, Superstition of Death and the Supernatural, ( Edited & revised by christina Hole), London, 1978

N. N. Bhattacharya, Ancient Indian Rituals and Their Social Contents, Delhi, 1975

V. Elwin, Myths of Nort-East Frontier of India, Shillong, 1958

P. Berger, Invitation to Sociology : A Humanistic Perspective, Penguin Book, 1984

G. Scarre, Witchcraft and Magic in 16th and 17th Century Europe, Hampshire, 1987

F. Max Muller (Ed.), Sacred Books of the East, ( Volume 14 ), Delhi, 1984

G. S. Ghurye, Caste and Race in India, Bombay, 1986

J. C. Coleman, Abnormal Psychology and Modern Life, Bombay 1974

D. D. Kosambi, Science, Society and Peace, Pune 1986

I. P. Parlov, Psychopathology and Psychiatry, Moscow, n. d.

H. K. Borpujari, The American Missionaries and North-East India, Guwahati/Delhi, 1986

J. D. Baveja, The Land where the Bamboo Flowers, Guwahati, 1970

B. N. Bordoloi et. al., Tribes of Assam, ( Pant-I ) Guwahati, 1987

P. D. Saikia, Studies in Dafla Social and Religious, Gauhati, 1964

B. Russell, Why I am not a Christian, London, 1985

B. Russells, Mortals and Others, Calcutta, 1978

E. R. Pike, The World's Strangest Customs, London, 1966

N. Dhar, Vedanta and Bengal Renaissance, Calcutta, 1977

S. Albouy, Introduction to Sociology and Social Psychology, (Edited by S. L. Doshi) New Delhi, 1986

D. Chattopadhyaya, Science and Socicty in Ancient India, Calcutta, 1977

M. Herskovits, Cultural Anthropology, New Delhi, 1969

Voltaire, Philosophical Dictionary, Penguin Book, 1971

S. K. Bhuyan, Anglo-Assamese Relations, Gauhati, 1949

G. Lienhardt, Social Anthropolgy, Oxford, 1969

F. S. Downs, Christianity in North-East India, Delhi, 1983

Essays in Honour of Prof S. C. Sarkar, New Delhi, 1976

F. Engals, The Origin of the Family, Private Property and the State, Moscow, 1968

K. Mary & F. Engels, On Religion, Moscow, 1966

Resarun : '76, ( Research Department, Arunachal Pradesh ), 1977

অসমীয়া :

বিৰিঞ্চিকুমাৰ বৰুৱা, অসমৰ লোক-সংস্কৃতি, গুৱাহাটী, ১৯৬৭

নবীন শৰ্মা, অসমীয়া লোক-সংস্কৃতিৰ আভাস, গুৱাহাটী, ১৯৮৯

প্ৰফুল্লদত্ত গোস্বামী, জাপানৰ জন-কৃষ্টি আৰু অন্যান্য ৰচনা, গুৱাহাটী, ১৯৮৪

ভবেন নাৰ্জী, বড়ো-কছাৰীৰ সমাজ আৰু সংস্কৃতি, গুৱাহাটী, ১৯৮৫

শিৱনাথ বৰ্মন, লোককৃষ্টিৰ উৎস, গুৱাহাটী ১৯৮২

প্ৰসেনজিৎ চৌধুৰী, নিষিদ্ধ প্ৰসংগ, ডিব্ৰুগড়, ১৯৮৯

কৌটিল্যৰ অৰ্থশাস্ত্ৰ, ( সম্পাদক : ৰজনীকান্ত দেৱশৰ্মা ), গুৱাহাটী, ১৯৭৭

গ. বাংলা :

মেঘনাদ রচনা সংকলন, ( শান্তিময় চট্টোপাধ্যায় সম্পাদিত ), কলিকাতা, ১৯৮৬

ধীরেন্দ্রনাথ গঙ্গোপাধ্যায়, বিজ্ঞানের অভিযান ( দ্বিতীয় খণ্ড ), কলিকাতা, ১৯৮৮

প্রবীর ঘোষ, অলৌকিক নয়, লৌকিক, কলিকাতা, ১৯৮৬

আবদুল হাফিজ, লৌকিক সংস্কার ও মানব সমাজ, ঢাকা, ১৯৭৫
সুধাকর চট্টোপাধ্যায়, ধর্ম ও কুসংস্কার, কলিকতা, ১৯৭৩
ভবানীপ্রসাদ সাহু, ভূত ভগবান শয়তান বনাম ডাঃ কোভুর, কলিকতা, ১৯৮৪
অমল দাসগুপ্ত, মানুষের ঠিকানা, কলিকতা, ১৯৬৯
মনোরঞ্জন রায়, আদিম সমাজ, কলিকতা, ১৯৬২
ভবানীপ্রসাদ সাহু, শরীর ঘিরে সংস্কার, কলিকতা, ১৯৮৫
গিরীন্দ্র শেখর বসু, স্বপ্ন, কলিকতা, ১৯৮০
অর্জুন রায়, জ্যোতিষ সম্পর্কে কয়েকটি অপ্রিয় প্রশ্ন, কলিকতা, ১৯৮২
উইলিয়াম মর্টন, দৃষ্টান্ত বাক্য সংগ্রহ, কলিকতা, ১৯৮৭
লালবিহারী দে, গোবিন্দ সামন্ত, কলিকতা, ১৯৬৭
সুজিত সেন ( সম্পাদক ), জাতপাতের রাজনীতি, কলিকতা, ১৯৮৯
ধীরেন্দ্রনাথ গঙ্গোপাধ্যায়, পাতঞ্জল পরিচিতি, ( দ্বিতীয় খণ্ড ), কলিকতা, ১৯৭৬
বিজ্ঞান অবিজ্ঞান অপবিজ্ঞান, ( উৎস মানুষ সংকলন ), কলিকতা, ১৯৮৩
বিজ্ঞান জ্যোতিষ সমাজ, ( উৎস মানুষ সংকলন ), কলিকতা, ১৯৮৩
মনুসংহিতা, কলিকতা, ১২৯৪
বরুণ কুমার চক্রবর্তী, লোক-বিশ্বাস ও লোক-সংস্কার, কলিকতা, ১৯৮০
দীপেন্দু চক্রবর্তী, ওঁরা আর এরা, কলিকতা, n. d.
ধীরেন্দ্রনাথ গঙ্গোপাধ্যায়, পাতঞ্জল পরিচিতি, ( তৃতীয় খণ্ড ), কলিকতা, ১৯৭৬
যতীন বাগচী, জাতি-ধর্ম ও সমাজ বিবর্তন, কলিকতা, ১৯৯০

## খ. অভিধান আর এনসাইক্লোপিডিয়া

হেমকোষ, শিলসাগর, ১৯৬৫
চলন্তিকা অভিধান, গুয়াহাটি, ১৯৬২
J. Dreven, A Dictionary of Psychology, Penguin Books, 1973

A. V. Petrovsky & M. G. Yaroshevsky (Ed.), A Concise Psychological Dictionary, Moscow, 1987

M. Rosenthal & P. Yudin (Ed), A Dictionary of Philosophy, Moscow, 1967

W. P. Scott, Dictionory of Sociolagy, Delhi, 1988

A Dictionary for Believers and Nonbelievers, Moscow, 1989

Pears Cyclopaedia, London, 1988

Encyclopaedia of Religion and Ethics, (Ed. J. Hastings), Edinburgh/New York, 1961

Encyclopaedia Britanica, Chicago, Lordon etc, 1966

The Columbia Encyclopedia, New York/London, 1968

The Oxford English Dictionary, Oxford, 1961

ঙ. কাকত আৰু আলোচনী :

Indian Skeptic
Assam Tribune
Amrita Bazar Patrika
India Today
মানৱ মন

---

• এই কিতাপখন প্ৰকাশ কৰিবলৈ সাহস পোৱাৰ বাবে জ্যোতি প্ৰকাশনৰ শ্ৰীযুত নগেন শৰ্মাৰ আন্তৰিক শলাগ লৈছোঁ। এই লেখকৰ বন্ধুবৰ শিৱনাথ বৰ্মনৰ পৰা পোৱা উদগনি আৰু সহায়-সহযোগৰ কথা পাহৰিব নোৱাৰোঁ। অনুজ-প্ৰতিম বন্ধু পৰমানন্দ মজুমদাৰো আমাৰ ধন্যবাদৰ পাত্ৰ।